# ডক্টৰ সূৰ্যকুমাৰ ভূঞা
# ব্যক্তিত্ব আৰু সাধনা

সম্পাদক

ভৱপ্ৰসাদ চলিহা

অসম সাহিত্য সভা

# ডক্টৰ সূৰ্যকুমাৰ ভূঞা
# ব্যক্তিত্ব আৰু সাধনা



সম্পাদক

ভৱপ্ৰসাদ চলিহা



## অসম সাহিত্য সভা

DOCTOR SURYAKUMAR BHUYAN : VYAKTITVA ARU SADHANA : An anthology of articles on the personality and works of Dr Suryakumar Bhuyan, published on the occasion of his birth-centenary, edited by Shri Bhaba Prasad Chaliha and published by Shri Satish Chandra Chaudhury, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhavan, Jorhat - 785 001, February, 1996.

সম্পাদক : শ্ৰীভৱপ্ৰসাদ চলিহা
অধ্যাপক, অসমীয়া বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়

প্ৰকাশক : শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক, অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-৭৮৫০০১



প্ৰথম প্ৰকাশ : ২০ ফেব্ৰুৱাৰী ১৯৯৬

মূল্য : ৬০·০০ টকা

মুদ্ৰক : শ্ৰীভাস্কৰ ফুকন
জ্যোতি প্ৰিন্টাৰ্ছ
বামুণীমৈদাম, গুৱাহাটী-৭৮১০২১

## প্ৰধান সম্পাদকৰ নিবেদন

অসম সাহিত্য সভাই অসমৰ বিশিষ্ট কবি-সাহিত্যিক বুৰঞ্জীবিদ, পণ্ডিত আৰু সভাৰ প্ৰাক্তন সভাপতি ডক্টৰ সূৰ্যকুমাৰ ভূঞাদেৱৰ জন্ম-শতবাৰ্ষিকী উছৱ গাম্ভীৰ্যপূৰ্ণভাৱে উদ্‌যাপন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে আৰু তাৰ বাবে আঁচনি হাতত লয়। এই আঁচনি অনুসৰি সভাই গুৱাহাটীৰ সন্বিতা সভা আৰু ড° সূৰ্যকুমাৰ ভূঞা জন্ম-শতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ সহযোগত ১৯৯৪ চনৰ ২৭ জানুৱাৰী তাৰিখে দিনজোৰা কাৰ্যসূচীৰে গুৱাহাটীৰ জিলা পুথিভঁৰাল প্ৰেক্ষাগৃহত জন্ম শতবাৰ্ষিকীৰ আৰম্ভণী অনুষ্ঠান উদ্‌যাপন কৰে। জন্ম-শতবাৰ্ষিকী উছৱৰ সামৰণী অনুষ্ঠান ভূঞাদেৱৰ জন্মস্থান নগাঁৱত নগাওঁ জিলা সাহিত্য সভা আৰু মৰঙ্গীয়াল পাৰিজাত সাহিত্য সভাৰ সহযোগত ১৯৯৫ চনৰ ১৯ জানুৱাৰী তাৰিখে বৰ্ণাঢ্য কাৰ্যসূচীৰে উদ্‌যাপন কৰে।

জন্ম-শতবাৰ্ষিকী উপলক্ষ্যে সভাই ড° ভূঞাদেৱৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ বিভিন্ন দিশ সামৰি এখন গ্ৰন্থ প্ৰকাশৰো সিদ্ধান্ত লয় আৰু উক্ত গ্ৰন্থৰ সংকলন-সম্পাদনাৰ দায়িত্ব অধ্যাপক ভৱপ্ৰসাদ চলিহাৰ ওপৰত ন্যস্ত কৰে। অধ্যাপক চলিহাই যথাসময়ত গ্ৰন্থখন যুগুতাই দিলে যদিও সভাৰ আৰ্থিক অনাটনৰ বাবে সময়মতে গ্ৰন্থখন প্ৰকাশ কৰিব পৰা নগ'ল। তাৰ বাবে আমি দুঃখিত। পলমকৈ হ'লেও সভাৰ বোকাখাত অধিৱেশনতে গ্ৰন্থখন ৰাইজৰ হাতত তুলি দিব পাৰি আমি সুখী হৈছো। এই ছেগতে অধ্যাপক চলিহালৈ আমাৰ আন্তৰিক শলাগ জনালো। লগতে গ্ৰন্থখন সময়মতে ছপাই দিয়া বাবে গুৱাহাটীৰ জ্যোতি প্ৰিন্টাৰ্ছৰ স্বত্বাধিকাৰী শ্ৰীভাস্কৰ ফুকনলৈ আৰু প্ৰেছৰ কৰ্মীবৃন্দলৈ আমাৰ কৃতজ্ঞতা জনালো। গ্ৰন্থখনে পঢ়ুৱৈ ৰাইজৰ পৰা যথোচিত সমাদৰ লাভ কৰিব বুলি আশা কৰিলো।

২০ ফেব্ৰুৱাৰী ১৯৯৬ — শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
চন্দ্ৰকান্ত সন্দিকৈ ভৱন — প্ৰধান সম্পাদক
যোৰহাট-৭৮৫০০১ — অসম সাহিত্য সভা

# সম্পাদকৰ একাষাৰ

আধুনিক অসমৰ নির্মাতাসকলৰ অন্যতম ড° সূর্যকুমাৰ ভূঞাদেৱৰ জন্ম-শতবার্ষিকী উছৱ ১৯৯৪-৯৫ চনৰ বছৰটোত অসমৰ বিভিন্ন অনুষ্ঠান-প্রতিষ্ঠানে বর্ণাঢ্য কার্যসূচীৰে পালন কৰি এই গুণী ব্যক্তি গৰাকীৰ প্রতি শ্রদ্ধা নিবেদন কৰিছে। এজন বিশিষ্ট শিক্ষাবিদ হিচাপে, কবি-সাহিত্যিক-গল্পকাৰ-জীৱনীকাৰ-নিবন্ধকাৰ হিচাপে, বিশিষ্ট ইতিহাসবিদ, আৰু গৱেষক-পণ্ডিত হিচাপে, ইংৰাজী-অসমীয়া উভয় ভাষাত অনেক গ্রন্থৰ প্রণেতা আৰু সম্পাদক হিচাপে, আৰু বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগকে ধৰি কামৰূপ অনুসন্ধান সমিতি, গুৱাহাটী বিশ্ববিদ্যালয়, অসম সাহিত্য সভা আদি বিশিষ্ট অনুষ্ঠানৰ গঢ় দিওঁতা ব্যক্তি হিচাপে ড° সূর্য-কুমাৰ ভূঞাদেৱ আছিল অসম জননীৰ এগৰাকী পৰম কৃতী সন্তান। বাল্য কালতেই 'থাকে যদি এই ভাৱ ল'ৰালি কালৰ অসম মাতৃৰ মুখ কৰিম পোহৰ'—এনে আদর্শেৰে উদ্বুদ্ধ ভূঞাদেৱৰ জীৱন আছিল স্বদেশ সেৱাৰ সংকল্পেৰে পৰিচালিত। অসমৰ গৌৰৱোজ্জ্বল প্রাচীন ঐতিহ্যৰ প্রতি সচেতন সূর্যকুমাৰ ভূঞাই অসমক ভাৰত-মঞ্চত যথাযথভাৱে তুলি ধৰিবৰ কাৰণে আপ্রাণ চেষ্টা কৰিছিল। বিশেষকৈ অসমৰ ঐতিহাসিক আৰু পুৰাতাত্ত্বিক সম্পদৰাজিৰ উদ্ধাৰ আৰু অধ্যয়ন-গৱেষণাৰ ক্ষেত্ৰত তেওঁ ভাৰতীয় মানচিত্ৰত অসমক এখন অতি উচ্চ আসন দি গৈছে। গুৱাহাটীৰ 'বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ' তেওঁৰ অক্ষয় কীর্তি।

ভূঞাদেৱ আছিল এজন প্রকৃত কর্মযোগী। তেওঁ নিজেই লিখিছে, 'To me work has been worship and there is no God in my pantheon except the omnipotent call of duty.' তেওঁৰ কর্তব্যনিষ্ঠা দায়িত্ববোধ, অধ্যৱসায় আৰু সৰু-বৰ সকলো কামতে থকা শৃঙ্খলা আৰু পাৰিপাটিতা গুণৰ বাবে চুটি জীৱনকালতে তেওঁ বহুত কাম কৰি যাব পাৰিলে। তেওঁ প্রায়ে কৈছিল, 'A little thing is



a little thing, but sincerity to a little thing is a great thing.'

ভূঞাদেৱ আছিল অতিশয় সময়-সচেতন লোক। নিজৰ দেশৰ বাবে উৎসৰ্গীকৃত তেওঁৰ জীৱনটো শৃঙ্খলা আৰু প্রণালীবদ্ধ আঁচনিৰ মাজেৰে কামত খটুৱাবলৈ যত্ন কৰিছিল। এই বিষয়ে তেওঁ নিজেই লিখিছে, 'An inner urge to do my bit to my country, in a way congenial to my aptitude and my opportunity, has provided the mainspring of action. ('The Seven Hindrances') ভূঞাদেৱে বহুত কাম কৰি গ'ল সঁচা। কিন্তু কৰিবলৈ থাকি গ'ল তাতোকৈ বহুত বেছি। জীৱনৰ শেষৎকালে এই বিষয়ে তেওঁ প্রায়ে আক্ষেপ কৰিছিল। 'স্বর্গদেউ ৰাজেশ্বৰ সিংহ'ৰ পাতনিত তেওঁ লিখিছে, 'কাম বহুত, সময় তাকৰ, জীৱন চুটি। ইয়াৰ ভিতৰত সকলো সংকল্প যে সিদ্ধ হ'ব তাক আশা কৰিব নোৱাৰি।'

এই প্রসঙ্গতে এটা কথা উল্লেখ কৰিব খুজিছো, যিটো হয়তো বহুতেই নাজানে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচার্য পদৰ পৰা অৱসৰ লোৱাৰ পিছত ভূঞাদেৱে অসমৰ এখন পূর্ণাঙ্গ বুৰঞ্জী ৰচনাৰ কাম হাতত লৈছিল। এই বিষয়ে এদিন তেওঁৰ ঘৰতে উৰিষ্যাৰ বিখ্যাত বুৰঞ্জীবিদ আৰু ৰাজনীতিক ড° হৰেকৃষ্ণ মহতাবৰ লগত আলোচনা কৰি থাকোঁতে ময়ো তাত উপস্থিত আছিলো। মই আহিবৰ সময়ত ভূঞাদেৱে গুৱাহাটী বিশ্ববিদ্যালয় গ্রন্থাগাৰৰ পৰা J. R. Greenৰ 'A Short History of the English People' খন আৰু দুখনমান গ্রন্থ নিবলৈ মোৰ হাততে গ্রন্থাগাৰিক ড° যোগেশ্বৰ শর্মালৈ এখন চিঠি দি পঠাইছিল। কিন্তু তেওঁৰ অকাল মৃত্যুৱে সেই কাম কৰিবলৈ সময় নিদিলে।

মোৰ পৰম সৌভাগ্য যে ড° ভূঞাদেৱৰ জীৱনৰ শেষৰ চাৰি বছৰত তেওঁৰ নিকট সান্নিধ্যলৈ আহিবলৈ মই সুযোগ পাইছিলো। তেওঁৰ পৰা পোৱা পুত্ৰবৎ স্নেহ আৰু উপদেশ মোৰ জীৱন পথৰ পৰম পাথেয় হৈ ৰ'ব। সেয়ে, ভূঞাদেৱৰ জন্ম-শতবার্ষিকী উপলক্ষ্যে অসম সাহিত্য সভাই প্রকাশ কৰিবলৈ লোৱা তেওঁৰ সোঁৱৰণী গ্রন্থখনিৰ সংকলন-সম্পাদনাৰ

দায়িত্ব মোৰ ওপৰত পৰাত তাক পৰম আগ্ৰহেৰে গ্ৰহণ কৰিছিলো। অৱশ্যে, নানা কাৰণত কৰি লোৱা আঁচনিমতে গ্ৰন্থখনি যুগুতাব পৰা নগ'ল। সেই দুখ মোৰ থাকি গ'ল।

যিসকল লেখক-লেখিকাই আমাৰ অনুৰোধ ৰক্ষা কৰি প্ৰবন্ধ লিখি নাইবা মূল ইংৰাজীৰ পৰা অনুবাদ কৰি আমাক সহায় কৰিলে তেখেত সকলৰ ওচৰত আমি ঋণী হৈ থাকিলো। ড° ভূঞাদেৱৰ পৰিয়ালৰ লোকসকলৰ পৰাও গ্ৰন্থখনি যুগুতাওঁতে নানাভাৱে সহায় পাইছো। তেখেতসকলো আমাৰ শলাগৰ পাত্ৰ। অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক ড° ৰামচৰণ ঠাকুৰীয়া আৰু বৰ্তমানৰ প্ৰধান সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰীৰ ওচৰত আমি বিশেষভাৱে কৃতজ্ঞ।

গ্ৰন্থখনি অতি কম সময়ৰ ভিতৰতে ছপাই উলিয়াব লগা হোৱাত আৰু সকলো আহিকাকত নিজে চাব নোৱৰাত ভালেমান ছপাৰ ভুল ৰৈ যোৱা সম্ভৱ। তাৰ বাবে আমি লেখক-পাঠকসকলৰ ওচৰত ক্ষমা বিচাৰিছো। নিৰ্দিষ্ট সময়ৰ ভিতৰত গ্ৰন্থখনি ছপাই দিয়া বাবে গুৱাহাটীৰ জ্যোতি প্ৰিণ্টাৰ্ছৰ উদ্যোগী গৰাকী শ্ৰীভাস্কৰ ফুকনলৈ আমাৰ ধন্যবাদ জনালো।

শ্ৰীভৱপ্ৰসাদ চলিহা
৩১, গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী-৭৮১০১৪

২০ ফেব্ৰুৱাৰী ১৯৯৬



## সূচী-পত্ৰ



ডক্টৰ সূৰ্যকুমাৰ ভূঞা
( ২৭ জানুৱাৰী ১৮৯২ : ৫ জুলাই ১৯৬৪ )

# শ্ৰীশ্ৰীসূৰ্য্যকুমাৰভূঞাস্মৃতিতৰ্পণম্

ড° মুকুন্দ মাধৱ শৰ্মা

সূৰ্য্যো ভাতি ভৃশং স্বয়ং হি গগনে দেদীপ্যমানপ্ৰভো
ভিন্নানানপি ভা-বলেন মহতা প্ৰাণাৰ্পণে দীক্ষিতঃ।
য়ে চান্যে কমলাদি পুষ্পনিৱহা ফুল্লন্তি পৃথ্ৱ্যাং শুভং
তে সৰ্ৱেঽপি চ য়ন্তি ৰূপমমলং তদ্ভাস্কৰানুগ্ৰহাৎ ॥ ১ ॥

শ্ৰীশ্ৰীসূৰ্য্যকুমাৰদেৱৱিবুধোঽপ্যন্ৱৰ্থনামা গুৰু-
ৰাসীৎ সূৰ্য্যসমঃ স্বকীয়প্ৰতিভাজ্ঞানাদিভিৰ্নিৰ্মলৈঃ।
আসীৎ স্বাধ্যয়নাধ্বনি স্থিৰমতিঃ কীৰ্ত্ত্যুজ্জ্বলঃ কান্তিমান্
অন্যেষামপি শোধমাৰ্গগহনে প্ৰোৎসাহনে দীক্ষিতঃ ॥ ২ ॥

আদিত্যস্য য়থা মৰীচিনিৱহশ্ শৃঙ্গং হিমাদ্ৰেস্তথা
ৱল্মীকাগ্ৰমপি প্ৰকাশনকৃতৌ সামান্যভাৱং নয়েৎ।
তদ্ৱৎ সোঽপি সুধীয়্যথাগুৰুমতেঃ প্ৰোৎসাহনে ৱিক্ৰম-
স্ত্ৱস্মত্তুল্যজনে তথৈৱ কৃতৱাংস্তন্নিৰ্ৱিশেষং শ্ৰমম্ ॥ ৩ ॥

ৱাগ্দেৱীৱৰসাধকঃ প্ৰতিদিনং ৱিদ্যাৰ্জনে জাগৰো
ৰাষ্ট্ৰস্যাপি স এৱ সেৱকৱৰশ্চাজীৱনং কৰ্মঠঃ।
একস্মিন্ পুৰুষে হি সন্তি নিখিলা মাহাত্ম্যধৰ্মা ভৃশং
চিত্ৰং হ্যেতদহো কথং সুনিপুণং তদ্ৱৰ্ণনং সম্ভৱেৎ ॥ ৪ ॥

সূৰ্য্যে স্বৰ্গগতে তদস্তু হৃদয়ে ধ্যাতং প্ৰভামণ্ডলং
দেৱস্নেহৱশাচ্চ চেতসি ভৱেজ্ জ্ঞানপ্ৰভা শাশ্বতী।
দেৱস্য স্মৃতিতৰ্পণং নতিপৰং পদ্যৈৰিদং য়ৎ কৃতং
তস্মাদস্তু সুখঞ্চ তৃপ্তিৰতুলা তস্যেতি য়াচামহে ॥ ৫ ॥

# ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ ৰচনাৱলী ঃ এটি পৰিচয়[১]

ড° ৰাণীকান্ত কাকতি
অনুবাদিকা ঃ ড° মালিনী গোস্বামী

ড° সূৰ্যকুমাৰ ভূঞাৰ পৰিচয় দিয়াৰ কোনো প্ৰয়োজন নাই। অসমত বুৰঞ্জীমূলক আৰু পুৰাতাত্ত্বিক অধ্যয়নৰ প্ৰাদেশিক সঞ্চালকৰূপে, অসংখ্য পাণ্ডিত্যপূৰ্ণ পত্ৰিকাত সঘনাই বুৰঞ্জীমূলক মৌলিক প্ৰবন্ধৰ প্ৰণেতা ৰূপে, এজন বিদ্বান সম্পাদকৰূপে আৰু পুৰণি অসমীয়া বুৰঞ্জীৰ অনুবাদকৰূপে আৰু ইংৰাজী আৰু অসমীয়া ভাষাত অনেক মৌলিক প্ৰবন্ধৰ প্ৰণেতাৰূপে ভাৰতৰ বুৰঞ্জী অধ্যয়নৰ প্ৰসিদ্ধ কেন্দ্ৰসমূহত তেখেত এক সন্মানিত নাম। 'জাৰ্ণেল অৱ্ দি ৰয়েল এচিয়াটিক চচাইটি অৱ্ গ্ৰেট-ব্ৰিটেইন এণ্ড আয়াৰলেণ্ড' আৰু বুলেটিন অৱ্ দি স্কুল অৱ্ ওৰিয়েন্টেল ষ্টাদিজ'ৰ পৃষ্ঠাত চাৰ এড্ৱাৰ্দ গেইট, লেফ্টেনেন্ট কৰ্ণেল পি, আৰ. টি. গৰ্ডন আৰু লেফ্টেনেন্ট কৰ্ণেল চাৰ ৱল্চ্লি হেইগৰ দৰে প্ৰসিদ্ধ পণ্ডিতৰ সপ্ৰশংস মতামতৰ দ্বাৰা তেখেতৰ কিছুমান বুৰঞ্জীমূলক প্ৰকাশন সন্মানিত হৈছে।

ড° ভূঞাৰ গ্ৰন্থপঞ্জীত তালিকাভুক্ত কৰা ৰচনাবোৰ প্ৰায় চাৰিটা দশকৰ ভিতৰত লিখা হৈছিল। সেইবোৰ প্ৰধানকৈ তিনিটা ভাগত পৰে ; বুৰঞ্জীমূলক, জীৱনীমূলক আৰু মৌলিক আৰু সানমিহলি ৰচনা। বুৰঞ্জী আৰু জীৱনী ৰচনাত ড° ভূঞাৰ বিশেষ নৈপুণ্য আছিল। আন বহুতো বুৰঞ্জীবিদৰ দৰে তেখেতৰ প্ৰথম অৱস্থাৰ প্ৰকাশনবোৰৰ বেছিভাগ বুৰঞ্জীৰ কিছুমান উল্লেখনীয় সময়ক সামৰি লৈ লিখা জীৱনী-

১. ১৯৫১ চনতে প্ৰকাশ হোৱা 'বিব্লিয়গ্ৰাফি অৱ্ দি ৱৰ্কছ্ অৱ্ ড° এছ্. কে. ভূঞা' শীৰ্ষক ড° ভূঞাৰ ৰচনাৱলীৰ তালিকাৰ ড° ৰাণীকান্ত কাকতি লিখিত ইংৰাজী 'ভূমিকা'ৰ অসমীয়া অনুবাদ।



মূলক ৰচনা। প্ৰথম অৱস্থাৰ তেনে অধ্যয়নবোৰ হৈছে আহোম শাসন ব্যৱস্থাৰ বিৱৰণ থকা 'আহোমৰ দিন' (১৯১৮) আৰু 'আৰ্লি বৃটিছ ৰিলেচন্চ্ উইথ আচাম' (১৯২৮)। কলিকতা, ঢাকা, বাৰানসী আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিভিন্ন পৰীক্ষাৰ পাঠ্যপুথিৰূপে বহুবছৰ চলাৰ বাবে তেখেতৰ কিছুমান মৌলিক অসমীয়া ৰচনা ইতিমধ্যে ক্লাচিকচ্ ৰূপে স্বীকৃত হৈছে।

পৰিস্থিতি এনেদৰে আগ বাঢ়িল যে ড° ভূঞাই অসম বুৰঞ্জী আৰু পুৰাতত্ত্বত তেখেতৰ মনোযোগ সৰ্বান্তঃকৰণেৰে নিয়োগ কৰিলে। ১৯২৭ চনৰ এটা সময়ত তেখেতৰ 'আৰ্লি বৃটিছ ৰিলেচন্চ্ উইথ আচাম' নামৰ পাণ্ডুলিপিটো তেতিয়াৰ শিক্ষাধিকৰ্তা মিষ্টাৰ জে. আৰ. কানিংহামৰ হাতত পৰে। এক বুৰঞ্জীমূলক ৰচনা হিচাপে মিষ্টাৰ কানিংহামে ইয়াৰ যথেষ্ট উচ্চ মান-বিশিষ্টতা স্বীকাৰ কৰিলে আৰু সেইখন প্ৰকাশ কৰি উলিয়াবৰ বাবে অসম চৰকাৰক প্ৰস্তাৱ দিবলৈ নিজে গাত ল'লে। সেইমতে ১৯২৮ চনত গ্ৰন্থখন প্ৰকাশ কৰা হ'ল। অসম বুৰঞ্জীৰ অনুদ্‌ঘাটিত ক্ষেত্ৰত ভৱিষ্যতে গৱেষণাৰ সম্ভাৱনা থকাৰ কথা বুজি আৰু বিশেষকৈ ড° ভূঞা আৰু তেখেতৰ সহকৰ্মীসকলে ভোগ কৰা অসুবিধা সমূহৰ প্ৰতি দৃষ্টি ৰাখি মিষ্টাৰ কানিংহামে প্ৰাদেশিক ৰাজহৰ পৰা এক নিয়মীয়া ধন ধাৰ্য কৰি বুৰঞ্জী আৰু পুৰাতাত্ত্বিক অধ্যয়নৰ এক বিভাগ প্ৰতিষ্ঠা কৰিবলৈ চৰকাৰৰ আগত প্ৰস্তাৱ দিয়ে। এইদৰে ১৯২৮ চনৰ জুন মাহত বিভাগটো প্ৰতিষ্ঠা হয়। আৰু অসম উপত্যকা মণ্ডলৰ তেতিয়াৰ আয়ুক্ত এ. এইচ্. ডব্লিউ বেন্টিঙ্ক, চি. আই. এ., আই. চি. এচ্., এফ. আৰ. জি. এচ্. এম্. এ. (অক্সন) অবৈতনিক প্ৰাদেশিক সঞ্চালকৰূপে ; আৰু সহকাৰী আয়ুক্ত মিঃ জে. পি. মিল্চ, আই. চি. এচ্. এম. এ, (অক্সন) আৰু গুৱাহাটীৰ কটন কলেজৰ অধ্যাপক এছ্. কে. ভূঞা, এম্. এ., বি. এল্. যথাক্ৰমে সুৰমা আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ অবৈতনিক সহকাৰী সঞ্চালকৰূপে নিযুক্ত হয়।

ড° ভূঞাৰ গ্ৰন্থপঞ্জীখনত অন্তৰ্ভুক্ত প্ৰকাশনসমূহেই দেখুৱাব যে যে ড° ভূঞা বিভাগটোৰ জীৱন আৰু প্ৰাণস্বৰূপ হৈ পৰিছিল। তেখেতে

কলেজীয়া শিক্ষকৰ অলপীয়া আজৰি সময়কণো বিভাগটোৰ সেৱাত লগাইছিল। তেখেতে বুৰঞ্জীমূলক সাঁচিপাতৰ পুথিবোৰ সংগ্ৰহ কৰিছিল, সমুচ্চয় প্ৰস্তুত কৰিছিল আৰু সৰ্বশেষত আৱশ্যকীয় টোকা আৰু পৰিচিতিৰে সৈতে ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাতে সম্পাদনা কৰি উলিয়াইছিল। ইয়াৰ লগতে বিভাগটোৰ গধুৰ প্ৰশাসনীয় দায়িত্বও যোগ হৈছিল। ১৯৩৩ চনত মিষ্টাৰ বেন্টিঙ্কে কাৰ্যালয়ৰ পৰা অৱসৰ লোৱাৰ পিছত অসম চৰকাৰে ড° ভূঞাক প্ৰাদেশিক সঞ্চালকৰূপে নিযুক্তি দি একচেতীয়া দায়িত্ব দিলে আৰু বিভাগটোৰ উদ্দেশ্য পূৰণ কৰিবলৈ তেখেতৰ যি হেপাহ তাক পূৰাবলৈও সুবিধা দিলে।

বিভাগটোৰ প্ৰতি ড° ভূঞাৰ মনোযোগ আছিল এজন অকৃত্ৰিম নিঃস্বাৰ্থ সেৱকৰ, যি ইয়াৰ পৰম্পৰা অব্যাহত ৰাখিব পৰা ভৱিষ্যতৰ গৱেষকসকলৰ কাৰণে ইয়াৰ দীৰ্ঘায়ু কামনা কৰিছিল। অতি সন্তোষজনকভাৱে আৰম্ভ কৰা বিভাগটোৱে এতিয়ালৈকে খ্যাতিৰে সৈতে কাম কৰি আছিল, কিন্তু ইয়াৰ কোনো নিজা ঘৰ ইয়াত নাছিল। ইয়াৰ থিতাপি লাগিব পৰাকৈ কোনো স্থায়ী ঘৰ নাছিল, মাত্ৰ ডিভিজনেল কমিছনাৰৰ কাৰ্যালয়তে এটা কোঠা ইয়াৰ কাম-কাজৰ বাবে সুকীয়াকৈ লোৱা হৈছিল। ইয়াৰ আগতে বহুবছৰৰ বাবে বিভাগটো ড° ভূঞাৰ ব্যক্তিগত আবাসগৃহতে পাতি লোৱা হৈছিল। এই শিশু অনুষ্ঠানটিৰ বাবে অধিক অনুদানৰ অনুৰোধেৰে চৰকাৰক আমনি নকৰি ড° ভূঞাই এটা স্থায়ী ঘৰ বান্ধিবলৈ আন উৎসৰ পৰা পুঁজি গোটাবলৈ চাইছিল। আৰু তেখেতে বেছি বিচাৰিব লগীয়াও হোৱা নাছিল। তেখেতে এজন দানী আৰু সংস্কৃতিবান অসমীয়া লোক ৰায় বাহাদুৰ ৰাধাকান্ত সন্দিকৈৰ সহানুভূতি লাভ কৰিলে। তেখেতে ইতিমধ্যে অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ কল্পে যথেষ্ট পৰিমাণে দান কৰি দেশৰ মানুহৰ কৃতজ্ঞতা লাভ কৰিছিল। ড° ভূঞাৰ যত্নৰ ফলত ৰায়বাহাদুৰ সন্দিকৈয়ে বিভাগৰ অৰ্থে এটা স্থায়ী গৃহ নিৰ্মাণৰ বাবে চৰকাৰৰ অধীনত এটা শকত পুঁজি অৰ্পণ কৰিলে। সেই ঘৰটি ১৯৩৬ চনৰ ফেব্ৰুৱাৰী মাহত দাতাৰ পত্নীৰ নামেৰে নামকৰণ কৰি 'নাৰায়ণী সন্দিকৈ হিষ্টৰিকেল ইন্‌ষ্টিটিউট' বুলি প্ৰতিষ্ঠা কৰা হ'ল। ১৯৩৬ চনৰ ৪ এপ্ৰিল তাৰিখে অসমৰ ৰাজ্যপাল মহামান্য চাৰ মাইকেল কীন, কে চি এচ্ আই, চি আই ই., আই. চি. এচ., মহোদয়ে দাতা, তেখেতৰ পত্নী আৰু বিশিষ্ট অতিথিসকলৰ উপস্থিতিত এই ঘৰটো আনুষ্ঠানিকভাৱে মুকলি কৰে। ভৱিষ্যতৰ বাবে বিভাগীয় কাৰ্যালয় এই ঘৰটোতে স্থাপন কৰা হ'ল। ড° ভূঞা আৰু বিভাগটোৰ বিষয়ে ১৯৭২ চনতে মি: কানিংহামে যি মন্তব্য কৰিছিল তাক বিভাগৰ পৰবৰ্তী সাফল্য সমূহৰ প্ৰতি দৃষ্টি ৰাখি অতি যুক্তিসম্মত বুলি ক'ব পাৰি—"প্ৰকৃত সত্যটো এয়ে যে যদি এজন এচ্. কে. ভূঞা নহ'লহেঁতেন, তেনেহ'লে এই বিভাগটো কোনোদিনেই প্ৰতিষ্ঠা নহ'লহেঁতেন আৰু এই একেজন এচ্. কে ভূঞাৰ সামৰ্থ্য আৰু একনিষ্ঠা ব্যতিৰেকে ইয়াৰ সাফল্যৰ অভিলেখ স্থাপিত নহ'লহেঁতেন।



বুৰঞ্জীমূলক আৰু পুৰাতাত্ত্বিক অধ্যয়নত ড° ভূঞাৰ আগ্ৰহী উদ্যোগ আৰু একনিষ্ঠ সেৱাক চৰকাৰে ১৯৩৬ চনত তুলনামূলকভাৱে কম বয়সতে ৰায়বাহাদুৰ উপাধি প্ৰদানৰ দ্বাৰা পুৰস্কৃত কৰিলে।

ড° ভূঞাৰ গৱেষণা ৰীতিত অসমীয়া জাতি সম্পৰ্কে ঐতিহাসিক জ্ঞান আৰু বিশ্লেষণাত্মক পদ্ধতিগত আধুনিক পাণ্ডিত্যৰ সংমিশ্ৰণ ঘটিছে। পুৰণি কালত ইতিহাস বিষয়ৰ জ্ঞান এজন শিক্ষিত অসমীয়া লোকৰ বৌদ্ধিক উপকৰণৰ আৱশ্যকীয় অংশ বুলি বিবেচনা কৰা হৈছিল। কেতিয়াবা তেওঁ নিজৰ দেশৰ বা ওচৰ চুবুৰীয়া অঞ্চলৰ বুৰঞ্জী প্ৰণয়ন কৰি জ্ঞান-পৰিসৰৰ বুজ দিয়াটো আশা কৰা হৈছিল। এই পৰম্পৰা যোৱা শতিকালৈকে অব্যাহত আছিল আৰু স্বাধীনভাৱে ইংৰাজী শিক্ষা লাভ কৰা তিনিজন প্ৰখ্যাত অসমীয়া লোকে অসমৰ বুৰঞ্জী সম্পৰ্কে তিনিটি গুৰুত্বপূৰ্ণ অধ্যয়ন এৰি থৈ গৈছে, তেখেতসকল হৈছে কাশীনাথ তামুলী ফুকন, ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা আৰু হৰকান্ত বৰুৱা সদৰামিন।

ড° ভূঞাই যথেষ্ট পৰিশ্ৰম কৰি মূল ঠাইৰ পৰা এক বিপুল পৰিমাণৰ অব্যৱহৃত সামগ্ৰী উদ্ধাৰ কৰে। তেখেত যিটো গৱেষণা

প্ৰতিষ্ঠানৰ একক দায়িত্বত আছিল তাৰ সৌজন্যত তেখেতে কেইবা-খনো প্ৰাচীন অভিলেখ আধুনিক পাণ্ডিত্যপূৰ্ণ প্ৰকাশনৰ সকলোখিনি প্ৰয়োজনীয় পদ্ধতিৰে সম্পাদনা কৰি উলিয়ায়। ডঃ ভূঞাই হাতত পৰা যিকোনো তথ্যকে উপযুক্তভাৱে মূল্যাংকন নকৰাকৈ নেৰিছিল। আহোমসকলৰ জাতীয় আৰু সাংস্কৃতিক পৰম্পৰা ভালদৰে বুজিবৰ বাবে তেখেতে কিছুদিনৰ বাবে এজন আহোম দেওধাই পণ্ডিতক নিয়োগ কৰিছিল। দেওধাই হ'ল আহোমৰ পাৰম্পৰিক সংস্কাৰসমূহৰ জ্ঞান থকা গোড়া আহোম পুৰোহিত। সেই ৰাজবংশটোৰ শাসন-কালৰ আগৰ আৰু পিছৰ কালৰ ঘটনাৱলীৰ এটি চমু সাৰাংশৰে আৰু টোকা, শব্দসূচী, নিৰ্ঘণ্ট আৰু আগকথাৰে ১৯৩৩ চনত অক্সফৰ্ড ইউনি-ভাৰ্চিটি প্ৰেছে ছপা কৰি উলিওৱা তুংখুঙীয়া বুৰঞ্জীৰ ইংৰাজী সংস্কৰণত অসমীয়া বুৰঞ্জী সম্পাদনাৰ যি আৰ্হি ডঃ ভূঞাই আগবঢ়াইছে সিয়ে তেখেতৰ সমালোচনামূলক পদ্ধতিৰ বৈশিষ্ট্য।

ডঃ ভূঞাই অসমীয়া গ্ৰন্থমূলৰ পৰা মোগল যুগৰ ভাৰত সম্পৰ্কে কিছু নতুন তথ্য আবিষ্কাৰ কৰিছিল। সেইবোৰ 'ইছলামিক কালচাৰ', হায়দৰাবাদ, দেক্কান, ১৯২৮-২৯ আৰু ১৯৩৩-৩৪ৰ কেইবাটাও সংখ্যাত প্ৰকাশ পাইছে আৰু এতিয়া 'এনেল্‌চ্ অৱ্ দি দেল্‌হি বাদচাহেট' নামেৰে গ্ৰন্থাকাৰে ওলাইছে।

ডঃ ভূঞাই সম্পাদনা কৰা কেইবাখনো বুৰঞ্জীৰ আগকথাবোৰৰ বিষয়ে দুআষাৰমান কোৱা উচিত। সেইবোৰ অসমীয়া আৰু ইংৰাজী দুয়োটা ভাষাতে পোৱা যায়। সেইবোৰৰ প্ৰত্যেকটোতে আন আন প্ৰাপ্ত মূলৰ পৰা অধিক ব্যাখ্যাৰে সৈতে বিষয়বস্তুৰ সমালোচনামূলক সাৰাংশ আৰু সেইবোৰৰ ঐতিহাসিক আৰু সাহিত্যিক মূল্যৰ পৰীক্ষণ থাকে। অসমীয়া সভ্যতা আৰু সংস্কৃতিৰ আন কিছুমান দিশতো সেই-বোৰৰ গুৰুত্ব আছে। বুৰঞ্জীবোৰ বিভিন্ন সময়ত ৰাজনৈতিক, সামা-জিক আৰু ধৰ্মীয় পৰম্পৰাৰ বিস্তৃত বিৱৰণ দিয়া বাবে ডঃ ভূঞাই তেখেতৰ জ্ঞানোদ্দীপক মন্তব্যৰ দ্বাৰা বিচিত্ৰ ভাৱ-আন্দোলনৰ সঠিক পটভূমিবোৰ যোগান ধৰিব পাৰিছিল আৰু এখন বিশেষ বুৰঞ্জীয়ে



সামৰি লোৱা একোছোৱা সময়ক জীৱন আৰু প্ৰাণশক্তিৰে ভৰাই তুলিছিল।

এই কথা স্বীকাৰ্য যে সীমিত পৰিসৰৰ ভিতৰত কাম কৰিলেও তেখেতে অসমৰ বুৰঞ্জী আৰু সভ্যতা সম্পৰ্কে ভাৰত আৰু ইউৰোপৰ বুৰঞ্জীবিদ পণ্ডিতসকলৰ মনোযোগ আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল। আন্নামালাই বিশ্ববিদ্যালয়ৰ পূৰ্বতন অধ্যাপক চি. এচ্. শ্ৰীনিবাসাচাৰী আৰু পুনাৰ মহামহোপাধ্যায় ডি. ভি. পোদ্দাৰে যথাক্ৰমে 'জাৰ্ণেল অৱ্ ইণ্ডিয়ান হিষ্টৰি' আৰু 'জাৰ্ণেল অৱ্ দি ভাণ্ডাৰকাৰ অ'ৰিয়েণ্টেল ৰিচাৰ্চ ইন্‌ষ্টিটিউট'ত ডঃ ভূঞাৰ একো একোখন কিতাপ পুনৰীক্ষণ কৰিছিল আৰু অসমৰ বুৰঞ্জীমূলক বিষয়ৰ প্ৰতি বিস্তৃতভাৱে বিশেষ মনোযোগ আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল। পুনাৰ ডঃ বি. এ. চালেটৰে 'জাৰ্ণেল অৱ্ দি আচাম ৰিচাৰ্চ চচাইটি'ৰ এটা সংখ্যাত আহোম-সকলৰ মৃতক-সৎকাৰ পদ্ধতিত চুমেৰীয় সংস্কাৰৰ সাদৃশ্য বিচাৰ কৰিছে, যিটো ডঃ ভূঞাই তেখেতৰ 'দেওধাই অসম বুৰঞ্জী'ৰ পাতনিত সম্পূৰ্ণকৈ বৰ্ণনা কৰি গৈছে। এইখন কিতাপ, বিশেষকৈ ইয়াৰ ৭০ পৃষ্ঠা জোৰা ইংৰাজী আগকথাৰ পৰা বিচাৰ কৰিব পৰা ইয়াৰ বিষয়বস্তু লাইপ-জিগৰ জাৰ্মান পত্ৰিকা 'Orientalistische Literaturzeitung'ত পুনৰীক্ষণ কৰা হৈছে। দূৰ-দূৰণিৰ দেশত অসমীয়া মানুহ সম্বন্ধীয় জ্ঞানৰ যি প্ৰচাৰ হৈছে আৰু তেওঁলোকৰ অতীত বুৰঞ্জী আৰু সভ্যতা সম্পৰ্কে মনোযোগ আকৰ্ষণ কৰা হৈছে সি অসমৰ বুৰঞ্জীমূলক গৱে-ষণাৰ ক্ষেত্ৰত ডঃ ভূঞাৰ জীৱনজোৰা সাধনাৰ আদৰণীয় ফল।

অসম বুৰঞ্জীৰ কেইবাটাও কালৰ গভীৰ অধ্যয়নে ডঃ ভূঞাক ইয়াৰ মানুহৰ সাংস্কৃতিক জীৱন গঢ়াত অৰিহণা যোগোৱা বৈচিত্ৰ্যপূৰ্ণ ভাৱধাৰাৰ এক নিবিড় সংযোগলৈ আনিছিল। অসমীয়াৰ বিভিন্ন বিষয়ত ডঃ ভূঞাৰ কেনে সূক্ষ্ম জ্ঞান আছিল তাক অসম চৰকাৰৰ উদ্যোগত প্ৰস্তুত কৰা আৰু ১৯৩৬ চনৰ জুলাইত মুদ্ৰন কৰা 'আচামিজ লিটাৰেচাৰ এন্ চিয়েণ্ট এণ্ড মদাৰ্ণ' টোকাটোৱেই বুজায়।

সকলোবোৰ তথ্য সমান্তৰালভাৱে স্থাপন কৰা আৰু সকলোবোৰে

একেলগে সমন্বয় সাধন কৰা—এই গোটেইখিনি কৰিবৰ বাবে এজন শিক্ষকৰ কামৰ মাজৰ আজৰিখিনি যথেষ্ট নহয়। এই অৱস্থাটোৰ বিষয়ে ড° ভূঞাৰ নিজৰ কথাতকৈ আৰু বেছি স্পষ্টকৈ বুজাব নোৱাৰি—"মই খোলাখুলিকৈ ক'ব লাগিব যে আমাৰ কামৰ প্ৰধান অন্তৰায় হৈছে সময়। কলিকতা বিশ্ববিদ্যালয়ৰ লগত সংলগ্ন কলেজৰ এজন শিক্ষকৰ সাধাৰণ দায়িত্ববোৰৰ পাছত গৱেষণা আৰু অনুসন্ধানৰ বাবে অতি কম আজৰি সময় থাকেগৈ। বিভাগটোৰ লগত চৰকাৰে খৰচ কৰা ধনখিনিৰ কিছু ঘূৰাই দিব পৰাকৈ আমাৰ প্ৰকাশনবোৰৰ কাৰণে এখন ভাল বজাৰ পোৱাৰ আৱশ্যকতাৰ লগতে নানা দিশত সাহায্য দি শিশু অনুষ্ঠান এটাক ডাঙৰ দীঘল কৰা আৰু প্ৰাচ্যতত্ত্ব অধ্যয়নৰ অনুষ্ঠানৰূপে ইয়াক মৰ্যাদা আৰু সন্মান প্ৰদান কৰা আৰু ইয়াৰ সৰ্বতোমুখী যত্নৰ লগত জড়িত এৰাব নোৱৰা বিভিন্ন চিন্তা ভাৱনা আদিৰ বাবে এই বছৰ কেইটাত অতি ঘনাই বাঢ়ি যোৱা আমাৰ বিভাগৰ নিয়মীয়া কাম-কাজবোৰে আমাৰ জীৱনীশক্তি কাঢ়ি লৈছে। এই বৃহৎ পৰিমাণৰ নিয়মীয়া কাম-কাজ কৰিব লগীয়া হোৱাৰ পিছত মৌলিক প্ৰবন্ধ ৰচনাৰ বাবে সময় ক'ত? কিন্তু আমাৰ হাতত থকা বিপুল পৰিমাণৰ তথ্যলৈ চাই মই তাৰ বাবেহে প্ৰলুব্ধ হওঁ। মোৰ নিজৰ মনতে পাঙি থোৱা গৱেষণাবোৰ ৰুটিন আৰু ৰঙাফিটাৰ অত্যাচাৰী দেৱীৰ বেদীত বিসৰ্জন দিলো।" তেখেতৰ অন্তৰৰ একোণত থকা ড° ভূঞাৰ জ্ঞানান্বেষণৰ আগ্ৰহে অৱশ্যে পৰাজয় স্বীকাৰ নকৰে। তেখেতে সেই আজৰি সময় বিচাৰি আৰু নিজৰ দেশত নোপোৱা সা-সুবিধাৰ বাবে ছুটি লৈ ইংলণ্ডলৈ যাত্ৰা কৰিলে।

তেখেতে লণ্ডনৰ স্কুল অৱ অ'ৰিয়েণ্টেল ষ্টাডিজত যোগ দিলে আৰু 'দি কেম্ব্ৰিজ হিষ্টৰী অৱ ইণ্ডিয়া'ৰ পঞ্চম আৰু ষষ্ঠ খণ্ডৰ সম্পাদক স্বৰ্গীয় অধ্যাপক এইচ্. এচ্. ডড্‌ৱেলৰ অধীনত কাম কৰিলে। তেখেতৰ পৰিশ্ৰমৰ ফল 'এংলো–আচামিজ ৰিলেচন' নামৰ প্ৰকাশনটিত সন্নিৱিষ্ট হ'ল। সেইখনে লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ্. ডি. উপাধিৰ বাবে অনুমোদন পালে। ১৮২৪-২৫ চনত বৃটিছে দেশত থিতাপি লোৱাৰে পৰা ইষ্ট-ইণ্ডিয়া কোম্পানীৰে সৈতে অসমৰ সম্বন্ধৰ লগতে অসমৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাৰ বিষয়ে তথ্য সম্বলিত এইখন এখন বিস্তৃত গ্ৰন্থ।



১৯৩৮ চনৰ আগষ্টৰ শেষৰ ফালে তেখেত ইংলণ্ডৰ পৰা ঘূৰি অহাৰ পিছত ড° ভূঞাই কটন কলেজৰ কাৰ্যভাৰ পুনৰ গ্ৰহণ কৰে আৰু আন কেইবাটাও সামৰ্থ্যৰে চৰকাৰলৈ সেৱা আগবঢ়ায়। কিন্তু তাৰ মাজতে অবৈতনিক সঞ্চালকৰূপে কাম কৰি থাকি সকলো সময়তে তেখেতে বুৰঞ্জীমূলক আৰু পুৰাতাত্ত্বিক অধ্যয়ন বিভাগৰ লগত সম্বন্ধ ৰাখি থাকে। ১৯৪৭ চনত কটন কলেজৰ দায়িত্বৰ পৰা তেখেতে অব্যাহতি পায় আৰু অনুষ্ঠানটিৰ পূৰ্ণকালীন দায়িত্বত প্ৰতিষ্ঠিত হয়।

ড° ভূঞাৰ সেৱাক চৰকাৰে স্বীকৃতি দিলে। তেখেতৰ ৰায়বাহাদুৰ উপাধিৰ লগতে ১৯৪৬ চনত তেখেতে ৰাজকীয় সন্মান এম. বি ই. লাভ কৰে। চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত বৰ্তমানৰ চৰকাৰে তেখেতক বুৰঞ্জীমূলক আৰু পুৰাতাত্ত্বিক অধ্যয়ন বিভাগৰ সঞ্চালকৰূপে পুনৰ নিযুক্তি দিছে।

ড° ভূঞাৰ গ্ৰন্থপঞ্জীখনে তেখেতৰ সাহিত্যিক আৰু বুৰঞ্জীমূলক ৰচনাসমূহৰ বৈচিত্ৰ্য আৰু গুৰুত্ব দেখুৱাব।

# ড° সূৰ্যকুমাৰ ভূঞাৰ সাহিত্যকৃতি

শ্ৰীউপেন্দ্ৰনাথ শৰ্মা

ড° সূৰ্যকুমাৰ ভূঞা অসমৰ নৱন্যাস যুগৰ এটি উজ্জ্বল নক্ষত্ৰ। তেওঁক সকলোৱে বুৰঞ্জীবিদ বুলিয়েই জানে। সেই দৃষ্টিকোণৰ পৰা চালে তেওঁ নৱন্যাস যুগৰ অন্যতম স্ৰষ্টাও। অসমীয়া সাহিত্যৰ বিভিন্ন দিশত তেওঁ অবিস্মৰণীয় অবদান আগবঢ়াই গৈছে। তেওঁ একাধাৰে কবি, কথা-সাহিত্যিক তথা গল্পকাৰ, জীৱনী লেখক, সমালোচক আৰু প্ৰবন্ধকাৰ। ভূঞাই সৰুৰে পৰা অসম মাতৃৰ মুখ উজ্জ্বল কৰি ৰাখিবলৈ দৃঢ় সংকল্পবদ্ধ হৈছিল। তেওঁৰ কৈশোৰৰ একাধিক কবিতাত এই সংকল্প সবলভাবে প্ৰকাশ পাইছে। এই স্বদেশানুৰাগ জোনাকীযুগৰ কৰ্ণধাৰ সকলৰ অবদান। আনন্দৰাম বৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা আদি মনীষীসকল তেওঁৰ আদৰ্শ পুৰুষ আছিল আৰু তেওঁলোকৰ পদাঙ্ক অনুসৰণ কৰিবলৈ তেওঁ সততে যত্ন কৰিছিল। ৰবীন্দ্ৰনাথৰ সাহিত্যকৰ্ম তেওঁৰ কেন্দ্ৰীয় প্ৰেৰণা আছিল যেন লাগে। ১৯২০ চনত তেওঁ ৰবীন্দ্ৰনাথৰ এখন জীৱনী গ্ৰন্থও প্ৰকাশ কৰে। তৰুণ ৰবীন্দ্ৰনাথে নিজে 'ভানু সিংহ' নাম লৈ 'ভানু সিংহৰ পদাৱলী' লিখি উলিওৱাৰ দৰে, সূৰ্যকুমাৰ ভূঞাইও নিজকে পোনতে 'ভানুনন্দন' নামেৰে চিহ্নিত কৰিব খুজিছিল। গোহাঞি বৰুৱা, আনন্দৰাম বৰুৱা আদি পূৰ্বসূৰী সকলৰ ওপৰত তেওঁ প্ৰশস্তিমূলক কবিতাও ৰচনা কৰে।

অসমী আইৰ মুখ উজ্জ্বল কৰি ৰাখিবলৈ হ'লে অতীতৰ লুপ্ত গৌৰৱক পুনৰুদ্ধাৰ কৰিব লাগিব—বুৰঞ্জীৰ পম খেদিব লাগিব। এই কথা ড° ভূঞাই ভালদৰে উপলব্ধি কৰিছিল। তেওঁ কৈশোৰত লিখা ভালেমান কবিতাতে ভৱিষ্যতৰ ঐতিহাসিকজন লুকাই আছে। জ্ঞান-



বিজ্ঞানৰ গৰিমাৰে প্ৰোজ্জ্বল আধুনিক যুগৰ শক্তিশালী জাতিৰ বাবে আত্মগৰিমাতকৈ আত্মসমালোচনাৰহে বেছি প্ৰয়োজন। তেওঁলোকৰ বাবে স্বদেশ হিতৈষণাই যথেষ্ট নহয় -'Patriotism is not enough.' কিন্তু আত্মবিস্মৃত অসমীয়াৰ জাতিসত্বা সংৰক্ষণৰ সংগ্ৰাম তেতিয়াও ওৰ পৰা নাই। বৃহত্তৰ ভাৰতীয় জাতীয় সত্তাৰ লগত এক হোৱাৰ অৰ্থ জাতিসত্বাৰ আত্মবিলোপন নহয়। এইবোৰ কথা সাৰোগত কৰিয়েই ড° ভূঞাই তেওঁৰ অসাধাৰণ প্ৰৱন্ধাৱলীত অসমৰ মানুহক ঐশ্বৰ্যময় অতীতৰ কথা সোঁৱৰাবলৈ আহোপুৰুষাৰ্থ কৰিছিল। তেওঁ লিখিছে—"বিশেষকৈ আমাৰ নিচিনা, পিছ পৰা জাতিৰ নিমিত্তে অতীত আদৰ্শৰ উদ্গনি নিতান্ত আৱশ্যকীয়। জগতৰ উন্নত সমাজত আমি ছালছিগা ভিকহু। তাত আমাৰ মাতবোলাৰ শক্তি একেবাৰে দুৰ্বল। অন্যদেশৰ মানুহে আকাশ-সমুদ্ৰ, গিৰি-ভৈয়ামৰ ব্যৱধান লঙ্ঘণ কৰি বিজ্ঞানৰ বিজয় নিচান উৰাব লাগিছে। আমি সেই সভ্যতাৰ ইঞ্জিনত পেট্ৰল কয়লাৰ যোগান দিছো মাথোন।" (বুৰঞ্জীৰ বাণী) ড° ভূঞাই আশা কৰিছিল, অসমীয়া সাহিত্যিকে বুৰঞ্জীৰ বাণীসমূহ সাৰোগত কৰি নতুন সাহিত্যৰচনাত প্ৰবৃত্ত হ'ব। তেওঁৰ অবিস্মৰণীয় ভাষাত "বুৰঞ্জীত সাধাৰণতে ঘটনাৰ হাড়ছাল মাথোনৰ বিবৰণ থাকে। তাত ৰসসৃষ্টি আৰু আবেগৰ অৱতাৰণা কৰাটো একপ্ৰকাৰ অবিধেয়। কিন্তু সাহিত্য লিখকে সত্যৰ অপলাপ নকৰাকৈ, বুৰঞ্জীৰ আগ-পাছৰ তাৎপৰ্য দেখুৱাই সঞ্জীৱনী ভাষাৰ সহায়ত তাত নতুন প্ৰাণ সঞ্চাৰ কৰিব পাৰে।"

যিদিনা সমগ্ৰ ভাৰত আৰু অসম স্বাধীনতা উৎসৱত মত্ত, সিদিনা এই বুৰঞ্জীবিদ জনে জনকোলাহল আওকাণ কৰি এটা বিৰল সত্য অনুধাবন কৰিবলৈ চেষ্টা কৰিছিল। তাৰ অন্তৰ্প্ৰদেশত ক্ৰিয়া কৰিছিল সামগ্ৰিক ভাৰতীয়কৰণৰ জন্মযন্ত্ৰণা। তাত প্ৰায় শেষ বাৰৰ বাবে এই ক্ষণজন্মা মনীষী গৰাকীয়ে আমাক বুজাব খুজিছিল যে দেখাত নিমাখিত, অথচ স্বাধীনতাপ্ৰিয় অসমীয়া জাতিক পদদলিত কৰি নহয় —আকোঁৱালি লৈহে বৃহৎ ভাৰতীয় জাতিৰ অংশীদাৰ কৰিব পাৰি—"আজিৰ

অসম বোকাই-গোবৰে লেটিপেটি হৈ থকা চোতাল-কুঁৱৰী নহয়, আজিৰ অসম ছত্ৰ আৰোৱানৰ তলত অধিষ্ঠিতা সৰ্ববৰেণ্যা মহাদৈ পটেশ্বৰী। স্বাধীনতাস্পৃহা অসমীয়া জাতিৰ হাড়েহিমজুৱে লগা। অসমীয়াক বাহিৰৰ পৰা দেখিলে নিশ্চেষ্ট, স্পন্দনবিহীন যেন লাগে সঁচা ; কিন্তু সেই নিৰ্বিকাৰ, সুশীতল ছৱিৰ তলত লুকাই আছে এখনি বিক্ৰমী হিয়া, দেশৰ মৰ্যাদা ৰক্ষাৰ কাৰণে দুৰন্ত অভিলাস, আৰু অন্যায়ৰ প্ৰতিৰোধক সুদৃঢ় প্ৰতিজ্ঞা।"

ভূঞাৰ বুৰঞ্জীমূলক গদ্য প্ৰাঞ্জল আৰু প্ৰকাশিকা শক্তিসম্পন্ন। তেওঁৰ গদ্যৰীতি ড° কাকতিৰ গদ্যৰীতিৰ পৰা পৃথক হ'লেও তাৰ পৰিপূৰক। অকল বুৰঞ্জীৰ ঐশ্বৰ্যই নহয়, অসমীয়া শব্দ সম্ভাৰৰ ঐশ্বৰ্য অনুসন্ধানতো তেওঁ সমানে আগ্ৰহী আছিল। দুয়োজনা বিদগ্ধ পণ্ডিতে অসমীয়া ভাষাক সৃজনশীল পৰ্যায়ত প্ৰয়োগ কৰিছিল। ড° ভূঞাযে এজন সাৰ্থক কবিও এই কথা ওপৰৰ গদ্যাংশৰ উদ্ধৃতিবোৰৰ পৰা ঠাৱৰ কৰিব পাৰি। তেওঁৰ গদ্য পঢ়িলে লেম্বৰ এটা কথা মনলৈ আহে— 'Prose has its cadences'. তেওঁৰ গদ্যৰীতি যথোপযুক্ত চিত্ৰকল্পৰ প্ৰয়োগসমৃদ্ধ। শব্দ সংযোজনৰ নতুন নতুন সৃষ্টিশীল উদ্ভাৱন ড° ভূঞাৰ গদ্যৰীতিৰ অন্যতম বৈশিষ্ট্য। তেওঁৰ বৰ্ণনাত্মক ভাষা সৰল, ৰূপকধৰ্মী আৰু স্পষ্ট (vivid)। ঘৰুৱা শব্দ চয়ন কৰি তেওঁ অত্যন্ত প্ৰকাশিকা শক্তি সম্পন্ন ৰীতি সহজতে আয়ত্ব কৰে। ওপৰত উদ্ধৃত গদ্যাংশটো পঢ়িলে এই কথা প্ৰতীয়মান হ'ব।

শব্দ সম্ভাৰৰ বৈচিত্ৰ্য আৰু শব্দাৰ্থৰ নিগূঢ় সম্পৰ্কৰ চেতনাই ড° ভূঞাৰ গল্পবোৰৰ এক অবিস্মৰণীয় ৰূপ দান কৰিছে। প্ৰথম মহাযুদ্ধৰ আগতে ভূঞাৰ শ্ৰেষ্ঠ গল্প আৰু কবিতাসমূহ লিপিবদ্ধ আৰু প্ৰকাশিত হয়। দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাই ড° ভূঞাৰ পাঁচোটা গল্প ১৯২৭ চনত বিভিন্ন আলোচনীৰ পৰা উদ্ধাৰ কৰি 'পঞ্চমী' নাম দি প্ৰকাশ কৰে। এই পাঁচোটা গল্পই সামগ্ৰিকভাবে এক বিলীয়মান সামাজিক গাঁঠনিৰ সম্ভেদ দিয়ে। মানুহৰ স্বভাৱগত আৰু চিৰন্তন হিংসা অসূয়াত বাহিৰেও মানৱ হৃদয়ত, বিশেষকৈ নাৰী হৃদয়ত থিতাপি লোৱা প্ৰেম



প্ৰীতি দয়াৰ ছবি গল্পবোৰত আছে। 'পঞ্চমী'ত সন্নিবিষ্ট প্ৰথম গল্প মাণিক বৰা ১৯০০) বেজবৰুৱাৰ 'মালতী' বা 'জয়মতী'ৰ দৰে বুৰঞ্জীমূলক আখ্যান বা কিম্বদন্তীৰ ওপৰত ভেজা দিয়া। ১৭৪০ শক। ৰজা আৰু প্ৰজা মানৰ আক্ৰমণত জুৰুলা। কলিয়াবৰত পলাশ গোহাঁয়ে অত্যাচাৰী মানক ভেটিবৰ মন কৰি তেওঁৰ প্ৰধান বিষয়া মাণিক বৰাৰ লগত পৰামৰ্শ কৰি তেওঁক দেহৰক্ষাৰ হকে ধন সংগ্ৰহৰ ভাৰ দিয়ে। ধন সংগ্ৰহ কৰা হ'লত মাণিক বৰাৰ তলতীয়া কৰ্মচাৰী হৰিগতি নেওগে প্ৰজাৰ ওপৰত অযথা কৰকাটল লগোৱা বুলি কৈ ৰাইজক উচটায়। ফলত ৰাইজ ক্ষুব্ধ হয় আৰু বাঘ এটা মৰাৰ চেলু লৈ মাণিক বৰাক হত্যা কৰে। পলাশ গোহাঁয়ে সকলো কথা জানিব পাৰি ষড়যন্ত্ৰকাৰী সকলক কঠোৰ শাস্তি দিয়ে।

ভূঞাদেৱে ১৯১১ চনত 'শিলা নহয়, ফুল' নামেৰে এটি সুখপাঠ্য ৰোমাণ্টিক গল্প ৰচনা কৰে। গল্পটোত দুই এটা আত্মজীৱনীমূলক অভিজ্ঞতা প্ৰতিফলিত হ'লেও হ'ব পাৰে। কিন্তু গল্পটোৰ পশ্চাৎপট হিচাপে হেমচন্দ্ৰ গোস্বামীৰ বিখ্যাত চনেট 'প্ৰিয়তমাৰ সৌন্দৰ্য'ও থকা যেন লাগে। গল্পটোত কবিতাটো উল্লেখ কৰা হৈছে। পুষ্পই কলিকতাত এম্ এ পঢ়ি থাকোঁতে বুঢ়ীমাকৰ কথা লঙ্ঘন কৰিব নোৱাৰি নিজৰ মতৰ বিৰুদ্ধে গৈ বিয়াত সন্মতি দিব লগীয়া হ'ল। কিন্তু তাৰ ফুকলীয়া পত্নী বৰুণাই কেৱল ঘৰলৈ যাওঁ ঘৰলৈ যাওঁ কৰি থকা হ'ল। বিয়া কি বস্তু তাই বুজি পোৱাই নাছিল। পুষ্প কলিকতালৈ গ'লগৈ। যাওঁতে কৈ গ'ল, তাই চিঠি দি নমতালৈকে সি উভতি নাহে। ভূঞাৰ ভাষাত—'পুষ্প যেতিয়া ঘৰৰ পৰা ওলাই যায়, তেতিয়া বৰুণাৰ বুকুখন চিৰিং কৰি গ'ল। তেওঁৰ গোটেই শৰীৰত যেন তড়িৎ প্ৰবাহ ব'বলৈ ধৰিলে। তেওঁৰ ইচ্ছা আছিল পুষ্পক যেন বাটৰ পৰাই ওভতাই আনে, কিন্তু লাজে বিধি পথালি দিলে। তাই কুকুৰাঠেঙীয়া আখৰ জোটাই চিঠি দি আছিল। কিন্তু 'পুষ্পধৰ বৰুৱা, বি. এ. কলিকতা'—এই বিযুগত দিয়া চিঠি তাৰ হাতত নপৰিল। বৰুণাৰ ককায়েকে শুদ্ধ ঠিকনা লিখি দিয়াতহে চিঠি এখন পাই সি উভতি আহিল। বৰুণাৰ সৰল—'এতিয়া

চোন আহিল ?'— এই প্ৰশ্নটোৱে পাঠকৰ মনত অনুৰণন নোতোলাকৈ নাথাকে। কিশোৰী বৰুণাৰ মনত ওপজা প্ৰথম প্ৰেমৰ ফুটো নে নুফুটোকৈ ফুলা কলিটিৰ মনস্তাত্বিক উপস্থাপন মনোৰম।

১৯১২ চনত ভূঞাই মুছলমান সম্প্ৰদায়ৰ জীৱনক সামৰি 'আমিনা' নামৰ সুখপাঠ্য গল্পটি লিখে। এঘাৰ বছৰীয়া আমিনাই নিচেই সৰু ভায়েক গফুৰক লৈ আখ্যায়কৰ বাগানত তহলি আছিল। তেওঁ তাইহঁতৰ লগত পৰিচয় হৈ জানিব পাৰিলে যে তাইৰ ককায়েকৰ টান নৰিয়া। সি তাইহঁতৰ লগত গৈ ককায়েকৰ খবৰ ল'লে আৰু চিকিৎসাৰ ব্যৱস্থা কৰাৰ উপৰিও তাক শুশ্ৰূষা কৰিবলৈ ধৰিলে। লাহে লাহে দুয়োখন ঘৰৰ মাজত হৃদ্যতা গঢ়ি উঠিল। আখ্যায়কৰ মনতো আমিনাৰ প্ৰতি এটা স্নেহৰ ভাব উপজিল। আখ্যায়কৰ ভাষাত — 'সেই স্নেহ তৰুৰ গজালি মেলি একেদিনাখনেই যেন তাৰ পৰা কুঁহিপাত ওলাল আৰু সেইদিনাৰ ভিতৰতে সি জকমককৈ ফুলিবলৈ ধৰিলে। ..... এই পৃথিৱীত অনেক মুখ আমাৰ চকুত পৰে, কিন্তু কেতিয়াবা তাৰ এখন মুখে কোৱামেলা নাই একেবাৰে হৃদয়ৰ তলিত থিত হৈ যায়।'' এনেবোৰ বৰ্ণনাই চৰিত্ৰৰ মনৰ গহনত পোহৰ পেলায়। শেষৰাতি নৰিয়া ভাল হোৱাৰ আগন্তুক হ ল। এটা প্ৰতীকীয় বৰ্ণনাত্মক চিত্ৰকল্পেৰে সেই কথা লেখকে ৰঞ্জিত কৰিছে। অন্ধকাৰৰ ছয়াত চাইডড়ীয়া ভোটাতৰা, যি অকলে আকাশত ট ট কৰে জ্বলিব লাগিছে।

'তেতিয়া আৰু এতিয়া' গল্পটো ১৯১২ চনত লিখা। জিলাৰ দয়াশীল উকীল পীতাম্বৰ হাজৰিকাই চৈধ্য বছৰীয়া পুতেক নীলাম্বৰক এৰি থৈ ইহলীলা সম্বৰণ কৰিলে। ৰত্নধৰ মুঞ্চিফকে ধৰি যিসকলক তেওঁ পাৰ্যমানে সহায় কৰিছিল সিসকলে নীলাম্বৰৰ ফালে সহায়ৰ হাত আগ বঢ়াওক ছাড়ি তাক গালি শপনিহে পাৰিবলৈ ধৰিলে। ল'ৰাটিৰ একমাত্ৰ সাৰথি পুৰণা হিন্দুস্থানী ভৃত্য ৰামৰতন। উকীলে উপকাৰ কৰা সকলৰ ভিতৰত একমাত্ৰ গাওঁবুঢ়াইহে সিহঁতক ধান মাহ দি পোহপাল দিয়াৰ উপৰিও পঢ়াৰ খৰছ বহন কৰিলে। সি পঢ়ি শুনি হাকিম হেৱোত ৰত্নধৰ মুঞ্চিপ ছোৱালী দিবলৈ আগবাঢ়ি আহিল।



কিন্তু সি পিতৃৰ মৰম দিয়া স্বৰ্গগত গাওঁবুঢ়াৰ ছোৱালী শীতলাকহে বিয়া কৰালে। ৰত্নধৰ মুঞ্চিপ আৰু তেওঁৰ পৰিয়ালৰ বৰ্ণনাত নৈতিক মন্তব্য সমৃদ্ধ বৰ্ণনাত্মক ভাষা ব্যৱহাৰ কৰিছে। মুঞ্চিপৰ ল'ৰাকেইটাই বৰ চুৰীয়াৰ ফেৰ মাৰি নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিছিল যদিও পঢ়া-শুনাত নীলাম্বৰৰ লগত ফেৰ মাৰিব নোৱাৰিলে। ভূঞাই দৃষ্টান্ত ধৰ্মী বৰ্ণনাৰ আঁচোৰেৰে পৰিস্থিতিটো ফুটাই তুলিছে যি অস্ত্ৰৰ তীখা নাই, শিলত শান দিলেও তাৰ চোক নুঠে। মাথোন শিলহে ক্ষয় যায়।

১৯১৩ চনত লিখা অসাধাৰণ গল্প 'বিজুলী'ত অলৌকিকতাৰ মৃদুসিহৰণ অনুভৱ কৰা যায়। আখ্যায়কে বিজুলীক প্ৰাণতকৈও ভাল পাই বিয়া কৰাইছিল। কিন্তু বিয়াৰ কম দিনৰ ভিতৰতে পত্নীক হেৰুৱায়। পত্নীয়ে মৃত্যুৰ সময়ত স্বামীৰ অবিনশ্বৰ মৰমৰ সম্ভেদ পাই চকু মুদাৰ সময়ত কৈ যায়, যে তেওঁ তাইৰ উপস্থিতি সদায় অনুভৱ কৰি থাকিব। আখ্যায়কে প্ৰায়েই তাইৰ উপস্থিতি অনুভৱ কৰে। কিন্তু এই অৱস্থা চিৰন্তন নহ'ল। কাৰণ তেওঁ প্ৰায় অনিবাৰ্যভাবে এটা নতুন প্ৰণয়ৰ পাত্ৰী আৱিষ্কাৰ কৰিলে। বিজুলীৰ অশৰীৰী আত্মাই নৱাগতাৰ লগত হোৱা বিয়াত যেন সমৰ্থন জনালে। পৰিবৰ্তনৰ ব্যঞ্জনাত্মক বৰ্ণনাত লেখকৰ কৃতিত্ব ভালদৰে ফুটি উঠিছে— 'সেউজীয়া ঘাহৰ ওপৰত হালধীয়া আবৰণ পৰিল, গছৰ ফুল শুকাই যাবলৈ ধৰিলে। এনেকি সেই নিমাতী নিজৰাইও কিবা এটি বিজতৰীয়া আবেগত কুলুকুলু কৰিবলৈ ধৰিলে।'

ভূঞাৰ চুটিগল্পত বৰ্ণনাৰ বাহুল্য নাই। পৰিবেশ আৰু চৰিত্ৰ পৰস্পৰৰ লগত লিপিট খাই থাকে। তেওঁ বেজবৰুৱা আৰু শৰৎ চন্দ্ৰ গোস্বামীৰ মধ্যৱৰ্তী গল্পকাৰ। তেওঁৰ দৃষ্টিভংগী আদৰ্শত্মক হ'লেও বাস্তৱবিমুখ নহয়। তেওঁৰ গল্পবোৰে সামগ্ৰিকভাবে এখন স্বয়ং সম্পূৰ্ণ সমাজৰ ছবি ফুটাই তুলিছে। তেওঁৰ চৰিসমূহ বাস্তৱৰ পৰা বুটলি অনা। আমিমা, শীতলা, বৰুণা আৰু বিজুলী একোটা জীৱন্ত নাৰী চৰিত্ৰ।

অসমৰ ৰমন্যাসবাদী কবিসকলৰ ভিতৰত ভূঞাঁই এটা বিশিষ্ট স্থান অধিকাৰ কৰিছে। তেওঁৰ কবিতাত এলিজাবেথান, প্ৰাক্‌ৰোমান্টিক, ভিক্ত'ৰিয়ান আৰু জৰ্জিয়ান কবিতাৰ সমাহাৰ দেখিবলৈ পোৱা যায়। ইউৰোপীয়ান চেতনাৰ দৃষ্টিকোণেৰে চালে তেওঁ উত্তৰ ভিক্ত'ৰিয়ান বা জৰ্জিয়ান। তেওঁৰ কবিসত্বাইও ক'ব পাৰিলেহেঁতেন—We are the music makers/We are the dreamers of dreams. কিন্তু এলিজাবেথান আৰু ৰোমান্টিক পুনৰভ্যুত্থান—উভয় কালৰে ৰোমান্টিক কবিতাৰ পৰাও তেওঁ ভালেখিনি সমল আহৰণ কৰিছে। ক্লাচিকেল কবিতাৰ সংযম আৰু পৰিমিতিবোধো ভূঞাৰ আয়ত্বৰ ভিতৰত আছিল। সেই ফালৰ পৰা চালে 'আশা' কবিতাৰ স্থস্থিৰ বিস্তাৰ প্ৰাক্-ৰোমান্টিকহে। কবিতাটোত এলিজাবেথান—ৰোমান্টিক ৰূপকধৰ্মী বিস্তাৰৰ ৰূপ এটি ফুটি উঠিছে—

'জীৱন গছৰ পুলি নৰ সি পুলিৰ মালী
আশা তাৰ সঞ্জীৱনী পানী।'

ৱৰ্ডচৱৰ্থৰ দৰে কৈ ভূঞাঁইও উপলব্ধি কৰিছিল, যে কবিতা শক্তিশালী অনুভূতিৰ স্বতঃস্ফূৰ্ত আলোড়ন—Spontaneous overflow of powerful feelings। 'আপোনসুৰ' কবিতাত তেওঁ এই সিদ্ধান্তত উপনীত হৈছে—'আবেগৰ বন্দী কবি নোহে নিয়মৰ'।

আবেগৰ স্বতঃস্ফূৰ্ত প্ৰকাশ ড° ভূঞাৰ প্ৰেমৰ কবিতাৰ কেন্দ্ৰীয় অভিব্যক্তি। অসমীয়া প্ৰেমৰ কবিসকলৰ ভিতৰত তেওঁ এটা বিশিষ্ট স্থান অধিকাৰ কৰি আছে। তেওঁৰ আদিস্তৰৰ কবিতাতো কিন্তু এক অনিৰ্বচনীয় সংযম পৰিলক্ষিত হয়। 'সন্ধিয়া' কবিতাৰ পেট্ৰাৰ্কান আন্দোলন বিশেষভাৱে মন কৰিব লগীয়া। 'ৰোমান্টিক ৰিভাইভেল'ৰ কবিতাতকৈ এলিজাবেথান ৰমন্যাসবাদী কবিতা বেছি সংযত আৰু সংহত। ভূঞাৰ কোনো কোনো প্ৰেমৰ কবিতাত চাৰ টমাচ ৱাইটৰ দৰে কথ্য ভাষাৰ আত্মীয়তা আৰু তৰ্ক প্ৰৱণতাৰ ছাঁ পৰিছে—

'নালাগে উলটি চাব যোৱা আঁতৰি
মাতিছোঁ তোমাক মই মিনতি কৰি।'



মনত পৰে ৱাইটৰ কথ্য ভাষাৰ ধ্বনিসমৃদ্ধ কৱিতালৈ—

'Forget not yet, the tried intent,
Forget not yet.'

উল্লেখযোগ্য যে এলিজাবেথান কবিসকলৰ ভিতৰত ৱাইটহে ডানৰ প্ৰকৃত পূৰ্বসুৰী।

ড° ভূঞাই প্ৰথমে উত্তৰ ৰাবীন্দ্ৰিক কবি হিচাপে আত্মপ্ৰকাশ কৰে। 'সৃষ্টি পাতনি' কবিতাৰ কণ্ঠস্বৰত ৰাবীন্দ্ৰিক কাব্যচেতনাৰ উদাত্ত সুৰ শুনিবলৈ পোৱা যায়—সৃষ্টি স্থিতি প্ৰলয়ৰ চিৰন্তন সংঘৰ্ষাত্মক ঐক্য এই সৰু কবিতাটিত অসাধাৰণভাৱে মূৰ্ত হৈ উঠিছে। চিত্ৰকল্পৰ বলিষ্ঠতাই তেওঁৰ মৌলিকতাৰ সন্তেদ দিলেও এই কবিতা যেন এটি টুৰ ডে ফৰ্চ (tour de force)। তেওঁৰ বীণত যেন তেতিয়াও আপোন সুৰ বাজি উঠা নাই।

ৰবীন্দ্ৰনাথে তৰুণ কবিজনাৰ তাহানিতে মূল্যায়ন কৰিছিল। তেওঁৰ মতে ভূঞাই আধুনিক কালৰ বাধামুক্ত গীতোচ্ছ্বাসৰ প্ৰবাহ বহন কৰি আনিছে। তলৰ পংক্তিৰ ছান্দনিক সুৰ লক্ষ্য কৰিলে এই কথা প্ৰতীয়মান হ'ব ঃ

'সেই এন্ধাৰত উদিল পুষ্প
লক্ষ তৰা
সেই বিনাশত জন্ম পালে
পুষ্প ধৰা।' (সৃষ্টি পাতনি)

সূৰ্যকুমাৰ ভূঞা প্ৰেমৰ কবি। শ্বেলীৰ মতে প্ৰেমে যেতিয়া সাংগীতিক লয়ত কথা পাতে, তেতিয়াই কবিতাৰ সৃষ্টি হয়। অৱশ্যে এই প্ৰেমে জাগতিক আৰু ব্ৰাহ্মাণ্ডিকৰ সীমাৰেখাডালক অস্বীকাৰ কৰিবৰ সামৰ্থ্যও ৰাখে। ভূঞাৰ কবিতাত প্ৰেমৰ বিভিন্ন ৰূপৰ সমাৱেশ ঘটা দেখা যায়। তেওঁৰ কবিতাত পশ্চিমীয়া সাহিত্যত প্ৰকট হোৱা প্লেটনিক প্ৰেমৰ সুন্দৰ সমাৱেশ ঘটিছে। 'তপোভংগ' কবিতাত এই নিষ্কাম, বাসনামুক্ত প্ৰেমৰ জয়গান আছে ঃ

'মেৰুৰ জেউতি দৰে জ্বলে হৃদয়ত
প্ৰেমকণা ঢিমিকি সদাই
সেই প্ৰেম স্বৰ্গপ্ৰেম নিষ্কাম ধৰম
বাসনাৰ লেশ মাত্ৰ নাই।
একেটি আতমা সেই ছুটি ভাগ হই
কৰে বিচৰণ
সংসাৰত বিধাতাৰ নজনা লীলাৰ
অপূৰ্ব সৃজন।' (বিবাহ মঙ্গল)

কবিয়ে চিঞৰি উঠে—'ক'ত মোৰ অনন্তৰ আত্মাৰ লগৰী?' আত্মাৰ পৰিপূৰক খণ্ডটো বিচাৰি পাই তেওঁ আত্মহাৰা হয়—

'মই কাঁন্দো, মই হাঁহো অন্তৰৰ পৰা
পুলকত চকুলো বাগৰে
অন্তহীন আতমাৰ লগৰীটি পাই
জীৱনেও মৰম পাহৰে।' (তপোভংগ)

কবিৰ বাবে প্ৰেম এক সৰ্বাত্মক অভিজ্ঞতা। ই মানুহৰ আত্মিক জীৱনত আমূল পৰিবৰ্তন সাধে। প্ৰকৃত প্ৰেম ধ্ৰুব আৰু অবিনশ্বৰ—

'সেই প্ৰেম সত্য, যাৰ লৰচৰ নাই
মত্ত ধুমুহাৰ ফালে একেথৰে চাই।'

মনত পৰে শেক্সপীয়াৰৰ চনেটৰ এই পংক্তি ছুটালৈ—

'O, no! it is an ever-fixed mark
That looks on tempests and is never shaken.'

ভূঞাৰ কবিতাত ৰোমাণ্টিক যুগৰ আনুভূতিক জটিলতাতকৈ এলিজাবেথৰ যুগৰ সংযত আনুভূতিক আন্দোলনহে বেছিকৈ লক্ষ্য কৰা যায়। তেওঁৰ এই পৰ্যায়ৰ প্ৰেমৰ কবিতাত এটা বৌদ্ধিক অথচ কথিত ভাষাৰ সুৰ শুনিবলৈ পোৱা যায়—

'নালাগে উলটি চাব, যোৱা আঁতৰি
আজি মোৰ হিয়াতল সুশীতল সুনিৰ্মল
পুনু তাত হলাহল যাতনা ভৰি
নালাগে উলটি চাব যোৱা আঁতৰি।' (ওভতনি)



অসমীয়া ৰোমাণ্টিক কবিতাৰ এই কাব্য ভাষাৰ সুৰটো ভূঞাৰ কবিতাতহে স্থিৰভাৱে বাজে। তেওঁৰ এই সুৰটো যান্ত্ৰিকতাবিহীন, অথচ স্বচ্ছন্দ। উপৰুক্ত ছেদৰ লেখীয়া ছেদবোৰত চাৰ টমাচ ৱাইটৰ কবিতাৰ আন্দোলন প্ৰত্যক্ষ কৰা যায়।

ৰবীন্দ্ৰনাথৰ দৰে ভূঞাইও ভাৰতীয় সাহিত্যৰ ধাৰাটো মজ্জাগত কৰিবলৈ যত্নৰ ত্ৰুটি কৰা নাছিল। সেয়েহে তেওঁৰ কবিতাত বিদ্যাপতিৰ Sensuous mysticism অনুপস্থিত নহয়। 'চোৰ' এই পৰ্যায়ৰ এটি মনোমুগ্ধকৰ কবিতা। গোপীসকল সহজাত কৃষ্ণ প্ৰেমত দ্ৰবীভূত হৈছে। হৃদয় চুৰি কৰা অপৰাধত অপৰাধী কৃষ্ণৰ ভৰিত পুষ্পমালাৰ 'কঠোৰ' বান্ধোন। তেওঁ ৰাতি সংগোপনে গোপীসকলৰ হিয়াৰ দুৱাৰ কাটি সোমাইছে আৰু এতিয়া ধৰা পৰাৰ ভয়ত চকুৰে বাট নেদেখা হৈছে। তেওঁৰ শাস্তি—গোপীসকলৰ নয়নকোণৰ কটাক্ষ। এইদৰে এটা অনিৰ্বচনীয় ৰূপকত দেহজ আৰু দেহাতীত একাকাৰ হৈ গৈছে।

ৰহস্যবাদী ভগৱৎ প্ৰেমৰ উপলব্ধিতো ভূঞা ৰোমাণ্টিক কবিসকলৰ ভিতৰত অদ্বিতীয়। এই ৰহস্যবাদী অভিজ্ঞতা 'কোন তুমি' কবিতাত স্বচ্ছন্দে মূৰ্ত হৈ উঠিছে—

'দেখিলো তাৰকা এটি নাইকিয়া হ'ল
ছাঁত কৰে আকাশৰ পৰা
ওপৰত মিচিকিয়া হাঁহিটি লুকাল
বিস্ময়ত কঁপিল ই ধৰা।' (কোন তুমি)

ভূঞা এই সময়ছোৱাত এন. প্ৰোক্টাৰৰ ভক্তিমূলক তথা আধ্যাত্মিক কবিতাৰ দ্বাৰা উদ্বুদ্ধ হৈছিল। তেওঁৰ ভাষাত—'Devotional and Spiritual poems of A. A. Procter—they seem to suit my present contemplative mood echoed in my poems'. 'সাজৰ অতিথি' প্ৰোক্টাৰৰ প্ৰভাৱত লিখা এটি উৎকৃষ্ট কবিতা। এইবোৰ কবিতাত ৰোমাণ্টিক উচ্ছ্বাসৰ ঠাইত এক প্ৰগাঢ়

আধ্যাত্মিক চেতনাৰ আলোড়নহে অনুভূত হয়। 'বিলীন' কবিতাত কবিয়ে চুফীবাদী ধ্যান ধাৰণা মজ্জাগত কৰাৰ উমান পোৱা যায়—

'তুমি আছিলা, থিয় দি মোৰ দুৱাৰ মুখত
হেঁপাহেৰে বীণখনি বাই
মই আছিলোঁ প্ৰমোদ ৰঙ্গবিলাসত মজি
তোমালই কাণসাৰ নাই।'

ভূঞা অসমীয়া ভাষাৰ শ্ৰেষ্ঠ চনেটকাৰ সকলৰ অন্যতম। তেওঁৰ 'সন্ধিয়া' অসমীয়া ভাষাত এতিয়াও অনতিক্ৰান্ত হৈ আছে। কবিতাটোৰ ছান্দনিক আন্দোলনত হেমচন্দ্ৰ গোস্বামীৰ অনিৰ্বচনীয় 'পেট্ৰাৰ্কান' চনেট প্ৰিয়তমাৰ সৌন্দৰ্যৰ ধ্বনি অনুভূত হয়। ভূঞা এলিয়টৰ প্ৰায় সমসাময়িক।

'কোন তুমি আইদেউ মুকলি চুলিৰে
ৰইছা আউজি থিৰ আকাশৰ গাত।
পংক্তি দুটাৰ চিত্ৰ ধৰ্মিতাত কোনোৰে এলিয়টৰ ভিন্নস্বাদৰ

'When the evening is spread out against the sky
Like a patient etherised upon a table.'

পংক্তি দুটাৰ মিল বিচাৰি পাব পাৰে। ড° ভূঞাৰ কবিতাটো অৱশ্যে পূৰাপূৰি ৰোমাণ্টিক। তাত প্ৰি-ৰোমাণ্টিক কবি কলিনচৰ 'Ode on Evening' কবিতাৰ ছাপহে বেছিকৈ অনুভূত হয়। সূৰ্য অস্ত যোৱাৰ লগে লগে 'শিৰৰ ফোট মছি যোৱা' সন্ধ্যা দেৱীৰ চিত্ৰণত ৰোমাণ্টিক যুগৰ মধ্যাহ্নৰ ভাস্বৰতা চিহ্নিত হৈছে। চনেটটো, গোস্বামীৰ চনেটটোৰ দৰে 'পেট্ৰাৰ্কান' আৰ্হিত গঢ়া নহয়। তাত শ্বেক্‌চপীয়াৰৰ চনেটৰ ধীৰস্থিৰ ছান্দসিক আন্দোলনহে অনুভূত হয়।

সূৰ্যকুমাৰ ভূঞা অসমীয়া ভাষাৰ শ্ৰেষ্ঠ জীৱনীকাৰ। এই শ্ৰেষ্ঠত্ব ঘাইকৈ তেওঁৰ অসাধাৰণ জীৱনী গ্ৰন্থ 'আনন্দৰাম বৰুৱা'ৰ ওপৰত



নিৰ্ভৰ কৰিছে। এই জীৱনীখনত তেওঁ যি দৃষ্টিভংগী লৈছে তাক জন্‌চনৰ জীৱনীকাৰ বচ্‌ৱেলৰ দৃষ্টিভংগীৰ লগত তুলনা কৰিব পাৰি। ভূঞাই আনন্দৰাম বৰুৱাৰ ডাঙৰ সৰু সকলো ঘটনা উপস্থাপন কৰি এটা সামগ্ৰিকভাৱে জীৱন্ত জীৱন আলেখ্য সৃষ্টি কৰিছে। তাত অধুনাবিস্মৃত ভালেমান কৌতূহলোদ্দীপক খুটিনাটিৰ পয়োভৰ ঘটিছে। বৰুৱাৰ ব্যক্তিগত ৰুচি, মানসিকতা আদিৰ ওপৰত পোহৰ পেলাব পৰা ভালেমান কথা সন্নিৱিষ্ট কৰা হৈছে। বৰুৱাই ৰাজহুৱা কথাত আৰু দুখীয়াৰ দুখমোচনৰ অৰ্থে মুক্তহস্তে দান কৰিছিল, এই কথা সকলোৰে জানে। কিন্তু অবাবত খৰছ কৰা যেন দেখিলে, তেওঁ আপোন মানুহক ধন দিয়াৰ ক্ষেত্ৰতো হাত বান্ধিছিল, এই কথা হয়তো বহুতে নাজানে। ভূঞাৰ গ্ৰন্থখন পঢ়িলে, এজন ব্যক্তিৰ সান্নিধ্যলৈ অহা যেন লাগে। ভূঞাৰ গোপালকৃষ্ণ গোখলে আৰু ৰবীন্দ্ৰনাথ ঠাকুৰ আন দুখন উল্লেখযোগ্য জীৱনী গ্ৰন্থ।

ড° ভূঞা অসমীয়া সমালোচনাৰ ক্ষেত্ৰতো এজন বাটকটীয়া। তেওঁৰ বিভিন্ন প্ৰবন্ধত অসমীয়া সাহিত্যৰ গতিপথ নিৰ্ণয়ৰ আন্তৰিক প্ৰচেষ্টা পৰিলক্ষিত হয়। তেওঁ 'সাহিত্যৰ মূলকথা' প্ৰবন্ধত—সাহেই সাহিত্য—এই কথা জোৰেৰে দোহাৰিছিল। সাহিত্যিক কাৰো বহতীয়া নহয়। সমাজৰ দুৰ্দশাৰ স্বৰূপ আৰু কাৰণ নিৰ্ণয়ৰ ক্ষেত্ৰত তেওঁৰ এক স্বয়ংসম্পূৰ্ণ ভূমিকা আছে। ধনী-দুখীয়াৰ আকাশ-পাতাল প্ৰভেদ দেখি তেওঁৰ কবিহৃদয় ব্যথিত হৈছিল। এই পাৰ্থক্য গুচাবলৈ সাহিত্যিকসকলে কাপ হাতত ল'ব লাগে। এই কথা তেওঁ প্ৰায়েই দোহাৰিছিল। তেওঁৰ 'কবিপ্ৰাণ' আদি কবিতাতো কাব্যিক সৃষ্টিধৰ্মৰ গতিপথ নিৰ্ণয়ৰ সূত্ৰ নিবদ্ধীকৰণৰ প্ৰচেষ্টা অনতিক্ৰম্য বুলিয়েই ক'ব লাগিব।

'চিকমিক তলি দেখা নিজৰাৰ দৰে
নিতে জানা কবিৰ হৃদয়।'

তাত ব্যক্তিসাপেক্ষ কবিয়ে নৈৰ্ব্যক্তিকতা অনুসন্ধানৰ বাবে কৰা 'আধুনিক' পদক্ষেপ আদৰণীয়।

এইদৰে, ড° ভূঞাই গদ্য, কবিতা, চিন্তামূলক প্ৰবন্ধ বা জীৱনী সাহিত্যৰ যি ধাৰাতেই মনোনিবেশ কৰিছে, তাতেই কৃতকাৰ্য হৈছে। অসমীয়া সাহিত্য-সংস্কৃতিৰ সংৰক্ষণৰ ক্ষেত্ৰতো তেওঁৰ ভূমিকা অবিস্মৰণীয়। নিঃসন্দেহে ড° ভূঞা অসমত আঙুলিমূৰত লেখিব পৰা 'মেন অব লেটাৰ্চ'ৰ এজন। তেওঁৰ সৃষ্টি আৰু ভাব ৰাজ্যৰ সম্যক উপলব্ধিৰ প্ৰচেষ্টা আৰম্ভ হৈছেহে মাথোন।

## সূৰ্যকুমাৰ ভূঞাৰ কবিতা

ড° নগেন শইকীয়া

আমি বহু সময়ত পাহৰি থাকোঁ যে সূৰ্যকুমাৰ ভূঞাই এজন প্ৰতিভাবান কবি হিচাপেই আত্মপ্ৰকাশ কৰিছিল আৰু তেওঁ অসমীয়া ভাষাত কেইটামান স্মৰণীয় কবিতা ৰচনা কৰি গৈছে। তেওঁ প্ৰায় সৰহখিনি কবিতা ১৯১৭ চনৰ আগতেই ৰচনা কৰিছিল। পিছত যি দুই-এটা ৰচনা কৰিছে, তাত যৌৱনৰ আনুভূতিক আৱেগতকৈ পৌঢ়ত্বৰ পৰিচ্ছন্ন চিন্তাৰ প্ৰকাশেই বেছি। তেওঁৰ প্ৰকাশিত কবিতাপুথিও এখনেই—'নিৰ্মালি' ১৯১৮। স্বৰ্গীয় ড° নন্দ তালুকদাৰে তেওঁৰ এটা প্ৰবন্ধত (ডক্টৰ ভূঞাৰ সোঁৱৰণত, মণিদীপ, চতুৰ্থ বছৰ, দশম সংখ্যা, আগষ্ট, ১৯৬৪) পাণ্ডুলিপি অৱস্থাত থকা 'নৱ-নিৰ্মালি' আৰু 'অনাদৰী' নামৰ দুটি কাব্য-সংকলনৰ কথা উল্লেখ কৰিছে। সেই দুটা সংকলন আমি চুকি পোৱাৰ বাহিৰত। এতেকে ভূঞাৰ কাব্যকৃতিৰ বিষয়ে ক'বলৈ গ'লে তেওঁৰ 'নিৰ্মালি'কে হাতত লোৱাৰ বাহিৰে উপায় নাই। বাকী অপ্ৰকাশিত সংকলন দুটাই তেওঁৰ কাব্য-প্ৰতিভাৰ নতুন মাত্ৰা দাঙি ধৰেনে কি সেই কথাও প্ৰশ্ন হৈয়ে থাকিল। কিন্তু, অনুমান কৰিব পাৰি, যদি পিছৰ কালৰ ৰচনাই হয় তেনেহ'লে 'নিৰ্মালি'ক চেৰ পেলোৱাৰ প্ৰশ্ন নুঠিব।

কবি হিচাপে স্বৰ্গীয় ভূঞাক বহু সময়ত পাহৰি থকাৰ কাৰণে সাধাৰণ পঢ়ুৱৈসকলক নিশ্চয় দায়ী কৰিব নোৱাৰি। তাৰ বাবে যদি কাৰোবাক দায়ী কৰিব লাগে তেনেহ'লে সেইজন স্বয়ং ড° ভূঞা। কবি সূৰ্যকুমাৰ জনক পণ্ডিত সূৰ্যকুমাৰৰ বিদ্যায়তনিক ব্যক্তিত্বই ঢাকি ধৰিলে। কবি সূৰ্যকুমাৰ ভূঞা সক্ৰিয় হৈ আছিল ১৯১৭/১৮ চন পৰ্যন্ত দহবছৰতকৈও কম সময়; কিন্তু পণ্ডিত সূৰ্যকুমাৰ সক্ৰিয় হৈ

আছিল প্ৰায় পঞ্চাছ বছৰ। ভূঞাৰ কৰ্মজীৱনৰ এই সমগ্ৰ সময়চোৱাত আমি দেখা পাওঁ চিন্তা, কথা, কাম আৰু জীৱন-যাপনত নিখুঁত আৰু নিয়মীয়াকৈ চলা এজন পৰিচ্ছন্ন ব্যক্তিক। ড° মহেশ্বৰ নেওগৰ 'Learned Opinions about Professor Bhuyan' শীৰ্ষক ৰচনাৰ আৰম্ভণী-বাক্য কেইটাই এই পৰিপাটী মানুহজনকে দাঙি ধৰিছে এনেকৈ : "Dr Bhuyan was a man of plan and method. He planned his own life, laying it out in parts.....He stored all that he had written, and all that others had written about him." এই 'নিয়মৰ' বন্দীত্বৰ মাজত 'আৱেগৰ বন্দী' কবিজন ঢাক খাই পৰিল —নাইবা ক'ব পাৰি হেৰাই গ'ল। এই বিষয়ে তেওঁ নিজে সচেতনভাৱে ভাবি কোৱা কথাষাৰ আছিল : "I begin my literary career as a poet and my friends have regretted that I gave up writing poetry. But I would say that the poet in me did not perish, though poetry gradually subsided as far as the verse forms are concerned. Poetry in me took a different form together." ড° ভূঞাৰ এই আত্ম বিশ্লেষণে দুটা কথা মনত পেলাই দিয়ে। এটা হ'ল—আৰ্নল্ডীয় ধাৰণা য'ত কবিতাক জীৱনৰ সমালোচনা বুলি ক'বলৈ গৈ তেওঁ কৈছিল— "The greatness of a poet lies in his powerful and beautiful application of ideas to life—to the question 'How to live.'" আনটো হ'ল কবি-মনৰ সৃষ্টিশীলতাই আন কামৰ মাজেদি লাভ কৰা অভিব্যক্তি। অসম বুৰঞ্জীৰ সংগ্ৰহ সংগ্ৰন্থন, সম্পাদনা আৰু পুনৰ-কথনৰ মাজত ভূঞাৰ মনৰ সৃষ্টিশীলতাই প্ৰকাশ লাভ কৰিছে। তেওঁ বুৰঞ্জী অধ্যয়নতো এটা নতুন ভাৱ-শক্তি (spirit) দান কৰিলে। এই ভাৱ-শক্তি দেশাত্মবোধ আৰু জাতীয় চৈতন্যৰ পৰা উদ্ভূত ভাৱ-শক্তি। সেই বাবেই তেওঁৰ বুৰঞ্জী অধ্যয়ন কেৱল নীৰস তথ্য-পাতিৰ শৃংখলিত প্ৰকাশ নহয় বৰং তেওঁৰ অধ্যয়ন



হ'ল বুৰঞ্জীৰ পুনৰ জাগৰণৰ যত্ন, আৰু এই যত্নৰ লগত তেওঁৰ আৱেগো জড়িত। 'বুৰঞ্জীৰ বাণী'ৰ ৰচনাসমূহ, 'ৰমণী গাভৰু', 'কোঁৱৰ বিদ্ৰোহ' 'স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ', 'লাচিত বৰফুকন' আদি ৰচনাৰ মাজেদি বৈ থকা তেওঁৰ দেশাত্মবোধৰ প্ৰৱাহটি সহজেই অনুভৱ কৰিব পাৰি। আনকি 'শৰাইঘাটৰ সুবচনী'ৰ দৰে বুৰঞ্জীৰ পৰা চয়ন কৰি অনা উক্তি সমূহৰ সংগ্ৰহটিও এনে প্ৰেৰণাৰে ফল। এই দেশাত্মবোধ বা জাতীয় চৈতন্য ভূঞাৰ সমকালীন অসমৰ বৌদ্ধিক তথা সাংস্কৃতিক বায়ুমণ্ডলত পৰিব্যাপ্ত হৈ আছিল। উনবিংশ শতিকাৰ পঞ্চম দশকতে ভাষা-ভিত্তিক জাতীয় চৈতন্যৰ প্ৰথম জাগৰণ ঘটে আৰু 'জোনাকী যুগ'ত ই অসমীয়া ভাষা সাহিত্য চৰ্চাৰ ঘাই চালিকা শক্তি হৈ উঠে। মিছনেৰিসকল, আনন্দৰাম-হেমচন্দ্ৰ গুণাভিৰাম আৰু তেওঁবিলাকৰ সতীৰ্থসকলে ৰোৱা পুলিটি শতিকাৰ শেহৰফালে ছাঁ দিব পৰা গছলৈ ৰূপান্তৰিত হ'ল। ভাষাক মৰ্যাদাৰ আসনত বহুওৱা, অসমীয়া ভাষাত নথকা বিভিন্ন পুথি ৰচনা কৰি অভাৱ মোচন কৰা, অসমীয়া সাহিত্যক বাংলাকে ধৰি (ঘাইকৈ বাংলাৰে) অন্যান্য ভাৰতীয় সাহিত্যৰ সমকক্ষ কৰি তোলা আৰু অসমীয়া মানুহৰ হীনমন্যতা দূৰীভূত কৰা—এই উদ্দেশ্যে জোনাকী যুগৰ শৰাইঘটীয়াসকলে মাৰবান্ধি কাম কৰিবলৈ গঠন কৰিলে প্ৰথমে অ. ভা. উ. সা. সভা অসমীয়া ভাষা উন্নতি সাধিনী সভা। এই সভাতে পৰৱৰ্তী বছৰৰ পৰা ১৮৮৯) 'জোনাকী' উলিওৱাৰ সিদ্ধান্ত হ'ল। অ. ভা. উ. সা. সভাই গ্ৰহণ কৰা 'প্ৰগ্ৰেম'খনেই জাতীয় চৈতন্যৰ ভাৱ-শক্তি এতিয়াও কঢ়িয়াই আছে। বেজবৰুৱাৰ সুউচ্চ সাহিত্যিক-ব্যক্তিত্বৰ মাজেদি এই সমগ্ৰ যুগটোৰ ভাৱ-শক্তিয়ে প্ৰকাশ লাভ কৰিছিল। এহাতে জাতীয় চৈতন্য আৰু আনহাতে নতুন উদাৰ মানৱিকতাবাদ—এই দুয়োৰে মাজেদি বৈ থকা ঐতিহ্যৰ পৰা ভাৱবাদী দৃষ্টি এয়ে আছিল অসমীয়া ৰোমান্টিক সাহিত্যৰ ভাৱ-সম্পদ। এই সময়ত প্ৰেমে লাভ কৰিলে এটা বহুমাত্ৰিক চৰিত্ৰ। নাৰী-পুৰুষৰ প্ৰেম, দেশ-প্ৰেম, প্ৰকৃতি-প্ৰেম, ভগৱৎ-প্ৰেম, সাধাৰণ জীৱনৰ প্ৰতি প্ৰেম, ঐতিহ্য-প্ৰেম—ইত্যাদি প্ৰেমে বিভিন্ন অৱলম্বন আৰু উদ্দীপনৰ

সহায় লৈ আত্মপ্ৰকাশ কৰিলে। ৰোমাণ্টিক কল্পনা আৰু সংবেদনে (sensibility) লাভ কৰিলে মুক্ত কিন্তু শালীন প্ৰকাশ। প্ৰকাশভংগীত সংযোজিত হ'ল সাংগীতিক সুষমা। বনকুঁৱৰী, নিয়ৰ, মাধুৰী, তেজী-মলাৰ দৰে চন্দ্ৰকুমাৰৰ কবিতা; ভ্ৰম, প্ৰিয়তমা অৱশেষ, কবিতাৰ দৰে বেজবৰুৱাৰ কবিতাই অসমীয়া কবিতাৰ ন-বৰণ আৰু চৰিত্ৰৰ বৈশিষ্ট্য লৈ আত্মপ্ৰকাশ কৰিলে। এনে এক ৰোমাণ্টিক-মানৱিক আৰু আধুনিক জাতীয় চেতনাৰ ভাৱমণ্ডলতে সূৰ্যকুমাৰৰ জন্ম।

এহাতে জাতীয়-চেতনা আৰু আনহাতে নতুন মানৱিকবাদী ৰমন্যাসিক চেতনা—সূৰ্যকুমাৰ ভূঞাৰ সাহিত্যকৰ্মৰ এয়ে আছিল ঘাই চালিকা শক্তি। কোনো কবি বা শিল্পীকে, এ'লিয়টে ক'বৰ দৰে, পূৰ্বসুৰী-সকলৰ পৰাই বেলেগাই বিচাৰ কৰিব নোৱাৰি। সূৰ্যকুমাৰ ভূঞাকো আমি অসমীয়া ৰোমাণ্টিক কাব্য ধাৰাৰ তেওঁৰ পূৰ্বসুৰীসকলৰ পৰা বিচ্ছিন্ন কৰি চাব নোৱাৰোঁ। ভূঞাৰ জাতীয় চৈতন্য আৰু কাব্য-সৃষ্টি প্ৰয়াসৰ অন্যতম উদাহৰণ হ'ল—'জয়মতী উপাখ্যান'। এই আখ্যানকাব্য তেওঁ ভানুনন্দন (ভানু=সূৰ্য, নন্দন=কুমাৰ) নামত লিখিছিল। সামৰণিত পৰিচয় দিছিল এনেদৰে—

'পুৰাণ-প্ৰসিদ্ধ এহি প্ৰাগ্জ্যোতিষপুৰে।
শুনো ওৰা ধ্বনি উগ্ৰতাৰা মন্দিৰে॥
শ্ৰীসূৰ্য্যকুমাৰ নামে জানে সৰ্ব্বজন।
ই কাব্যত থৈলো নাম শ্ৰীভানুনন্দন॥
নগাঁও নামেৰে জিলা অসমৰ মাজে।
পিতা-পিতামহ তথা ছিলা ৰবকাজে॥
সেহিসে স্থানত মই ধৰিলোঁ জীৱন।
শিশুকালে কৈলো তথা বিদ্যা আৰম্ভণ॥' ইত্যাদি।

প্ৰসংগক্ৰমে কৈ থ'ব খুজিছোঁ বুৰঞ্জীৰ সম্পাদক আৰু বুৰঞ্জীৰ পুনৰ-কথক ভূঞা যি জাতীয় চৈতন্যৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল, আনন্দ-ৰাম বৰুৱাৰ জীৱনী-লেখক ভূঞাও সেই একে চৈতন্যৰ দ্বাৰা অনুপ্ৰাণিত হৈয়েই কৃতি অসমীয়া পণ্ডিতজনৰ জীৱনী লেখিছিল। তেওঁৰ মাজত



সদায় সেইবাবে এটা আশাবাদে ক্ৰিয়া কৰি আছিল। তেওঁ বুৰঞ্জী বা জীৱনীৰ পৰা যাতে অসমীয়া মানুহে শিক্ষা ল'ব পাৰে, সেই লক্ষ্য সদায় চকুৰ আগত ৰাখিয়েই এই দুই বিধৰ ৰচনাত হাত দিছিল। এতেকে তেওঁৰ বুৰঞ্জী-চৰ্চাৰ বিষয়ে আলোচনা কৰোঁতে ভূঞাৰ এই দৃষ্টিভংগীৰ কথা সততে মনত নাৰাখিলে তেওঁৰ প্ৰতি অন্যায় কৰা হ'ব। অসম সাহিত্য সভাৰ দ্বাবিংশ অধিবেশন (শিলং ১৯৫৩)ৰ সভাপতিৰ ভাষণত তেওঁ অসমীয়া জাতিক সেই আশাবাদৰ বাণী শুনাইছে :

" অসমীয়া জাতিয়ে অন্যান্য জাতিৰ দৰে খাই-বই জীয়াই আছে অতীতৰে পৰা, তেওঁলোকৰ ভাগ্য-চক্ৰও উঠা-নমা কৰিছে যুগে যুগে তথাপি অসমীয়া জাতিয়ে স্বতন্ত্ৰ ৰূপ ধৰি বৰ্তি আহিছে আজিলৈকে। জগতৰ কি উপকাৰৰ নিমিত্তে অসমীয়া জাতিক ইমানখিনি পোহৰ, ইমানখিনি বতাহ, ইমানখিনি পানী, ইমানখিনি মাটি ভোগ কৰাৰ সুবিধা দিছে পৰম নিয়ন্তা সৃজনকৰ্তাই? অসমীয়াই নিজৰ অৱদানৰ কণ্ঠহাৰ ৰচিব লাগিব সকলো বিষয়ৰ উৎকৰ্ষতাৰ পাৰিজাত পুষ্পেৰে। ... ভক্তি, জ্ঞান আৰু কৰ্ম এই তিনি মাৰ্গৰ এনে সুমধুৰ সংমিশ্ৰণ পৃথিৱীত বিৰল। এই সংমিশ্ৰণেই হৈছে জগতৰ সভ্যতালৈ অসমীয়াৰ অৱদান।"

কবি-দেশপ্ৰেমিক সূৰ্যকুমাৰ ভূঞাৰ মাজৰ দেশপ্ৰেমিকজনে বুৰঞ্জী চৰ্চাৰ বিদ্যায়তনিক পথ বাছি লওঁতেও কবিজনৰ সৃষ্টিশীল প্ৰতিভা যে সক্ৰিয় হৈ আছিল সেই বিষয়ে বোধকৰোঁ দ্বিমত হ'ব লগীয়া নাই।

কবি সূৰ্যকুমাৰৰ কবি-ব্যক্তিত্ব আৰু প্ৰতিভা সম্পৰ্কে ইতিপূৰ্বে কিছু আলোচনা হৈছে। কোনো কোনোৱে (Bhaben Barua, S. K. Bhuyan : the Poet and the Historian) তেওঁৰ কবিতাত থকা সাংগীতিক সুষমাৰ ওপৰত বিশেষ গুৰুত্ব দিছে। সন্দেহ নাই, তেওঁৰ 'সৃষ্টি পাতনি'ৰ দৰে কবিতাত থকা—

'সেই প্ৰলয়ৰ দিনা
তুমি প্ৰভু হাতত ল'লা
তোমাৰ ৰুদ্ৰ বীণা।

আনন্দময় নাছিল কোনো
আছিল নিমাত অৰুণ জোনো
দিগন্তেদি উঠিল জ্বলি
ভীষণ উদ্দীপনা,
যিদিন তুমি হাতত ল'লা
তোমাৰ ৰুদ্ৰ বীণা ।'—ৰ মাজত সাংগীতিক

তালৰ গতি আমি সহজেই অনুভৱ কৰোঁ। ঠিক তেনেকৈ তেওঁৰ 'উতলা'ৰ মাজতো এক ধ্বনিৰ পদক্ষেপ শুনো :

'মই, নোৱাৰোঁ কৰিব গান,
মই, নোৱাৰোঁ মেলিব প্ৰাণ
মোৰ, হিয়াৰ তন্ত্ৰী উণ্ডলি-থুণ্ডলি ধৰিছে বিশ্বতান।'

এই সাংগীতিক ধ্বনি ৰবীন্দ্ৰনাথৰ 'নিৰ্ঝৰেৰ স্বপ্নভংগ'ৰ লগত বহু পৰিমাণে মিলি যায়। কিন্তু, কেৱল সাংগীতিক সুষমাৰ মাজতে সূৰ্যকুমাৰৰ কবিত্বৰ বৈশিষ্ট্যৰ পৰিচয় বিচাৰিলে তেওঁৰ প্ৰতি ন্যায় বিচাৰ কৰা নহ'ব। ইংৰাজী সাহিত্যৰ ছাত্ৰ সূৰ্যকুমাৰ ভূঞাৰ ওপৰত ইংৰাজ ৰোমাণ্টিক কাব্য আন্দোলনৰ স্পৰ্শও আছে। ক'ত আছে ? কোন জন কবিৰ দ্বাৰা বা কাব্য সমালোচকৰ দ্বাৰা তেওঁ অধিক অনুপ্ৰাণিত হোৱাৰ সম্ভাৱনা আছে। ইতিহাস আৰু জীৱনীচৰ্চাত কাৰ্লাইলৰ জাতীয় বীৰ পূজাৰ প্ৰয়োজনীয়তাৰ বাণীৰ ধ্বনি যিদৰে শুনো, তেওঁৰ কাব্য-চৰ্চাৰ মাজতো আৰ্নল্ডীয় ধাৰণাৰ প্ৰেৰণাৰ স্পৰ্শ আমি অনুভৱ কৰোঁ। তেওঁ ক'তো সেই কথা প্ৰকাশ কৰি থৈ যোৱা নাই। বৰং, My philosophy of life found expression in the concluding stanza of my poem 'Apon sur' বুলি কৈ গৈছে। এই শেহৰ স্তৱকটোতনো তেওঁ কি কৈ গৈছে ? তেওঁ কৈছে :

'জীৱন সংগীতময় সৃষ্টি বিতোপন
অমৃতৰ ৰহঘৰা সুৰলা শাসন।
কবিৰ ধাউতি, ধৰা সৌন্দৰ্যৰ থল
তাত যেন ফুলি উঠে প্ৰেম শতদল।



প্ৰকৃতিত বাজে মহা উদ্দেশ্যৰ সুৰ
তাৰ হন্তে হিয়া মোৰ উতলা আতুৰ।
বিশ্বৰ লগত যত ভাবৰ বন্ধন
সেয়ে মোৰ জীৱনৰ ধৰ্ম সনাতন।
সত্য-সুন্দৰৰ যাৰ অনন্ত যৌৱন
তাৰেই বুকুত মই পাতিম কানন।
হৃদয়ৰ বাসনাৰ বসন্ত সমীৰ
বীণাৰ মৃদুল তন্ত্ৰ কৰিব অধীৰ।
কবিৰ পুলক বাণী দেৱতাৰ বৰ
আৱেগৰ বন্দী কবি, নোহে নিয়মৰ।'

এয়া দেখোন—'স্মৰণীয় উক্তি'। ই কবিৰ পোনপটীয়া অনুভূতিৰ বাণীৰূপ নহয়; বৰং কবিৰ ধাৰণাৰ (idea) আনুভূতিক বাণীৰূপহে। আৰ্নল্ডে কোৱা এষাৰ কথা আমি বিচাৰ কৰি এই ক্ষেত্ৰত চাব পাৰোঁ। তেওঁ কৈছিল—"...for poetry the idea is everything; the rest is a world of illusion, of divine illusion, poetry attaches its emotion to the idea; the idea is the fact." সেইবাবেই, "তীব্ৰতামুখৰ হৃদয়বৃত্তিয়ে সমুদ্ৰৰ তৰংগৰ দৰে বাধা বন্ধন অতিক্ৰম কৰিলে" বুলি ৰোমাণ্টিক কবিতাৰ চৰিত্ৰ সম্পৰ্কে কৰা ড° মহেশ্বৰ নেওগৰ অভিমতৰো পূৰ্ণ শতাংশ প্ৰকাশ ভূঞাৰ কবিতাত দেখা নাযায়। বৰং তেওঁক ভাব বস্তু গ্ৰহণ আৰু প্ৰকাশৰ বৈশিষ্ট্যৰ ফালৰ পৰা কোনো কোনো সময়ত নব্য-ধ্ৰুপদী কবিসকলৰ ওচৰ হেনহে লাগে। তেওঁ যেতিয়া কয়, "তেওচোন কাৰ হন্তে হৃদয় আতুৰ/নেপাওঁ বিচাৰি ক'তো আপোনাৰ সুৰ" তেতিয়া তাত দুৱৰাৰ "ঘনে ঘনে অভিমানী অন্তৰ কঁপাই/বাজি উঠে আপোনাৰ সুৰ"ৰ অন্তৰ জোকাৰি যোৱা একান্ত ব্যক্তিগত সুৰটোৰ পৰিৱৰ্তে আমি যেন এটা ideaৰ কাব্যৰূপৰ লগত পৰিচিত হোৱাৰ সুযোগ লাভ কৰোঁ। ফ্ৰান্সৰ আধুনিক প্ৰতীকবাদী কবি ষ্টীফেন মালা-

ৰ্মৰ 'Poetry is written with words not ideas' ভূঞাৰ দৰে কবিৰ ক্ষেত্ৰত খটোৱা টান।

তেওঁৰ দুই-এটা কবিতাত আমি ideaৰ পৰিবৰ্তে অনুভূতিৰ পোনপটীয়া প্ৰকাশ যে দেখা নাপাওঁ এনে নহয়। 'বিষাদ' কবিতাত থকা

'ভাল পাই কিনো হ'ব ?
ভাল পাই আমি যদি আঁতৰিব লাগে
ভাল পোৱা গুচি যদি হয় বিষময়,
প্ৰণয়ৰ অন্তে যদি অন্তৰত জাগে
বিচ্ছেদৰ শোকাকুল বিদীৰ্ণ হৃদয়।'

এই স্তবকটিৰ দৰে ৰচনাৰ মাজত গণেশ গগৈৰ— 'ভাল পাওঁ বুলি কৈ তেজ যদি দিব পাৰে/তেনেকুৱা ভাল পোৱা কেইজনে পায়'ৰ তীব্ৰ অভিমান ঝংকৃত নহ'লেও আন্তৰিক ব্যক্তিগত সুৰৰ প্ৰকাশ স্বাভাৱিকভাৱে ঘটিছে। ঠিক তেনেদৰে 'কোন তুমি' শিৰোনামাৰ কবিতাটোৰ সম্পৰ্কেও সদৃশ মত দিব পাৰি। তথাপি দেখা যায়, কবিতাক তেওঁ অনুভূতি প্ৰকাশৰ বাহন কৰি এৰি দিব খোজা নাই ; বৰং অনুভূতিক ওখ ভাব আৰু আদৰ্শৰ বাহন কৰি কবিতা ৰচনা কৰিবলৈ প্ৰয়াস কৰি গৈছে। তেওঁৰ কবিতাত সেইবাবে আমি একোটা স্মৰণীয় উক্তি বিচাৰি পাওঁ। 'আবেগৰ বন্দী কবি নোহে নিয়মৰ' বা

'জীৱন গছৰ পুলি নৰ সি পুলিৰ মালী
আশা তাৰ সঞ্জীৱনী পানী'। (আশা)

বা

'ঘৰত যেতিয়া থাকোঁ শান্তিৰ কোলাত
মৃত্যু তাতো জুমি জুমি চায়,
প্ৰবাসত যদি যাওঁ ধনৰ আশাত
মৃত্যু তাতো লগে লগে যায়।' (মৰণ)

বা

'সত্য যি সুন্দৰ যাৰ অনন্ত যৌৱন
তাৰেই বুকুত মই পাতিম কানন।'



ইত্যাদি বিভিন্ন স্তৱকে যেন Keatsৰ কথাষাৰ সোঁৱৰাই দিয়ে : '(Poetry) Should strike a reader as a wording of his own highest thoughts and appear almost a remembrance.'

কবি ভূঞাই কবি-চৰিত্ৰৰ যিটো বৰ্ণনা তেওঁৰ 'কবি-প্ৰাণ'ত দাঙি ধৰিছে সেই বৰ্ণনা Wordsworthৰ কবি-প্ৰকৃতিৰ ধাৰণাৰ কিছু ওচৰ চপা ঃ 'A man speaking to men .... who rejoices more than other men in the spirit of life that is in him.'

'চিকমিক তলি-দেখা নিজৰাৰ দৰে
নিতে জানা কবিৰ হৃদয়,
আৱেগৰ কণা তাত উৰি উৰি ফুৰে
নাই শোক অশান্তিৰ ভয়।'

'কবিৰ অন্তৰখনি অতি আলসুৱা' বুলি তেওঁ কবি-মনৰ সংবেদনশীলতাৰ তীব্ৰতাৰ প্ৰতি স্বাভাৱিকভাৱেই দৃষ্টি আকৰ্ষণ কৰিছে।

কবি সূৰ্যকুমাৰে তেওঁৰ 'আপোন সুৰ'ৰ মাজতে নিজৰ জীৱন-দৰ্শন প্ৰকাশিত হৈছে বুলি ক'লেও, তেওঁৰ কবিতাৰ আনুভূতিক সোৱাদ তেওঁৰ প্ৰেমৰ কবিতা কেইটাইহে বোধকৰোঁ দিয়ে। তাতো যে তেওঁৰ ভাবনাৰ স্পৰ্শ পৰা নাই এনে নহয়। তথাপি, 'দুৱাৰ', 'স্বপ্নৰাজ্য', 'লাগে কি', 'উপেক্ষিতা', 'সাজৰ অতিথি', 'সপোন কামনা', 'অভিসাৰ' আদি কবিতাৰ অধিক ব্যক্তিমুখী চৰিত্ৰলৈ আঙুলিয়াব পাৰি। জীৱন আৰু জগত সম্পৰ্কে তেওঁৰ ভাবনা, কল্পনা আৰু অনুভৱ প্ৰকাশ পোৱা কবিতাৰ ভিতৰত 'অনন্ত', 'বন্দনা', 'মৰণ', 'সেই বীণা' 'উতলা' 'সৃষ্টি পাতনি', 'কোন তুমি', 'আপোন সুৰ'ৰ দৰে কবিতাখিনিক ধৰিব পাৰোঁ।

প্ৰকৃতিৰ সৌন্দৰ্য আৰু ৰহস্যৰ পৰিচয় থকা কবিতা হিচাপে 'মাৰ যোৱা বেলি', 'প্ৰকৃতি সন্তান', 'সন্ধিয়া' আদি কবিতালৈ আঙুলিয়াব পাৰি।

তেওঁৰ 'প্ৰাগজ্যোতিষপুৰৰ পুৰণি প্ৰতিভা', 'দিল্লী', 'অসম গৌৰৱ' আদি কবিতাক দেশপ্ৰেমমূলক কবিতাৰ শাৰীত ধৰিব পাৰি। দেশপ্ৰেম-মূলক কবিতাসমূহ বহু পৰিমাণে বৰ্ণনাত্মক। কবিতাত বৰ্ণনা বা Narrationৰ পৰিৱৰ্তে Suggestion বা ব্যঞ্জনাতে অধিক গুৰুত্ব দিয়া হয়। অৱশ্যে একেবাৰে সাম্প্ৰতিক কালত পুৰণি কাব্য-কাহিনীৰ দৰে দীঘল কবিতা লেখাৰ প্ৰয়াসো লক্ষ্য কৰা গৈছে। অৱশ্যেই তেওঁৰ দেশাত্মবোধৰ কবিতাতো বেজবৰুৱাৰ 'বীণ-বৰাগী'ৰ অন্তৰ পৰশা সুৰ-টোৰ ঠাইত কৰ্তব্যৰ আহ্বানহে ধ্বনিত হৈছে :

'আহাঁ সৱে মিলিজুলি নিজ ক্ষুদ্ৰ স্বাৰ্থ ভুলি
আহাঁ কৰোঁ অসমৰ মহিমা কীৰ্তন,
সুঁৱৰি প্ৰাচীন কীৰ্তি ইটে-সিতে মিলি-পিতি
আহাঁ সৱে কৰোঁ দেশ মংগল সাধন।'

তিপাম ডেকা, মাণিক চন্দ্ৰ বৰুৱা, জয়মতী আদি কবিতাও এই একেটা শাৰীৰ। সূৰ্যকুমাৰ ভূঞাৰ কাব্য-কৃতিৰ বিষয়ে হোৱা দুই-এটি আলোচনাত কেতিয়াবা মাত্ৰাতিৰিক্ত ভাবোচ্ছাস প্ৰকাশ নোপোৱাকৈ থকা নাই। ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁৰ 'নিৰ্মালি' সম্পৰ্কে কৈছিল— '....As far as I have understood, you have brought through the medium of Assamese language the stream of unfettered poetical effusion of the present age.' সকলো যুগৰ কবিতাত এনে প্ৰকাশ হোৱাটো নিশ্চয় বাঞ্ছনীয়। ৰবীন্দ্ৰনাথৰ এই অভিমত নিঃসন্দেহে স্মৰণীয়, কিন্তু অধিক উচ্ছ্বসিত হোৱাৰ অৱকাশ বোধকৰোঁ কম। তেনেদৰে, Kim নামৰ এজন ইংৰাজ পঢ়ুৱৈয়ে Statesman কাকতত সূৰ্যকুমাৰ ভূঞাৰ ইংৰাজী কবিতা 'Ye sons of England' সম্পৰ্কে কৰা মন্তব্য 'There is compensation in all things, however, and as Sir Rabindra Nath's poetical star is apparently about to set, another has arisen this time on the horizon of far Assam.' সম্পৰ্কেও অতি উচ্ছ্বসিত হোৱাৰ প্ৰশ্ন নাই। সেই কবি-



তাটো ইংলেণ্ডৰ প্ৰশস্তিসূচক হোৱা বাবে Kimৰ দৰে কোনোবা চাহাবে হয়তো ভাল পাইছিল। কিন্তু Kimৰ দৰে কোনোবা এজনৰ ৰবীন্দ্ৰ-নাথ অথবা সূৰ্যকুমাৰ ভূঞাৰ কাব্য-প্ৰতিভা সম্পৰ্কে মন্তব্য কৰাৰ অৰ্হতা কিমান আছিল সিও বিচাৰৰ বিষয়। বিদেশীয়ে প্ৰশংসা কৰিলেই শেষ কথা কোৱা হ'ল বুলি ভাবিব নালাগে বুলিয়েই ভাবোঁ। এনে মন্তব্য নহ'লেও সূৰ্যকুমাৰৰ প্ৰতিভাৰ হানি-বিঘিনি একো নহয়। সূৰ্যকুমাৰ ভূঞাই শেহৰ ফালে আগ পঞ্চাছৰ দশকত লিখা খগ্‌গ বিষাণ স্তুত, চূৰ্ণপাত্ৰ লক্ষমুদ্ৰা আদিত আনুভূতিক উপাদান (emotive element) স্বাভাৱিকতে কম ; ভাৱৰ স্পষ্টতাহে এনে কবিতাকেইটাৰ বিশেষত্ব। তেওঁ 'কৱিতা'ক 'ভাবুকৰ চিন্তা' স্বৰূপেই চিহ্নিত কৰিছে :

'ভাবুকৰ চিন্তা তুমি নয়নৰ মণি,
সুগন্ধি পুষ্পেৰে মাথো পূজা দিলে পায়।'

কবি সূৰ্যকুমাৰৰ কবিতা সম্পৰ্কে ধাৰণা ইংৰাজ ৰোমাণ্টিক কবিসকলৰ ভিতৰত ৱাৰ্ডছ্‌ৱাৰ্থ, কীট্‌ছ, মেথিউ আৰ্নল্ডৰ আৰু ইংৰাজ নব্য ধ্ৰুপদী কবিসকলৰো কোনো কোনোৰ ধাৰণাৰ সগোত্ৰ। তেওঁৰ মাজত বায়ৰণ বা শ্যেলীৰ উদ্দামতা নাই, বৰং কীট্‌ছৰ গাম্ভীৰ্য আৰু আৰ্নল্ডৰ পৰিচ্ছন্নতা আছে। তেওঁৰ বাবে কবিতা নিঃসন্দেহে ' emotions recollected in tranquillity' আৰু '····wording of his own highest thoughts.' অসমীয়া ৰোমাণ্টিক কবিতাৰ ইতিহাসত সূৰ্যকুমাৰৰ 'নিৰ্মালি' তেওঁৰ ভাবৰ নিৰ্মালি—কল্পনাৰ নিৰ্মালি —অনুভৱৰ নিৰ্মালি।[১]

---

১। স্বৰ্গীয় সূৰ্যকুমাৰ ভূঞাৰ পৰিয়ালৰ পৰা ভূঞাৰ অপ্ৰকাশিত 'নৱ-নিৰ্মালি' আৰু 'অনাদৰী'ৰ উপৰিও ভূঞাই বাংলাত লিখা কবিতা কেইটামানো অচিৰেই প্ৰকাশিত হ'ব বুলি জানিব পাৰি আমি আনন্দ অনুভৱ কৰিছোঁ। —লেখক

# বুৰঞ্জী সম্পাদনাত সূৰ্যকুমাৰ ভূঞা

ড° যোগেন্দ্ৰনাথ ফুকন

কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা ইংৰাজী সাহিত্যত সন্মানসহ স্নাতক আৰু স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰি কটন কলেজত ইংৰাজী বিষয়ত অধ্যাপনা কৰা সূৰ্যকুমাৰ ভূঞাৰ ছাত্ৰ অৱস্থাত বুৰঞ্জী বা ইতিহাসৰ কোনো বিদ্যায়তনিক প্ৰশিক্ষণ নাছিল। প্ৰেচিডেন্সী কলেজত ইংৰাজী সাহিত্যৰ অধ্যাপকসকলে মুকলি কৰি দিয়া ইংৰাজী সাহিত্যৰ জ্ঞানৰ ভাণ্ডাৰত সোমাই তেওঁ বিশ্ব-বিশ্ৰুত নাট্যকাৰ, কবি, সাহিত্যিক সকলে সৃষ্টি কৰি থৈ যোৱা আপুৰুগীয়া সাহিত্য সম্পদৰাজিহে দেখা পাইছিল। ভূঞাই নিজেই লিখিছে যে কটন কলেজত অধ্যাপনা কৰোঁতেও তেওঁৰ ইংৰাজী সাহিত্যৰ অধ্যয়নৰ প্ৰসাৰতাহে বৃদ্ধি পাইছিল। এম. এ. পাছ কৰাৰ কুৰি বছৰৰ পিছত লণ্ডন বিশ্ববিদ্যালয়ত প্ৰখ্যাত বুৰঞ্জীবিদ অধ্যাপক ডড্‌ৱেলৰ অধীনত 'ইষ্ট ইণ্ডিয়া কম্পেনিজ বিলে-চনচ্‌ উইথ্‌ আসাম' বিষয়ৰ ওপৰত গৱেষণা কৰোঁতেহে বৈজ্ঞানিক ভিত্তিত ইতিহাস চৰ্চা, গৱেষণা আৰু ৰচনা কৰাৰ সম্যক জ্ঞান আহৰণ কৰাৰ সুযোগ পাইছিল। ইয়াৰ ফলত 'বুৰঞ্জী' সম্পাদনাত তেওঁৰ দৃষ্টিভঙ্গী, তথ্য-বিশ্লেষণ আৰু প্ৰকাশ ভঙ্গীৰ কিছু পৰিবৰ্তন ঘটিছিল, আৰু তাৰ প্ৰভাৱ পৰিছিল ১৯৩৮ খ্ৰীঃৰ পিছত সম্পাদনা কৰা 'বুৰঞ্জী' কেইখনত। এই কেইখন 'বুৰঞ্জী'ৰ 'সম্পাদকৰ পাতনি' আগৰবোৰ 'বুৰঞ্জী'ৰ সম্পাদকৰ পাতনিতকৈ কিছু বেলেগ দৃষ্টিভঙ্গীৰে লিখা হৈছে।

সূৰ্যকুমাৰ ভূঞাৰ জীৱনৰ এই দুটা স্তৰৰ ভিত্তিত তেওঁ সম্পাদনা কৰা 'বুৰঞ্জী'বোৰো দুটা ভাগত ভগাব পাৰি। ১৯৩০ খ্ৰীঃৰ পৰা ১৯৩৮ খ্ৰীঃৰ ভিতৰত সম্পাদনা কৰা বুৰঞ্জীসমূহ প্ৰথম ভাগত আৰু লণ্ডনৰ পৰা ঘূৰি অহাৰ পিছত সম্পাদনা কৰা বুৰঞ্জীবোৰ দ্বিতীয় ভাগত। জীৱিত কালত



সূৰ্যকুমাৰ ভূঞাই সম্পাদনা কৰা মুঠ ১১ খন 'বুৰঞ্জী'ৰ ৯ খন প্ৰথম ভাগত পৰে। সেই কেইখন হ'ল --

হৰকান্ত বৰুৱা সদৰ-আমিনৰ 'আসাম বুৰঞ্জী' (১৯৩০)
'কামৰূপৰ বুৰঞ্জী' (১৯৩০)
'দেওধাই অসম বুৰঞ্জী' (১৯৩২)
'তুংখুঙ্গীয়া বুৰঞ্জী' (১৯৩২)
'অসমৰ পদ্য-বুৰঞ্জী' (১৯৩২)
'পাদ্‌শাহ বুৰঞ্জী' (১৯৩৫)
'কছাৰী বুৰঞ্জী' (১৯৩৬)
'জয়ন্তীয়া বুৰঞ্জী' (১৯৩৭)
'ত্ৰিপুৰা বুৰঞ্জী' ( ৯৩৮)

দ্বিতীয় ভাগত পৰা দুখন 'বুৰঞ্জী' হ'ল --

সুকুমাৰ মহন্তৰ ঘৰত পোৱা 'অসম বুৰঞ্জী' (১৯৪৫)
'সাতসৰী অসম বুৰঞ্জী' (১৯৬০)

সংখ্যাত ১১খন হ'লেও দৰাচলতে বুৰঞ্জীৰ সংখ্যা তাতোকৈ অনেক বেছি কিয়নো হৰকান্ত বৰুৱাৰ 'আসাম বুৰঞ্জী' আৰু সুকুমাৰ মহন্তৰ ঘৰৰ 'অসম বুৰঞ্জী'—এই দুখন বুৰঞ্জীৰ বাহিৰে বাকী ৯খন 'বুৰঞ্জী'ৰ প্ৰত্যেকখনতে দুখন বা ততোধিক বুৰঞ্জী সন্নিবিষ্ট অথবা সংযোজন কৰা হৈছে।

১৯৩০ খ্ৰীঃৰ আগলৈকে অসমীয়া ভাষাত প্ৰকাশিত বুৰঞ্জীৰ সংখ্যা আছিল নিচেই নগণ্য। সেইকেইখন হ'ল ১৮৪৪ খ্ৰীঃত প্ৰকাশিত কাশী নাথ তামূলী ফুকনৰ 'আসাম বুৰঞ্জি পুথি', ১৮৫০-৫২ খ্ৰীঃৰ ভিতৰত 'অৰুনোদই' কাকতত প্ৰকাশ পোৱা 'পুৰণি অসম বুৰঞ্জি', ১৮৫৩ খ্ৰীঃত 'অৰুনোদই'ত প্ৰকাশ হোৱা 'কামৰূপৰ বুৰঞ্জী'; ১৮৭৬ খ্ৰীঃত প্ৰকাশ হোৱা গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জি'; ১৮৯৯ খ্ৰীঃত প্ৰকাশ পোৱা পদ্মনাথ গোহাঞি বৰুৱাৰ 'অসম বুৰঞ্জী' আৰু ১৯২২ খ্ৰীঃত প্ৰকাশ হোৱা হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা সম্পাদিত 'পুৰণি অসম বুৰঞ্জী'খন। এই ছখন

বুৰঞ্জীৰ ভিতৰত কাশীনাথ, গুণাভিৰাম আৰু পদ্মনাথে ৰচনা কৰা বুৰঞ্জীকেইখন 'আধুনিক' সাঁচত ৰচনা কৰা বুৰঞ্জী ; বাকী তিনিখন যথাক্রমে 'অৰুনোদই'ত প্রকাশ হোৱা 'পুৰণি অসম বুৰঞ্জি', 'কামৰূপৰ বুৰঞ্জী' আৰু হেমচন্দ্ৰ গোস্বামীৰ 'পুৰণি অসম বুৰঞ্জী' সাঁচিপতীয়া পুৰণি বুৰঞ্জী। এইদৰে চালে দেখা যায় যে সূৰ্যকুমাৰ ভূঞাৰ পূৰ্বে সম্পাদনা কৰি উলিওৱা পুৰণি অসমীয়া 'বুৰঞ্জী'ৰ সংখ্যা আছিল মাত্র তিনিখন।

সূৰ্যকুমাৰ ভূঞাই সম্পাদনা কৰা প্রকাশিত প্রথমখন বুৰঞ্জী হ'ল হৰকান্ত বৰুৱা সদৰ-আমিনৰ দ্বাৰা ৰচিত 'আসাম বুৰঞ্জী' (প্রথম প্রকাশ, মার্চ ১৯৩০)। তেতিয়া ভূঞা আছিল কটন কলেজৰ ইংৰাজী সাহিত্যৰ অধ্যাপক আৰু নতুনকৈ স্থাপন কৰা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অবৈতনিক সহকাৰী সঞ্চালক। হৰকান্তই তেওঁৰ বুৰঞ্জীখন নিজে সম্পূর্ণৰূপে ৰচনা কৰা নাছিল ; ১৮৪৪ খ্রীঃত প্রকাশ পোৱা কাশীনাথ তামূলী ফুকনৰ 'আসাম বুৰঞ্জি পুথি' খনত কিছু নতুন কথা মাজে মাজে সংযোজন কৰি পৰিবৰ্দ্ধিতহে কৰিছিল। সেয়ে হৰকান্তৰ বুৰঞ্জীখন আছিল কাশীনাথ তামূলীফুকনৰ বুৰঞ্জীখনৰ পৰিবৰ্দ্ধিত সংস্কৰণ।

কাশীনাথৰ বুৰঞ্জীখনকেনো হৰকান্তই কিয় পৰিবৰ্দ্ধিত কৰিলে সেই কথা তেওঁ কিতাপখনৰ পাতনিত লিখিছে। শ্রীশ্রীপুৰন্দৰ সিংহ মহাৰাজে "ৰাজত্ব কৰা সময়ত ৰাজাদেৱৰ আজ্ঞাৱে ৰাধানাথ বৰবৰুৱা আৰো কাশীনাথ শৰ্ম্মা তামূলীফুকনে নানা স্থানৰ পৰা বুৰঞ্জীসকল একত্ৰ পূর্বক সাৰ সংগ্রহ কৰি একখানি গ্রন্থ চুম্বকমতে কৰিলে। কিন্তু সেই গ্রন্থখানিতে অনেক আৱশ্যকীয় কথা লিখিবৰ নিতান্ত আবশ্যক আছিল। বোধকৰো বাহুল্য হ'ব, সেই নিমিত্তে লিখা নহ'ল। এজন্যে আমি সেই গ্রন্থখানিকে আদর্শ কৰি আৰু অনন্য বুৰঞ্জীত যি পোৱা হৈছিল, আৰু সত্যবাদী আহোম, ফুকন, বৰুৱাদিৰ মুখে যি যি শ্রৱণ হৈছিল, সেইসকল সঙ্কলন কৰি অনেক বিবেচনা আৰু পৰিশ্রম পূর্বক এইখানি গ্রন্থ লিখিবৰ আৰম্ভ কৰিলোঁ।" হৰকান্তৰ মতে তামূলীফুকনৰ



বুৰঞ্জীখনত যিখিনি কথা তেওঁ সংযোজন কৰিছে সেইখিনি কথা তেওঁ 'অনন্য বুৰঞ্জী' আৰু 'সত্যবাদী আহোম, ফুকন, বৰুৱাদিৰ মুখে' পাইছিল বা শুনিছিল ; তামূলী ফুকনৰ বুৰঞ্জীখনত হৰকান্তই সংযোজন কৰা প্রধান অংশবোৰ হ'ল—চুডাংফা ৰজাৰ শিঙৰিঘৰত উঠা উৎসৱ আৰু সেই উপলক্ষ্যে মোহৰ মৰা, কোঁচ ৰজাৰ বংশৰ উৎপত্তি আৰু বিশ্বসিংহৰ আহোম ৰাজ্য আক্রমণ, বিশ্বসিংহৰ অন্তিম বাক্য অনুসৰি নৰনাৰায়ণ আৰু চিলাৰায়ৰ অসম আক্রমণ, গৌড়দেশত চিলাৰায়ৰ বন্দী, বামুণ কটকী নিযুক্তি, জয়মতী কুঁৱৰীৰ কাহিনী আৰু গদাপানীৰ পলায়ন হৰকান্তৰ পূর্বপুৰুষ ময়ুৰ মজুন্দাৰক দিয়া মৰ্য্যাদা গদাধৰ সিংহৰ হিন্দু ধৰ্মৰ প্রতি অনাস্থা, ৰুদ্রসিংহৰ কটকী, খাওন্দ, দলৈ, কাকতী নিয়োগ, বংগদেশ আক্রমণৰ আয়োজন, কৃষ্ণৰাম ন্যায়বাগীশৰ আগমন আৰু ৰুদ্রসিংহৰ অন্তিম বাণী, পৰ্বতীয়া গোসাইক নীলাচলত স্থাপন, ৰাজেশ্বৰ সিংহৰ মোৱামৰীয়া দমন অসমত কানিৰ প্রচলন, চন্দ্রকান্ত সিংহই পদ্মাৱতীক কুঁৱৰী পতা আৰু পূর্ণানন্দৰ প্রতিবাদ, বদনচন্দ্ৰৰ পলায়ন, মানৰ অত্যাচাৰ, আৰু ১৭ শ আধ্যায় (ৰজাঘৰৰ বিষয়বাব)।

সূৰ্যকুমাৰ ভূঞাই সম্পাদকৰ পাতনিত হৰকান্তৰ কথাখিনিকে দোহাৰি লিখিছে যে 'তামূলী ফুকনৰ বুৰঞ্জীত নথকা অথচ সদৰ-আমিনৰ বুৰঞ্জীত থকা ওপৰঞ্চি কথাখিনি পৰিশিষ্টত দিয়া হৈছে।' ঊনবিংশ শতিকাৰ শেষৰফালে সংযোজন কৰা কথাখিনিয়েই ইতিমধ্যে প্রকাশ হোৱা এখন বুৰঞ্জী পুনৰ প্রকাশৰ যথোচিত দাবী হ'ব নোৱাৰে বুলি ভাবিয়েই হয়তো সূৰ্যকুমাৰ ভূঞাই কিতাপৰ পাতনিত হৰকান্ত বৰুৱাৰ বংশৰ প্রাচীনত্ব, ব্যক্তিত্ব আৰু উচ্চ মৰ্য্যাদা আৰু বিষয়বাবৰ ওপৰত অত্যধিক গুৰুত্ব আৰোপ কৰি প্রতিপন্ন কৰিবলৈ যত্ন কৰিছে যে এনে এজন লোকে সংযোজন কৰা কথাবোৰৰ গুৰুত্ব আৰু সত্যতা সন্দেহৰ উৰ্দ্ধত। সেয়ে প্রকাশৰ যোগ্য।

হৰকান্তৰ পৰিচয় দি ভূঞাই লিখিছে—'স্বৰ্গীয় হৰকান্ত বৰুৱা

সদৰ-আমিন ডাঙৰীয়া অসমৰ আগৰ তৰপৰ এজন শিক্ষিত, সম্ভ্ৰান্ত আৰু গণ্যমান্য পুৰুষ আছিল। তেওঁ অসমৰ দৈবজ্ঞকুলৰ তিলক স্বৰূপ আছিল।' দৈবজ্ঞ বংশৰ প্ৰাচীনত্ব দাঙি ধৰাৰ লগতে এখন পুৰণি বুৰঞ্জীত নগা-মজুন্দাৰৰ বিষয়ে থকা কথাখিনিৰ উদ্ধৃতি দিছে। 'হৰকান্ত বৰুৱা ১৯০০ খৃষ্টাব্দত লোকান্তৰ হয়। তেওঁক দেখা লোকসকলে আজিলৈকে তেওঁৰ স্বাস্থ্যপূৰ্ণ প্ৰশান্ত সৌম্য মূৰ্ত্তি আৰু নিয়ত জ্ঞানলিপ্সাৰ কথা পাহৰা নাই।' সম্পাদক ভূঞাই আৰু লিখিছে যে হৰকান্ত বৰুৱাৰ বুৰঞ্জীৰ কথা নিভাজ অসমীয়া। আগৰ দিনৰ অসমীয়া মানুহে যি ঠাচত কথা কৈছিল তাৰ নমুনা এই বুৰঞ্জীত পোৱা গৈছে।' সম্পাদকে আশা কৰিছে যে—'অসমৰ শিক্ষিত অশিক্ষিত সকলোৰে এই বুৰঞ্জীৰ কথা পঢ়ি বা শুনি সোৱাদ পাব আৰু অসমীয়াৰ মাজত অসম বুৰঞ্জীৰ তথ্য বহুলকৈ প্ৰচাৰ হ'ব, এই আশাৰে আমি এই বুৰঞ্জী প্ৰকাশ কৰিলোঁ।' শেষত আকৌ লিখিছে 'অসমীয়া ৰাইজ আৰু অসম বুৰঞ্জীত ৰাপ থকা সকলো লোকৰ পৰা সহানুভূতি পালে অসমৰ পুৰাবৃত্ত উদ্‌ঘাটনত এই ডিপাৰ্টমেণ্টৰ কৰ্মচাৰীসকলে উৎসাহ পাব। হৰকান্ত বৰুৱাই সংযোজন কৰা তথ্য বা ঘটনাবোৰ সত্য বুলি ধৰি লোৱা হৈছে কিয়নো সেইবোৰ অন্যান্য 'বুৰঞ্জী' আৰু 'সত্যবাদী আহোম, ফুকন, বৰুৱা'ৰ পৰা লোৱা হৈছে। আনহাতে হৰকান্তই সংযোজন কৰা ভালেকেইটা ঘটনা সত্য নহয়—যেনে ৰুদ্ৰসিংহই মোগলক ঘটোৱাই গুৱাহাটী অধিকাৰ কৰা, ৰুদ্ৰসিংহৰ দিনত লতা-কটা ৰণ হোৱা; ৰাজেশ্বৰ সিংহৰ মোৱামৰীয়া দমন, শদিয়াইদি মান সেনা অসমলৈ অহা ইত্যাদি। বুৰঞ্জীখন সম্পাদনা কৰি প্ৰকাশ কৰা মূল উদ্দেশ্য হ'ল অসমীয়াৰ মাজত অসম বুৰঞ্জী চৰ্চা বৃদ্ধি কৰা।

সূৰ্যকুমাৰ ভূঞাই সম্পাদনা কৰা দ্বিতীয়খন বুৰঞ্জী হ'ল 'কামৰূপৰ বুৰঞ্জী' (প্ৰথম প্ৰকাশ, অক্টোবৰ ১৯৩০)। 'প্ৰাচীন হিন্দুযুগৰ কামৰূপ, মধ্যযুগৰ কামৰূপ আৰু আহোমৰ আমোলৰ কামৰূপৰ বুৰঞ্জী সংক্ৰান্ত যিবোৰ পুৰণা আহিলা পোৱা গৈছে সকলোকে গোটাই 'কামৰূপৰ



বুৰঞ্জী' নাম দি সংকলন আৰু প্ৰকাশ কৰিছে। সম্পাদকে পুৰণা আহিলাবোৰ পাতনিত তালিকা-ভুক্ত কৰিছে আৰু বুৰঞ্জীখনৰ মূল বৈশিষ্ট্যবোৰ দৃষ্টান্তৰ সৈতে দাঙি ধৰিছে। সেইবোৰৰ ভিতৰত দেখুওৱা সৈতে (১) বিদেশীৰ সংস্পৰ্শত আহি অসমীয়া কটকীৰ ভাষাত পৰা প্ৰভাৱ (২) অষ্টাদশ শতিকাৰ শেষভাগত আৰু উনবিংশ শতিকাৰ আদি ছোৱাত ৰচিত বুৰঞ্জীৰ ভাষা নিভাজ অসমীয়া (৩) বুৰঞ্জীত থকা অথচ আজি-কালি পাহৰি যোৱা শব্দৰ দৃষ্টান্ত, (৪) বুৰঞ্জীখনত ব্যৱহাৰ কৰা ওজস্বী ভাষাৰ উদাহৰণ (৫) আগৰ দিনৰ অসমীয়াৰ দেশপ্ৰেম ফুটি ওলোৱা বাক্য (৬) অসম নামৰ বিভিন্ন ৰূপ। বুৰঞ্জীখনত 'বুৰঞ্জীৰ উপাদান অতি ওখ খাপৰ' বুলি চমুকৈ উল্লেখ কৰা হৈছে যদিও বুৰঞ্জীখনৰ ভাষাৰ বিভিন্ন বৈশিষ্ট্যৰ ওপৰতহে অধিক গুৰুত্ব আৰোপ কৰা হৈছে।

পাতনিৰ শেষৰফালে ভূঞাই লিখিছে 'যি কালত বঙ্গদেশত গদ্য-সাহিত্য উদ্ভৱ হোৱা নাছিল সেই সময়ত অসমীয়াৰ এনে গদ্য-সাহিত্য আৰু বুৰঞ্জীৰ সত্য সংৰক্ষণৰ চেষ্টা দেখিলে আজিকালিৰ আত্মবিস্মৃত অসমীয়াই পুলকিত নহৈ নোৱাঁৰে।' সৰ্বশেষত তেওঁ লিখিছে 'এই পুথি পাই অসমীয়া ৰাইজ আৰু মোগল বুৰঞ্জীত ৰাপ থকা সকলো অনুসন্ধিৎসুয়ে আনন্দ লাভ কৰিব সেই আশাৰে আমি ইয়াক প্ৰকাশ কৰিলোঁ।'

১৯৩২ খ্ৰীঃত ভূঞাই সঙ্কলন আৰু সম্পাদনা কৰা তিনিখন বুৰঞ্জীৰ এখন হ'ল 'তুংখুঙ্গীয়া বুৰঞ্জী'। মূল বুৰঞ্জীখনৰ প্ৰস্তাৱনাত লিখা '১৭২৫ শকত ডুৱৰাজনা বৰবৰুৱাই লেখোৱা বুৰঞ্জী' কথাষাৰৰ ভিত্তিত উক্ত বুৰঞ্জীখন শ্ৰীনাথ ডুৱৰা বৰবৰুৱাই সঙ্কলন কৰা বুলি ধৰি বুৰঞ্জীখনক শ্ৰীনাথ বৰবৰুৱাৰ বুৰঞ্জী বুলি নামাঙ্কিত কৰিছে।

কেৱল 'ৰাজেশ্বৰ সিংহৰ দিনৰে পৰা কমলেশ্বৰ সিংহৰ ৰাজত্বৰ এঘাৰ বছৰলৈকে ঘটনাৱলী' সন্নিবিষ্ট মূল বুৰঞ্জীখনৰ সম্পূৰ্ণতা ৰক্ষা কৰিবলৈ 'গদাধৰ সিংহৰ দিনৰ পৰা প্ৰমত্তসিংহৰ ৰাজত্বলৈকে এই ছোৱা কাহিনী' সূৰ্যকুমাৰ ভূঞাই অন্যান্য পুৰণি পুথিৰ পৰা সংগ্ৰহ কৰি মূল

পুথিত সংযোজন কৰিছে। অৱশ্যে ১৮০৬ খ্ৰীঃৰ পৰা ১৮২৬ খ্ৰীঃলৈকে 'এই কুৰি বছৰৰ কাহিনী থকা অসমীয়া ভাষাত লিখা কোনো পুৰণা বুৰঞ্জী নোপোৱাত আমি তাক এই পুথিত দিব নোৱাৰিলো' বুলি ভূঞাই পাতনিত আক্ষেপ কৰিছে। ভালেমান পুৰণি পুথিৰ পৰা সংগৃহীত তথ্য বা বিবৰণ একত্ৰিত কৰোঁতে ভূঞাই পুৰণি কালৰ অসমীয়া ভাষা ব্যৱহাৰ কৰিছে। সেয়ে সেই অংশবোৰত ভাষা আৰু তথ্যৰো কিছু হীন-ডেঢ়ি ঘটিছে।

হৰকান্ত বৰুৱাৰ বুৰঞ্জীৰ পাতনিত দিয়াৰ দৰে তুংখুঙ্গীয়া বুৰঞ্জীতো শ্ৰীনাথ দুৱৰা বৰবৰুৱাৰ প্ৰাচীন বংশ আৰু উচ্চ পদ-মৰ্যাদাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হৈছে। 'সাতামপুৰুষীয়া আহোম দুৱৰা পৰিয়ালৰ সন্তান, স্বৰ্গদেৱৰ কাৰ্য-কাম চলাওঁতা ৰাজ্যৰ প্ৰধান বিষয়া, সোধ-পোছ দণ্ড-বিচাৰৰ চূড়ান্ত গৰাকী বৰবৰুৱা পদবীধাৰী, আৰু নিজৰ বৰ্ণিত বিষয়ৰ অধিকাংশৰে সমসাময়িক প্ৰত্যক্ষ দৰ্শক, এনে এজন কৃতবিদ্য পুৰুষে লিখা বুৰঞ্জী পৃথিৱীৰ যেই সেই জাতিৰে আপুৰুগীয়া অভিনৱ সম্পত্তি বুলি চিৰ আদৰণীয় নহৈ নোৱাৰে' বুলি আৰম্ভণিতে বুৰঞ্জীখন সম্পূৰ্ণ দোষমুক্ত কৰি সত্যাসত্য বিচাৰৰ উৰ্দ্ধত স্থাপন কৰিছে। একে সুৰতে আকৌ লিখিছে শ্ৰীনাথ দুৱৰা বৰবৰুৱাই অসমৰ বেলি-মাৰৰ উদ্যোগপৰ্বৰ এনে এটি নিৰ্ভুল চিত্ৰ, আৰু নিজ মাতৃভাষাৰ এনে নিভাজ আৰু উন্নত চানেকি অঙ্কন কৰি দেশবাসীক দান কৰি যাব পাৰিছে সেইবাবে তেওঁ অসমীয়াৰ যুগমীয়া আন্তৰিক কৃতজ্ঞতাৰ পাত্ৰ।' এনেদৰে বুৰঞ্জীখনৰ নিৰ্ভুলতাৰ ছবি পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰি পঢ়ুৱৈ সমাজে সত্যাসত্য বিশ্লেষণ কৰাৰ সুযোগ নিদিলে। কেৱল সেয়ে নহয় প্ৰতিবেশী বঙ্গদেশৰ ৰাজ-নৈতিক অৱস্থাৰ সৈতে তুলনা কৰি লিখিছে 'যি কালত প্ৰতিবেশী বঙ্গীয় সাহিত্যক প্ৰণোদিত আৰু অনুপ্ৰাণিত কৰিবলৈ কোনো স্বাধীন ৰজা, ৰাজ-বিষয়া আৰু সৈন্য-সেনাপতিৰ কাৰ্যকলাপৰ অস্তিত্ব নাছিল, সেইকালত অসমীয়া জাতিৰ পৰা এনে প্ৰাণময় বিচিত্ৰ ৰজাঘৰীয়া গদ্য-সাহিত্যৰ উদ্ভৱ হৈছিল, সিও বৰ্তমান আত্মবিস্মৃত অসমীয়াৰ পক্ষে প্ৰধান গৌৰৱৰ কথা' বুলি সোঁৱৰাই দিছে। আত্মবিস্মৃত সাধাৰণ অসমীয়া পঢ়ুৱৈ সমাজে এনে অতীত-গৌৰৱেৰে গৌৰৱান্বিত হোৱাৰ পিছত তেনে এখন বুৰঞ্জীত থকা তথ্য বিশ্লেষণ বা ঘটনাৰ সত্যাসত্য প্ৰশ্ন কৰাৰ অৱকাশ দিয়া নাই।



দুৱৰা বংশৰ আঁতি-গুৰি দাঙি ধৰি ভূঞাই লিখিছে—'শ্ৰীনাথ বৰবৰুৱা সুপ্ৰসিদ্ধ আহোম দুৱৰা পৰিয়ালৰ সন্তান' আৰু 'ৰঙ্গাচিলা দুৱৰাৰ পৰিয়াল আহোমৰ মাজত শিৰফুটা আৰু প্ৰাচীন। মূল বুৰঞ্জী-খনৰ ভাষা সম্পৰ্কে ভূঞাই লিখিছে—'তেওঁৰ ভাষা বৰ সম্ভ্ৰমসূচক ; তাৰ লঘুতা বা উপলুৱা ধৰণৰ ভাব বা ঠাঁচ নাই। প্ৰাচীন তৰপৰ সম্ভ্ৰান্ত পুৰুষে ৰজাৰ বৰচ'ৰাত বা সত্ৰীয়া প্ৰভুসকলৰ দৰ্শন মন্দিৰত যি ভাবেৰে কথা কৈছিল বৰবৰুৱায়ো সেই ধৰণৰ ভাষাকে বুৰঞ্জীত ব্যৱহাৰ কৰিছে। সেই দেখি তেওঁৰ ভাষা উন্নত আৰু প্ৰদীপ্ত। 'বৰবৰুৱাৰ বুৰঞ্জীৰ ভাষা নিভাঁজ অসমীয়া।' 'অসমীয়া ভাষাৰ বৰ্তমান কালত যি বিষম পৰিবৰ্তন ঘটিছে, তালৈ চাই বৰবৰুৱাৰ বুৰঞ্জীত ৰক্ষিত হোৱা খাঁচ অসমীয়া ভাষাৰ চানেকিৰ সহায়েৰে বৰ্তমান ভাষাৰ ওপৰত পৰা অস্বাভাৱিকতাৰ চামনি লাহে লাহে আঁতৰাব পৰা যাব।' ইংৰাজীত লিখা পাতনিত বুৰঞ্জীখনৰ ঐতিহাসিক গুৰুত্বৰ কথা কওঁতে ভূঞাই অৱশ্যে এটা কথা কৈছে যে 'ভাৰতীয় ইতিহাস অনুসন্ধানৰ এই অৱস্থাত (at this stage of Indian historical research) এই বুৰঞ্জীৰ গুৰুত্ব সম্পৰ্কে বেছি আলোচনা কৰাৰ অৱকাশ নাই। কিন্তু তেওঁ আশা ৰাখিছে যে এনে এটা দিন আহিব যি দিনা গৱেষণাকাৰীয়ে এই অমূল্য গ্ৰন্থৰ প্ৰতিটো নাম, প্ৰতিটো বাক্য অধ্যয়ন কৰি বিশ্লেষণ আগবঢ়াব।'

১৯৩২ খ্ৰীঃত প্ৰকাশ হোৱা সূৰ্যকুমাৰ ভূঞাই সম্পাদনা আৰু সঙ্কলন কৰা আন এখন বুৰঞ্জী হ'ল 'দেওধাই অসম বুৰঞ্জী'। একুৰিতকৈ অধিক বিভিন্ন মূলৰ পৰা সংগ্ৰহ কৰা এই বুৰঞ্জীৰ মূল পুথি হ'ল 'দেওধাই বুৰঞ্জী'। কিন্তু 'দেওধাই বুৰঞ্জী' নাম দিয়া মূল বুৰঞ্জীখনো দুখন পুৰণি বুৰঞ্জীৰ একত্ৰিত ৰূপহে। এখন হ'ল উত্তৰ গুৱাহাটীৰ

আনন্দিৰাম গগৈৰ ঘৰত পোৱা সাঁচিপতীয়া পুথি আৰু আনখন গুৱাহাটীৰ বেপ্‌টিষ্ট মিচনৰ পৰা পোৱা আৰু 'অৰুনোদই'ত প্ৰকাশ হোৱা পুথি। সূৰ্যকুমাৰ ভূঞাই দুয়োখন লগলগাই 'দেওধাই অসম বুৰঞ্জী' নাম দি এখন নতুন বুৰঞ্জী সঙ্কলন কৰিলে। দুয়োখন মূল পুথি আমি মিলাই দেখিছো যে দুয়োখনৰে সকলোবোৰ কথা একে নহয়। আনন্দিৰাম গগৈৰ ঘৰত পোৱা পুথিত বছৰ বা মাহ 'শক' হিচাপত নাই আহোম 'লাক্নি'তহে পোৱা যায়। আনহাতে বেপ্‌টিষ্ট মিচনৰ পুথিত 'শক' ব্যৱহাৰ কৰা হৈছে। ভালেমান ঠাইত বছৰ তাৰিখৰ গৰমিল হৈছে; ভূঞাই সেইবোৰ 'শুদ্ধ' কৰি গৈছে। সেয়ে মূল পুথিৰ সৈতে নিমিলালে প্ৰকাশিত 'দেওধাই অসম বুৰঞ্জী'খন বিতং তথ্য অনুসৰণ কৰোঁতে ভুল হোৱাৰ সম্ভাৱনা।

'ভৱিষ্যত বুৰঞ্জীলিখকে যথোচিত সম্বল পাব, ই আমাৰ ধ্ৰুৱ বিশ্বাস' বুলি সূৰ্যকুমাৰ ভূঞাই 'দেওধাই অসম বুৰঞ্জী'ৰ মূল পুথিৰ লগত আন ভালেমান চমু বুৰঞ্জী অথবা খণ্ড বুৰঞ্জী সন্নিবিষ্ট কৰিছে। ইংৰাজীৰ পাতনিত তেওঁ লিখিছে—'The selection has been made with the object of furnishing an early history of the Ahoms in Assam', and 'the book can be studied as a history of foundations.' সেয়ে ভূঞাই এই বুৰঞ্জীত 'দাতিয়লীয়া বুৰঞ্জী' 'চুটিয়াৰ কথা', 'নৰাৰ জন্ম কথা', 'জয়ন্তাৰ জন্ম কথা', 'কছাৰীৰ জন্ম কথা', 'কোঁচৰ জন্ম কথা', শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণদেৱৰ জন্ম কথা', 'চুকাফাৰ পুলিন ৰজাসকল', 'আহোম ৰজাৰ মৈদাম', 'আহোম ৰজাৰ ৰং-ধেমালি', 'আহোম ৰজাৰ বিয়া', 'আহোম লাক্নি শকেৰে মিলোৱা' আদি অনেক কথা সংযোজন কৰিছে।

ইয়াৰ লগতে ভূঞাই বিবিধ অসমীয়া বুৰঞ্জী গদ্যৰ চানেকিৰ প্ৰতি পঢ়ুৱৈৰ দৃষ্টি আকৰ্ষণ কৰি লিখিছে যে এই 'বুৰঞ্জী'খনত আহোম মানুহৰ মুখত প্ৰচলিত আহোম শব্দ, খাচ অসমীয়া শব্দ, দাঁতিয়লীয়া বা দোৱনীয়া অসমীয়া ভাষাৰ নমুনা, খাচ ঘৰুৱা অসমীয়া শব্দ সংস্কৃত গন্ধী অসমীয়া ভাষাৰ নমুনা, প্ৰাচীন পদ্ধতিত কথা কোৱাৰ ৰীতি আদি



পোৱা যায়। শেষত তেওঁ লিখিছে 'আমাৰ বিশ্বাস বৰ্ত্তমান গ্ৰন্থই অসমীয়া বুৰঞ্জী সাহিত্যৰ বিবিধ আৰু বহুমূলীয়া সম্পদৰাশিৰ ফালে ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিব।'

'বাঁহগড়ীয়া বুঢ়াগোহাঁইৰ বুৰঞ্জী'খনৰ পৰিচয় দিওঁতে বাঁহগড়ীয়া বুঢ়াগোহাঁইক 'অসমৰ এজন অতি বিচক্ষণ ৰাজনৈতিক পুৰুষ আৰু সেনাপতি পুৰুষ' বুলি অভিহিত কৰিছে। আতন বাঁহগড়ীয়া বুঢ়াগোহাঁই ডাঙৰীয়াই জয়ধ্বজসিংহৰ দিনৰে পৰা চুলিক্‌ফা ল'ৰাৰজাৰ ৰাজত্বৰ আগলৈকে ৰাজমন্ত্ৰীৰ বাব খাইছিল। 'এনেহেন ৰাজমন্ত্ৰীৰ উক্ত বুৰঞ্জী যেই সেই দেশতে অমূল্য সম্পত্তি নহৈ নোৱাৰে' বোলা কথাষাৰত হৰকান্ত আৰু শ্ৰীনাথ বৰবৰুৱাৰ প্ৰতি কৰা উক্তি প্ৰতিধ্বনিত হৈছে।

১৯৩২ খ্ৰীঃত প্ৰকাশিত তৃতীয়খন বুৰঞ্জী হ'ল 'অসমৰ পদ্য বুৰঞ্জী'। এইখন বুৰঞ্জীও হ'ল দুখন বুৰঞ্জীৰ সমষ্টি – দুতিৰাম হাজৰিকা স্বৰ্ণকাৰ ডেকা প্ৰণীত 'কলিভাৰত' আৰু বিশ্বেশ্বৰ বৈদ্যাধিপ ৰচিত বেলিমাৰৰ বুৰঞ্জী'। প্ৰথমখনত 'চুলিক্‌ফা স্বৰ্গদেৱৰ দিনৰে পৰা ইষ্ট-ইণ্ডিয়া কোম্পানিৰ আমোলৰ অন্তলৈকে' আৰু দ্বিতীয়খনত গৌৰীনাথ সিংহই কোম্পানিৰ সৈন্য অনাৰ পৰা (১৭৯২ খ্ৰীঃ) মানৰ দ্বিতীয় আক্ৰমণ (১৮১৯ খ্ৰীঃ) লৈকে। ১৮৫৮ খ্ৰীঃত অন্ত পৰা প্ৰথমখন বুৰঞ্জী আপেক্ষিকভাৱে আধুনিক। সূৰ্যকুমাৰ ভূঞাৰ মতে পদ্য-বুৰঞ্জীখনৰ ঐতিহাসিক মূল্য অতি বেছি কিয়নো এই বুৰঞ্জীৰ কথাবোৰ স্বৰ্গদেৱ পুৰন্দৰসিংহ আৰু তেওঁৰ পুত্ৰ যুৱৰাজ কামেশ্বৰসিংহৰ মুখৰ পৰা শুনি দুয়োজন লিখকে সঙ্কলন কৰিছে। দুতিৰাম আৰু বিশ্বেশ্বৰ দুয়োজনেই 'পিতৃ-বুঢ়াগোহাঁই পূৰ্ণানন্দ ডাঙৰীয়াৰ দিনৰ মানুহ। তেওঁলোকৰ দুয়োৰে আহোম ৰাজ-পৰিয়ালৰ লগত সংস্পৰ্শ আছিল। আহোম ৰজাৰ তলত বিশ্বেশ্বৰে বৈদ্যাধিপ বিষয় খাইছিল, আৰু স্বৰ্গদেৱৰ আজ্ঞাৰে তেওঁ বুৰঞ্জী সংকলন কৰিছিল। দুতিৰাম পুৰন্দৰসিংহৰ ৰাজ-সোণাৰি আছিল .... স্বৰ্গদেৱৰ আজ্ঞা অনুসাৰে যুৱৰাজ কামেশ্বৰসিংহই তেওঁক আহোম বুৰঞ্জীৰ অন্তৰ্গত অতীত ঘটনাবোৰ ভাঙ্গি-পাতি কৈছিল, যুৱৰাজৰ আদেশমালা শিৰত লৈ দুতিৰামে তেওঁৰ বুৰঞ্জী লিখিছিল।' 'তাৰ-

উপৰি দুয়ো কৃতবিদ্য পণ্ডিত আছিল। এনে দুজন পুৰুষৰ ৰচিত তেওঁলোকৰ দিনতে সামৰণি মৰা আহোম স্বৰ্গদেৱসকলৰ বুৰঞ্জী যে অসমীয়াৰ অমূল্য সম্পত্তি হ'ব সেই বিষয়ে বহলাই কোৱাৰ সকাম নাই।' ভূঞাই খেদ প্ৰকাশ কৰিছে যে অসমীয়া জাতি সময়ৰ সোঁতত আগবাঢ়ি যোৱাৰ লগে লগে অতীতৰ চিন মোকামবোৰ ক্ৰমান্বয়ে লোপ পাই আহিব আৰু তেতিয়াই এই বুৰঞ্জীৰ মূল্য বাঢ়ি যাব।

বৈষ্ণৱ সাহিত্যৰ ভাষা, ঠাঁচ আৰু বচনভঙ্গীত ৰচনা কৰা এই পদ্য বুৰঞ্জীখনে 'সৰ্বসাধাৰণ পাঠক-পাঠিকাৰ হৃদয়গ্ৰাহী হব আৰু এনে 'বুৰঞ্জী সাহিত্য অসমীয়া এনেকি ভাৰতবাসীৰো গৌৰৱৰ বিষয়' বুলি অভিহিত কৰিছে। তেওঁ শেষত লিখিছে যে 'আমাৰ ধ্ৰুব বিশ্বাস অসমীয়া বুৰঞ্জী-সাহিত্যৰ ঐশ্বৰ্য সম্ভাৰ জগতৰ আগত পৰিপাটীকৈ দাঙ্গি ধৰিব পাৰিলে জগতৰ সুধীবৃন্দ বিস্মিত আৰু মুগ্ধ নহৈ নোৱাৰে, আৰু তাৰ লগে লগে অসমীয়াৰ আত্মসন্মান আৰু প্ৰতিষ্ঠাৰ পৰিমাণ বৃদ্ধি হব।'

'পাদশ্যাহ-বুৰঞ্জী' (১৯৩৫, কামৰূপ অনুসন্ধান সমিতিৰ দ্বাৰা প্ৰকাশ) আৰু 'ত্ৰিপুৰা বুৰঞ্জী' (১৯৩৮, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ) এই দুখন 'বুৰঞ্জী'ৰ প্ৰথমখনৰ 'সম্বল' দিছিল 'অসম-প্ৰবাসী দুজন মোগল প্ৰজাই', এজন হ'ল মহম্মদ আলি আৰু আনজন গকুলপুৰী; আৰু দ্বিতীয়খনৰ লিখক দুজন হ'ল ত্ৰিপুৰা দেশ ভ্ৰমণ কৰা দুজন অসমীয়া কটকী—ৰত্ন কন্দলী শৰ্মা কটকী আৰু অৰ্জুন দাস বৈৰাগী। 'পাদশ্যাহ বুৰঞ্জী' সঙ্কলন কৰা হৈছে একেধৰণৰ বিবৰণ থকা চাৰিখন বেলেগ পুৰণি পুথিৰ পৰা। তাৰে এখন ১৯২৩ খ্ৰীঃত বেণুধৰ শৰ্মাই উদ্ধাৰ কৰি নকল কৰা পুথি আৰু আন তিনিখন সূৰ্যকুমাৰ ভূঞাই সংগ্ৰহ কৰা। সেয়ে কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক দিবাকৰ গোস্বামীয়ে প্ৰকাশকৰ পাতনিত লিখিছে—'Prof. Bhuyan came upon three other manuscripts of the *Padshah-Buranji* which he utilized in revising the text of the Samiti's transcript where common portions were available, and in enlarging that text by adding a number of episodes found only in the three new manuscripts'. সম্পাদকৰ পাতনিতো 'পাদশ্যাহ-বুৰঞ্জী' মূল সম্বল এই চাৰিখন বুৰঞ্জীৰ বিবৰণ সুন্দৰকৈ দিছে। সূৰ্যকুমাৰ ভূঞাই সম্পাদনা কৰোঁতে সেই আটাইকেইখন 'বুৰঞ্জী' বা 'পুথি' একেলগ কৰি নতুনকৈ সঙ্কলন কৰা বুৰঞ্জীখন হ'ল 'পাদশ্যাহ বুৰঞ্জী'।



'পাদশ্যাহ বুৰঞ্জী'ৰ সম্পাদকীয় পাতনিত বুৰঞ্জীখনৰ পৰিচয় দিওঁতে আৰম্ভণিতে লিখিছে এই 'পাদশ্যাহ বুৰঞ্জী' পুথিখন অসমীয়া গদ্য-সাহিত্যৰ এটি অভিনৱ সম্পত্তি। যি সময়ত ভাৰতৰ অনেক ঠাইত কোনো গদ্য-সাহিত্যৰ সৃষ্টি বা প্ৰচলন নাছিল, তেনে কালত অসমীয়াই এনে হৃদয়গ্ৰাহী গদ্যৰ চানেকি থৈ যাব পাৰিছিল সিয়ো অসমীয়াৰ পক্ষে বৰ গৌৰৱৰ কথা।' বুৰঞ্জীখনত পোৱাত নতুন ঐতিহাসিক তথ্য বা ঘটনাৱলীৰ কথা উল্লেখ নকৰি এইদৰে সূৰ্যকুমাৰ ভূঞাই 'অসমীয়া গদ্য-সাহিত্যৰ' 'অভিনৱ সম্পত্তি'ৰ প্ৰতিহে অসমীয়া পঢ়ুৱৈ সমাজৰ দৃষ্টি আকৰ্ষণ কৰিছে।

'পাদশ্যাহ বুৰঞ্জী'ৰ মূল সমল যোগাওঁতা মহম্মদ আলি আৰু গকুল পুৰীৰ আঁতি-গুৰি বিচাৰৰ পিছত ভূঞাই পুনৰ বুৰঞ্জীখনৰ ভাষালৈ পঢ়ুৱৈৰ দৃষ্টি আকৰ্ষণ কৰি লিখিছে 'পাদশ্যাহ বুৰঞ্জী'ৰ ভাষা অতি ৰসাল আৰু বিচিত্ৰ।' 'পাদশ্যাহ বুৰঞ্জী'ৰ কথাখিনি শুকান হাড়-চাল নহয়, তাত ভাবৰ সমাবেশ আৰু আবেগৰ সৌৰভ লক্ষ্য কৰিব পাৰি। সেইদেখি এই বুৰঞ্জীখনি বুৰঞ্জীৰ শাৰীৰ পৰা বিশুদ্ধ সাহিত্যৰ অঙ্গীভূত হৈছে' বুলি পৰৱৰ্তী ৫ পৃষ্ঠাত 'ৰসাল চাই' তুলি দিয়া উদ্ধৃতি আছে।

সূৰ্যকুমাৰ ভূঞাৰ আশা যে 'যাৱনিক ভাব আৰু শব্দ-বহুল বাদ্শ্যাহ বেগম নবাব-উমৰাও সকলৰ কাহিনী পঢ়ি অসমীয়া মুছলমানসকলে পৰম প্ৰীতি আৰু সোৱাদ পাব, আৰু সেই প্ৰীতিৰ পৰা অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতি তেওঁলোকৰ অনুৰাগ দহোগুণ বৃদ্ধি হব।' 'অসমীয়া মুছলমান পাঠক সমাজৰ হাতত দিবলৈ আৰু তেনে কোনো উপযোগী গ্ৰন্থ সদ্যহতে দেখা নাই।'

পাতনিৰ একেবাৰে শেষৰফালেহে ভূঞাই 'বুৰঞ্জী হিচাবেও পাদশ্যাহ বুৰঞ্জীৰ মূল্য অতি কম নহয় বুলি' তেওঁ লিখা এলানী প্ৰবন্ধত কৰা সমালোচনাৰ প্ৰতি পঢ়ুৱৈ সমাজৰ দৃষ্টি আকৰ্ষণ কৰিছে।

লণ্ডনত গৱেষণা কৰি থাকোঁতেই ইংৰাজীত লিখা 'ত্ৰিপুৰা বুৰঞ্জী'ৰ পাতনিত লণ্ডনৰ বৃটিছ মিউজিয়ামৰ পৰা সংগ্ৰহ কৰা পুৰণি পুথিখনৰ সম্পৰ্কে লিখিছে যে এই বুৰঞ্জীখনৰ গুৰুত্ব হ'ল যে ইয়াত অসমীয়া ৰজা স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ আন্তৰ্জাতিক অথবা সৰ্বভাৰতীয় প্ৰীতি আৰু ত্ৰিপুৰা দেশৰ ইতিহাস. ভৌগোলিক বিবৰণ, সম্পদৰাজি আৰু আচাৰ ব্যৱহাৰ আদি বহু তথ্য সন্নিবিষ্ট হৈছে। ১৭২৪ খ্ৰীঃত লিখা পুথিখনৰ লিখক দুজন কি সূত্ৰত আৰু কেনেকৈ ৰুদ্ৰসিংহৰ দিনত ত্ৰিপুৰা দেশলৈ গৈছিল, কিদৰে ত্ৰিপুৰা দেশৰ ৰজাই তেওঁলোকক অভ্যৰ্থনা জনাইছিল ইত্যাদিৰ আভাস দিছে। লগতে অসমৰ ৰাজধানী ৰংপুৰত কিদৰে বিদেশী কটকীক অভ্যৰ্থনা জনোৱা হৈছিল আৰু দুৰ্গা পূজা পতা হৈছিল তাৰো সুন্দৰ বিবৰণৰ প্ৰতি পঢ়ুৱৈৰ দৃষ্টি আকৰ্ষণ কৰিছে।

শেষৰ ফালে সম্পাদকে লিখিছে -- 'The language of the book is simple, racy and dignified. The narratives are well arranged'. 'On the whole Tripura Buranji constitutes a distinct landmark in the history of Assamese prose and Assamese historical literature with regard both to its contents and expression.'

'কছাৰী বুৰঞ্জী' (১৯৩৬) আৰু 'জয়ন্তীয়া বুৰঞ্জী' (১৯৩৭) এই দুখন বুৰঞ্জীৰ প্ৰথম খনত আহোম আৰু কছাৰীৰ মাজত থকা সম্পৰ্ক, আৰু দ্বিতীয়খনত আহোম ৰাজ্যৰ লগত জয়ন্তীয়াৰ ৰাজনৈতিক সম্পৰ্কৰ বিষয়ে জনা যায়। 'কছাৰী বুৰঞ্জী'ৰ মূল পুথি হেমচন্দ্ৰ গোস্বামীৰ পৰিয়ালত পোৱা ১৪শ শতিকাৰ পৰা ১৮শ শতিকালৈ আহোম-কছাৰীৰ সম্পৰ্ক সন্নিবিষ্ট পুথি এখনৰ লগত অন্যান্য বুৰঞ্জীত পোৱা বিবৰণ সংযোগ কৰি প্ৰস্তুত কৰা হৈছে।



সেয়ে কছাৰী বুৰঞ্জীখন কেইবাখনো 'বুৰঞ্জী'ৰ একত্ৰিত সংগ্ৰহ বুলিব পাৰি। সংগ্ৰহবোৰ ক'ৰ ক'ৰ পৰা কৰা হৈছে ভূঞাই পাতনিত লিপিবদ্ধ কৰিছে। তাৰ লগতে ডাঃ জন্ পিটাৰ ৱেডে ইংৰাজীলৈ অনুবাদ কৰা এখন অসমীয়া ভাষাৰ বুৰঞ্জীত সংযোজন কৰিছে। প্ৰথম সংস্কৰণৰ সম্পাদকীয় পাতনিত ভূঞাই বুৰঞ্জীখনৰ ভাষা অথবা ঐতিহাসিক গুৰুত্ব আদিৰ বিষয়ে বিশেষ একো দিয়া নাই। অসমীয়াত লিখা 'সম্পাদকৰ নিবেদন'ত আৰম্ভণিতে লিখিছে যে 'এই পুথি আগৰ দিনৰ অসমীয়াৰ বুৰঞ্জী প্ৰিয়তাৰ এটি বহুমূলীয়া নিদৰ্শন, আৰু কছাৰী ৰজাৰ লগত যে অসমৰ পিতা-পুত্ৰ সম্বন্ধ আছিল' সেই কথা জানিব পাৰি। 'গোটাচেৰেক কাহিনীৰ সংক্ষিপ্ত সাৰ' উদ্ধৃতি দি 'সেই অখ্যানবোৰ অবলম্বন কৰি অসমীয়া লিখকে নাটক. উপন্যাস কাব্য আৰু কবিতা ৰচনা কৰিব পাৰিব। তেনে কৰিলেহে অসমীয়াৰ জাতীয় সাহিত্যৰ সমৃদ্ধি বাঢ়িব' বুলি মন্তব্য আগ বঢ়াইছে। ইংৰাজী 'ভূমিকা' (Introduction)ত ভূঞাই কছাৰী সকলৰ জাঁতিগুৰি বিচাৰ কৰি তেওঁলোক যে অসমৰ অতি পুৰণি অধিবাসী আৰু এসময়ত তেওঁলোকে কামৰূপত বিস্তৃত ৰূপে বসতি কৰিছিল তাকো লিখিছে। প্ৰসঙ্গক্ৰমে বড়ো-কছাৰীৰ মাজত গঢ়ি উঠা একত্ৰিকৰণ আন্দোলনৰ কথাও ভূঞাই উল্লেখ কৰিছে। ইংৰাজী পাতনিত তেওঁ আহোম কছাৰীৰ মাজত থকা আৰু বুৰঞ্জীখনত পোৱা সম্পৰ্কৰ বিবৰণ দি শেষ কৰিছে।

'জয়ন্তীয়া বুৰঞ্জী' সূৰ্যকুমাৰ ভূঞাই সম্পাদনা কৰা যদিও বুৰঞ্জীখনৰ সম্পাদকীয় পাতনি আৰু ভূমিকা লিখিছে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অবৈতনিক সহকাৰী সঞ্চালক শৰৎ কুমাৰ দত্তই। সেয়ে 'জয়ন্তীয়া বুৰঞ্জী'ৰ ওপৰত সূৰ্যকুমাৰ ভূঞাৰ কোনো মন্তব্য বা মতামত পোৱা নাযায়। অৱশ্যে এই বুৰঞ্জীখনো বিভিন্ন বুৰঞ্জীত পোৱা জয়ন্তীয়া সম্পৰ্কীয় তথ্যৰ সংগ্ৰহহে।

সূৰ্যকুমাৰ ভূঞাই দ্বিতীয় স্তৰত সম্পাদনা কৰা দুখন বুৰঞ্জীৰ প্ৰথমখন হ'ল ১৯৪৫ খ্ৰীঃত প্ৰকাশিত উত্তৰ গুৱাহাটীৰ স্বৰ্গীয় সুকুমাৰ

মহন্তৰ ঘৰত পোৱা পুথিৰ পৰা পাঠ সংগৃহীত 'অসম বুৰঞ্জী'। এই বুৰঞ্জীত 'আহোম স্বৰ্গদেৱসকলৰ উৎপত্তিৰ পৰা স্বৰ্গদেৱ গদাধৰ সিংহলৈকে' ঘটনাৰ বিবৰণ পোৱা যায়। ৮ পৃষ্ঠা জোৱা ইংৰাজীত লিখা পাতনিত (Preface) বুৰঞ্জীখনৰ বিভিন্ন দিশ সম্পৰ্কে আলোচনা কৰিছে। পাতনিত লিখা মতে এই বুৰঞ্জীৰ নকল (transcript) টো ১৯১৯ চনতে পাইছিল আৰু কেইবাবছৰ জুৰি ৰাতিয়ে-দিনে এই বুৰঞ্জীখন পঢ়িছিল (For several years I gave my nights and days to the study of this chronicle). আৰু "the contents of this chronicle have entered into the texture of all my historical writings on the Ahom period" বুলি আহোম যুগৰ ওপৰত ভূঞাই লিখা সকলোবোৰ ঐতিহাসিক লিখনীৰ ওপৰত বুৰঞ্জীখনে পেলোৱা গভীৰ ৰেখাপাতৰ কথা কৈছে। তেওঁ আশা কৰিছে যে ভৱিষ্যতে এটা দিন আহিব যেতিয়া 'অসম বুৰঞ্জী'ৰ ওপৰত এখন সম্পূৰ্ণ গ্ৰন্থ প্ৰস্তুত কৰা হ'ব আৰু আহোম ৰজাসকলৰ বিষয়ে বিশদ আৰু বৈজ্ঞানিক ভাৱে ইতিহাস প্ৰণয়ন কৰা হ'ব। ইয়াৰ দ্বাৰা ইঙ্গিত দিয়া হৈছে যে তেতিয়ালৈকে বৈজ্ঞানিক পদ্ধতিৰে আহোমসকলৰ বুৰঞ্জী লিখা হোৱা নাই। ইংৰাজীত লিখা ৫২ পৃষ্ঠা জোৱা সুদীৰ্ঘ ভূমিকা (Introduction)ত সূৰ্যকুমাৰ ভূঞাই আহোমসকলে প্ৰবৰ্তন কৰা অসমত বুৰঞ্জী লিখাৰ পদ্ধতি আৰু প্ৰথম অৱস্থাত কেৱল আহোম ভাষাতহে বুৰঞ্জী লিখাৰ কথা উল্লেখ কৰিছে। আহোম সকলে হিন্দুৰ নীতি-নিয়ম আৰু চিন্তা-চৰ্চা লোৱাৰ পিছতহে অসমীয়া ভাষাত বুৰঞ্জী লিখা হয়। বুৰঞ্জীৰ জ্ঞান আহোমসকলৰ মাজত বংশগত আৰু তেওঁলোকৰ শিক্ষা আৰু সংস্কৃতিৰ এটা অংগ। লগতে তেওঁ আহোমসকলে বুৰঞ্জীক কি দৰে জ্ঞান কৰিছিল, ৰজাঘৰত কি দৰে বুৰঞ্জী লিখা হৈছিল, বিভিন্ন শ্ৰেণীৰ বুৰঞ্জী, দাঁতিকাষৰীয়া আৰু চুবুৰীয়া ৰাজ্যৰ ওপৰত লিখা বুৰঞ্জী, বুৰঞ্জীৰ চৰিত্ৰ, বুৰঞ্জীৰ মানদণ্ড আদি আলোচনা কৰিছে। এইদৰে সূৰ্যকুমাৰ ভূঞাই আগৰ



বুৰঞ্জীবোৰত লিখা পাতনিৰ পৰা আঁতৰি আহি এজন বুৰঞ্জীবিদ হিচাপে বুৰঞ্জীৰ মূল্যায়ন কৰিবলৈ চেষ্টা কৰিছে।

অৱশ্যে বৰ্তমানৰ বুৰঞ্জীখনৰ কথা আলোচনা কৰোঁতে ভাষা আৰু সাহিত্যৰ দিশটোৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিবলৈ পাহৰা নাই। পুৰণি অসম আৰু অসমীয়া জাতীয় জীৱনৰ প্ৰতিচ্ছবি দাঙি ধৰা তিনিকুৰিতকৈ অধিক উদ্ধৃতি ভূমিকাত ইংৰাজীলৈ অনুবাদ কৰি কৈছে "The above pages will convince the reader of the value of the present Buranji not only as a record of facts, but also as a contemporary document affording us glimpses into the inner working of the Indian mind, specially of the people of Eastern India, when that mind applies itself to the solution of intricate political problems and situations". এইদৰে ভূঞাই এক দাৰ্শনিক দৃষ্টিভঙ্গী গ্ৰহণ কৰি পুনৰ লিখিছে -"Our surroundings have changed no doubt, but the basic fundamentals of the mind have not altered in proportion to the change in our environments; and hence the value of the Buranji will be realised for many long ages to come, more so with our progressive deviation from those fundamentals".

বুৰঞ্জীখনৰ 'ৰচয়িতা' জনৰ নাম বিচাৰি পোৱা নগ'লেও তেওঁ যে এজন বিজ্ঞ বুৰঞ্জীলিখক আছিল তাক ঠাৱৰ কৰি কৈছে "He had doubtless before him a large mass of source materials". "The author's interests were catholic and he was patriotic in his temperament." শেষত ভূঞাই কৈছে যে "On the whole the book is a his-

torical classic and a literary masterpiece of the first order". সৰ্বশেষত ভূঞাই আহ্বান জনাইছে যে আমাৰ দেশৰ মানুহে যদি নিজৰ উত্তম বৈশিষ্ট্যবোৰ পুনৰ জীৱিত কৰিব খোজে অথবা অতীতৰ গৌৰৱেৰে উৎসাহ-উদ্দীপনা লাভ কৰিব খোজে তেনেহ'লে ইংৰাজসকলে যেনে উদ্যম আৰু ভক্তিৰে 'পিল্‌গ্ৰীম্‌চ্‌ প্ৰগ্ৰেচ' বা চীনাসকলে 'চু কিং' পঢ়ে তেনে উদ্যম আৰু ভক্তিৰে এই বুৰঞ্জী পঢ়িব লাগিব।

সূৰ্যকুমাৰ ভূঞাই সঙ্কলন আৰু সম্পাদনা কৰা সৰ্বশেষ 'বুৰঞ্জী' খন হ'ল 'সাতসৰী অসম বুৰঞ্জী' বা সাতখন অসম বুৰঞ্জীৰ এটা সঙ্কলন। এই বুৰঞ্জী 'পঢ়িলে আহোমৰ দিনৰ আদিৰ পৰা অন্তলৈকে ভাল আভাস পোৱা যাব, আৰু তাৰ লগতে অসমীয়া বুৰঞ্জী ৰচনাৰ পদ্ধতি, পুৰণি কালৰ মাত কথা, নানান ৰাজনৈতিক সমস্যা সমাধানৰ প্ৰণালী, দেশৰ অৰ্থনৈতিক আৰু সামাজিক অৱস্থা এইবোৰৰ বিষয়েও জানিব পৰা যাব'। ইংৰাজী পাতনিত তেওঁ লিখিছে অসমৰ কূটনৈতিক, সাংবিধানিক, ৰাজনৈতিক বুৰঞ্জী জ্ঞানৰ বাবে এই বুৰঞ্জী অধ্যয়ন একান্ত আৱশ্যক। এই বুৰঞ্জী কেইখনে অৰ্থনৈতিক, ধৰ্মীয় আৰু সামাজিক ইতিহাসৰ ওপৰতো নতুন পোহৰ পেলাইছে। অৱশ্যে সেইবোৰনো কেনে বা কি তাৰ কোনো দৃষ্টান্ত দাঙি ধৰা নাই; অৱশ্যে অসমীয়াত লিখা পাতনিত তেওঁ 'ঘটনাৱলী বৰ্ণনা সূত্ৰে' পোৱা 'ভালেমান উল্লেখযোগ্য বাক্য' 'সুবচনী' ৰূপে উদ্ধৃত কৰিছে। সামৰণিত তেওঁ লিখিছে 'কালৰ সোঁতত অসমীয়া জাতিৰ বৈশিষ্ট্য লোপ পোৱাৰ আগন্তুক হ'লে এই বুৰঞ্জীৰ মহামূল্য সম্পদে তাক পুনৰ সঞ্জীৱিত কৰাৰ সম্বল যোগাব।'

সূৰ্যকুমাৰ ভূঞাই সম্পাদনা কৰা ১১ খন 'বুৰঞ্জী'ৰ পাতনি আৰু ভূমিকাৰ ভিত্তিত কৰা উপৰুক্ত আলোচনাৰ পৰা আমি শেষত কেইটামান মন্তব্য আগ বঢ়াবলৈ যত্ন কৰিছো।

(১) পুৰণি বুৰঞ্জীসমূহ সংকলন, সম্পাদনা আৰু প্ৰকাশৰ ক্ষেত্ৰত সূৰ্যকুমাৰ ভূঞা কেইটামান আদৰ্শৰ দ্বাৰা উদ্বুদ্ধ হৈছিল।



(২) অসমৰ বুৰঞ্জীসমূহ বিশেষকৈ অসমীয়া ভাষাত লিখা পুৰণি বুৰঞ্জীবোৰত সন্নিবিষ্ট তথ্য আৰু ঘটনাৱলী পুৰণি অসমীয়া সমাজ-সংস্কৃতিৰ দাপোণ বা প্ৰতিচ্ছবি।

(৩) অসমীয়া ভাষাৰ পুৰণি বুৰঞ্জীবোৰ, গদ্যতেই হওক বা পদ্যতেই হওক, অসমীয়া ভাষা-সাহিত্যৰ আপুৰুগীয়া সম্পদ। সেইবোৰত অজস্ৰ মণি-মুকুতা খুন্দ খাই আছে; আৰু অসমীয়া মানুহে সেইবোৰ বুৰঞ্জীৰ ভঁৰালৰ পৰা বুটলি আনি ল'ব লাগে।

(৪) সময় আগবাঢ়ি যোৱাৰ লগে লগে অসমীয়া জাতিয়ে নিজকে পাহৰিবলৈ আৰম্ভ কৰিছে, আত্মবিস্মৃতি ঘটিছে। বুৰঞ্জীত থুপ খাই থকা মহান ব্যক্তিৰ চৰিত্ৰ আৰু বাণীবোৰে আত্মবিস্মৃত অসমীয়া জাতিক জগাই তুলি মহান কৰিব, জীয়াই ৰাখিব।

(৫) বুৰঞ্জীবোৰৰ শিক্ষিত-অশিক্ষিত অসমীয়াৰ মাজত বহুল প্ৰচাৰ হ'ব লাগে। ৰসাল আৰু মনোগ্ৰাহী ভাষাই বুৰঞ্জীক আদৰণীয় কৰি তুলিব।

# ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ ইতিহাস অধ্যয়নৰ কেইটামান দিশ

ড° স্বৰ্ণলতা বৰুৱা

ডক্টৰ সূৰ্যকুমাৰ ভূঞাক (১৮৯৪-১৯৬৪) অসমৰ ইতিহাস গৱেষণাৰ জনক বুলিব পাৰি। তেখেতৰ আগতেও বা সমসাময়িক কালত চাৰ এড্‌ৱাৰ্ড গেইট, কনকলাল বৰুৱা, হেমচন্দ্ৰ গোস্বামী আদি মনীষীয়ে বিজ্ঞানসম্মত দৃষ্টিৰে অসম বুৰঞ্জী অধ্যয়ন কৰিবলৈ লৈছিল যদিও উত্তৰ পুৰুষৰ সুবিধাৰ অৰ্থে গৱেষণাৰ ক্ষেত্ৰখন প্ৰকৃত অৰ্থত ভূঞা ডাঙৰীয়াইহে মুকলি কৰি থৈ গৈছে। এই বিষয়ত তেখেতৰ বৰঙণি ইমান অমূল্য আৰু গধুৰ যে অসমত ইতিহাস গৱেষণা আৰু সূৰ্যকুমাৰ ভূঞা সমাৰ্থক বুলি ক'লে অত্যুক্তি কৰা নহয়।

সূৰ্যকুমাৰ ভূঞা কিন্তু বৃত্তিগতভাৱে ইতিহাসবিদ নাছিল। তেখেত আছিল ইংৰাজী সাহিত্যৰ ছাত্ৰ আৰু ইংৰাজী সাহিত্যৰ অধ্যাপক। কিন্তু ইংৰাজী সাহিত্যত গভীৰ জ্ঞান থকা সত্বেও ৯১৮ চনত কটন কলেজত অধ্যাপক হিচাপে নিযুক্তি পোৱা দিনৰে পৰা তেখেতে নিজৰ সমস্ত শক্তি আৰু ধ্যান ধাৰণা বুৰঞ্জী চৰ্চাৰ ফালেহে ধাবিত কৰে। তদানীন্তন ভাৰতৰ জাতীয়তাবাদী ঢৌৱে ভূঞাদেৱক স্পৰ্শ নকৰাকৈ থকা নাছিল। জাতীয়তাবাদৰ আদি প্ৰাণকেন্দ্ৰ কলিকতা মহানগৰীত তেখেতে কলেজীয়া আৰু বিশ্ববিদ্যালয়ৰ শিক্ষা লাভ কৰিছিল। উনৈশ শতিকাৰ শেষ ছোৱাৰ পৰা জাতীয়তাবাদীসকলে ভাৰতবাসীৰ অন্তৰত দেশপ্ৰেম, আত্মসন্মানবোধ আৰু আত্ম-বিশ্বাস জগাই তোলাৰ অৰ্থে ভাৰতৰ প্ৰাচীন ঐতিহ্যৰ প্ৰতি তেওঁলোকক অনুৰাগী আৰু শ্ৰদ্ধাশীল কৰিবলৈ আপ্ৰাণ চেষ্টা চলাইছিল। সমাজ সচেতন ব্যক্তি হিচাপে ভূঞাদেৱেও নিশ্চয় এই পৰিৱেশত অনুভৱ কৰিছিল যে জাতীয় স্বাৰ্থৰ হেতু ইংৰাজী সাহিত্যৰ গৱেষণাতকৈ দেশৰ ঐতিহ্যৰ অধ্যয়ন অধিক জৰুৰী। নিজৰ



ঐতিহ্যৰ প্ৰতি অসমবাসীৰ তেতিয়া কোনো সচেতনতা নাছিল। গতিকে এই বিষয়ত তেওঁলোকক জাগ্ৰত কৰিবলৈ আৰু অসমৰ ঐতিহ্যৰ গৌৰৱোজ্জ্বল প্ৰাচীনত্ব সমগ্ৰ ভাৰতবাসী তথা বিশ্বৰ আগত দাঙি ধৰিবলৈ তেখেতে সংকল্প গ্ৰহণ কৰে। ১৯৫২ চনত গোৱালিয়ৰত অনুষ্ঠিত ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ পঞ্চদশ অধিবেশনৰ আধুনিক বুৰঞ্জী শাখাত সভাপতিত্ব কৰি তেখেতে কৈছিল—'ভাৰত মাতৃৰ অবিচ্ছেদ্য অঙ্গ অসমভূমিৰ মহান আৰু ভাল ভাল বস্তুবোৰ বিশ্ববাসীক অৱগত কৰাৰ এটা ধৰ্মীয় উদ্দীপনাৰে মই গোটেই জীৱন প্ৰণোদিত হৈ আহিছোঁ .. .... শেক্সপীয়েৰ আৰু মিল্টন পঢ়াই মই জীৱিকা নিৰ্বাহ কৰিবলগীয়া হৈছো. কিন্তু বুৰঞ্জী অধ্যয়নতহে মোৰ সমস্ত ভাৱ-চিন্তা আৰু শক্তি নিয়োজিত কৰিছোঁ।' (Studies in the Literature of Assam, Guwahati, 1962, P. 160)

আজি বহুদিন আগলৈকে ভাৰতৰ বহুত মানুহে অসম সম্পৰ্কে একো নাজানিছিল। বহুতে অসমক হাবি জংঘলেৰে ভৰা যাদু মন্ত্ৰৰ দেশ বুলি ভাবিছিল। ইয়াৰ জলবায়ু বিষাক্ত বুলিও অনেকৰ মনত এটা অমূলক ধাৰণা আছিল। এই ভুল ধাৰণাবোৰ উৎখাত কৰি অসমৰ প্ৰাচীন সভ্যতা আৰু উন্নত সংস্কৃতিৰ কাহিনী ভাৰতত প্ৰচাৰ কৰিবলৈ ভূঞা ডাঙৰীয়াই অহোপুৰুষাৰ্থ কৰিছিল। ১৯৫৯ চনত গুৱাহাটীত বহা ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ দ্বাবিংশতিতম অধিৱেশনৰ স্থানীয় বুৰঞ্জী শাখাৰ সভাপতিৰূপে এই প্ৰয়োজনীয় দিশত কংগ্ৰেছে দিয়া গুৰুত্বৰ শলাগ লৈ তেখেতে কৈছিল "অসমৰ দৰে ৰাজ্যৰ ক্ষেত্ৰত এই কাৰ্য অতি যথোপযোগী হৈছে, কাৰণ অসমত ইতিহাস অধ্যয়নৰ অন্তহীন সম্ভাৱনা আছে। এই বিষয়ত ভাৰতীয় বুৰঞ্জীবিদসকলৰ দৃষ্টি আকৰ্ষণ কৰিব লাগে, কিয়নো অসম বুৰঞ্জীৰ তথ্য নিৰ্ভৰ ঘটনাবোৰ ভালদৰে প্ৰচাৰ হ'লেহে আমাৰ দেশবাসী আৰু বিশ্বৰ বিভিন্ন প্ৰান্তত থকা লোকসকলে বুজিব পাৰিব যে ৰাজনৈতিক ক্ষেত্ৰতেই হওক বা সাংস্কৃতিক-আধ্যাত্মিক ক্ষেত্ৰতেই হওক অসমৰ মানুহ মহান কৃতিত্বৰ উত্তৰাধিকাৰী।'

( Studies in the History of Assam, Guwahati. 1965 P. 173 ) অসমৰ ইতিহাস অধ্যয়নৰ গুৰুত্বলৈ দৃষ্টি আকৰ্ষণ কৰি ১৯৭০ চনত ধুবুৰীত অনুষ্ঠিত অসম সাহিত্য সভাৰ দ্বিতীয় অধিৱেশনৰ সভাপতিৰ আসনৰ পৰা তেওঁ কৈছিল :

"সভ্যজগতৰ আগত অসমৰ অতীত গৌৰৱৰ চিনাকি দিবলৈ অসমত বুৰঞ্জী চৰ্চা কৰা প্ৰধান আৱশ্যক। তেনে হ'লেহে আমাক সকলোৱে সন্মানৰ চকুৰে চাব আৰু আমাৰ নিজৰ মাজতো আত্ম-বিশ্বাসৰ ভেটি বন্ধোৱা হ'ব।"

অসম তথা উত্তৰ পূৰ্বাঞ্চলক তেওঁ অধ্যয়নৰ বিষয় বস্তু কৰি লৈছিল যদিও এজন প্ৰকৃত ঐতিহাসিকৰ ধ্যান-ধাৰণাৰে পুষ্ট ভূঞাদেৱে আঞ্চলিক ইতিহাসক ৰাষ্ট্ৰীয় ইতিহাসৰ পৰিপূৰক হিচাপেহে চাইছিল। আঞ্চলিকতাবাদ বা উগ্ৰজাতীয়তাবাদৰ আৱেগ প্ৰৱণতাই তেওঁক কোনো দিনে ৰাষ্ট্ৰীয় সংহতিৰ মূল লক্ষ্যৰ পৰা বিচলিত কৰিব পৰা নাছিল। তেওঁৰ মতে 'বহুকাল ধৰি অসমে নিজৰ স্বাধীনতা বজাই ৰাখিব পৰাৰ কাৰণে নিজস্ব এটা বাটত ই আগুৱাই যাব পাৰিছিল। সঁচা বাস্তৱৰ ভেটিত অসমৰ সাংস্কৃতিক জীৱন আৰু ইয়াৰ সামাজিক ও ৰাজনৈতিক ধ্যান-ধাৰণা গঢ়ি উঠিছিল। ইয়াৰ সম্পদবোৰৰ সৰ্বতোপ্ৰকাৰ সদ্-ব্যৱহাৰ কৰিবলৈ ইয়াৰ জনগণে যিবোৰ উপায় অৱলম্বন কৰিছিল সেয়া বিশেষ তাৎপৰ্য্যপূৰ্ণ কীৰ্ত্তি। দীৰ্ঘকালীন স্বাধীনতা উপভোগৰ ফলশ্ৰুতিত লাভ কৰা অসমীয়া মানুহৰ যি কৰ্মদক্ষতা আৰু বিক্ৰম তেওঁলোকৰ সাহিত্য আৰু আৰ্থ-সামাজিক ব্যৱস্থাত প্ৰতিফলিত হৈছে, সেয়া আমাৰ ঐতিহাসিকসকলৰ অনুসন্ধানৰ বিশেষ বিষয়বস্তু হোৱাটো প্ৰয়োজন। অসমে নিজৰ ৰাজনৈতিক সমস্যাৱলী যিদৰে সমাধান কৰিছিল ভাৰতৰ বাকী অংশৰ বাবে সেয়া প্ৰেৰণা আৰু চানেকীৰ উৎস।' ( Studies in the Literature of Assam, PP. 175-76 )

ভাৰতীয় সংস্কৃতিৰ মূল সুঁতিৰ লগত অসমৰ প্ৰাচীন সম্পৰ্কৰ কথা ভূঞাদেৱে সুবিধা পালেই প্ৰচাৰ কৰিছিল। কাশ্মীৰ গৌড়, কনৌজ, দ্ৰাবিড়, নেপাল আদি প্ৰাচীন ৰাজ্যৰ লগত অসমৰ বৈবাহিক তথা সাংস্কৃতিক সম্পৰ্কৰ কথা সোঁৱৰাই দি তেওঁ ৰাষ্ট্ৰীয় ঐক্যৰ এনাজৰীৰ বান্ধ সবল কৰিবলৈ প্ৰয়াস কৰিছিল। অসম বুৰঞ্জীৰ সাধনা কৰিলেও ভাৰত বুৰঞ্জীৰ দৃশ্যপটখন তেওঁ চকুৰ আগৰ পৰা আঁতৰ কৰা নাছিল। সময়ে সময়ে তেওঁ বিশ্ব ইতিহাসতো দৃষ্টিপাত কৰিছিল। লাচিত বৰফুকনৰ জীৱন আৰু কৃতিত্ব অধ্যয়ন কৰোঁতে তেওঁৰ চকুৰ আগত মহাৰাষ্ট্ৰৰ শিৱাজীয়ে ভুমুকি মাৰিছিল। ফুলেশ্বৰী কুঁৱৰীক তেওঁ 'অসমীয়া নুৰজাহান' আখ্যা দিছে। মহাৰাজ নৰনাৰায়ণক তেওঁ 'অসমীয়াৰ বিক্ৰমাদিত্য, অসমীয়াৰ মাৰ্কাচ অ'ৰেলিয়াছ, অসমীয়াৰ আলফ্ৰেড অসমীয়াৰ আকবৰ' বুলি কৈছে।

একে ধৰণে ভূঞা ডাঙৰীয়াই আৰ্য আৰু অনাৰ্য সংস্কৃতিৰ মিলনত গঢ়ি উঠা বৈশিষ্ট্যপূৰ্ণ অসমীয়া সংস্কৃতিৰ সাৰ্বজনীনতা আৰু পাহাৰ ভৈয়ামৰ মাজত থকা কৌটিকলীয়া মিত্ৰ সম্পৰ্কৰ প্ৰতি দৃষ্টি-গোচৰ কৰিছিল। তেখেতে স্পষ্ট ভাষাত কৈছিল যে অসমৰ ভিতৰুৱা অঞ্চলত আৰু দাঁতিকাষৰত বাস কৰা জনজাতিসকলে অসমৰ সংস্কৃতিৰ গঠন আৰু বিকাশত বহুমূলীয়া উপাদান আগবঢ়াই ইয়াক বাস্তৱমুখী, গতিশীল, উদাৰ আৰু সমৃদ্ধিশালী কৰিছে। আহোম স্বৰ্গদেউসকলে জনজাতীয় লোকসকলক আত্মীয় বুলি সাবটি লৈছিল আৰু তেওঁলোকৰ বলতে বাৰম্বাৰ মোগল আক্ৰমণ প্ৰতিৰোধ কৰিব পাৰিছিল। মহাপুৰুষ শঙ্কৰদেৱকে ধৰি নববৈষ্ণৱ ধৰ্ম প্ৰচাৰকসকলে তেওঁলোকক হিন্দু সমাজৰ ভিতৰুৱা কৰিবলৈ আগবাঢ়িছিল আৰু এই দিশত বহুখিনি সাফল্য অৰ্জন কৰিছিল। (Studies in the History of Assam, PP. 8—9 দ্ৰষ্টব্য)। তেখেতে বিশ্লেষণ কৰি দেখুৱাইছে যে অসমীয়া সমাজত গোড়ামি নাছিল। আহোম ৰাজত্বত মুছলমান সকলেও হিন্দু-সকলৰ দৰে ৰজাঘৰীয়া বিষয় ভোগ কৰিছিল। মুছলমান পীৰ-ফকিৰ পণ্ডিত মৌলানা আদিক জীৱন নিৰ্বাহৰ কাৰণে ৰজাই পীৰপাল মাটি দান কৰিছিল। 'অসমীয়া মুছলমান সম্প্ৰদায়ৰ জৰিয়তে অসমীয়াৰ মাজত যিবোৰ নতুন ভাৱ আৰু চিন্তাৰ ধাৰা প্ৰৱাহিত হৈছিল, তাৰ

পৰা অসমীয়াৰ জ্ঞানৰ ভঁৰাল আৰু সভ্যতাৰ বিবিধ অঙ্গই পৰিপুষ্টি লাভ কৰিছিল।' ('স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ', গুৱাহাটী, ১৯৭৫, পৃষ্ঠা ১৬৫)

বাস্তৱ দৃষ্টিভঙ্গীৰে ভূঞা ডাঙৰীয়াই ইতিহাস অধ্যয়ন কৰিছিল আৰু সেইবাবে জাতিৰ প্ৰগতিৰ বাবে আত্মবিশ্লেষণৰ প্ৰয়োজনীয়তা তেখেতে অনুভৱ কৰিছিল। ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ পূৰ্ব উল্লেখিত ভাষণত তেখেতে কৈছিল—'আমি এতিয়া স্বাধীন হ'লো যেতিয়া আত্ম বিশ্লেষণ কৰিবলৈও আমি আগবাঢ়িব লাগে, কাৰণ এনে কৰিলেহে ভৱিষ্যতলৈ কামত আহিব। আমি এটা প্ৰশ্নৰ উত্তৰ বিচাৰিব লাগে—সম্পদ আৰু জনবলত ইমান চহকী হোৱা সত্বেও কি কাৰণত এমুঠি বিদেশী বেপাৰীয়ে ভাৰতবৰ্ষত তেওঁলোকৰ সাৰ্বভৌমত্ব প্ৰতিষ্ঠা কৰিব পাৰিছিল। তেওঁলোকৰ সফলতাৰ কাৰণ কোনো লোকে তেওঁলোকৰ উন্নত নৌ বল বা উন্নত ৰণ শৈলী বুলি কয়। কিন্তু নৌ শক্তিত বলীয়ান হ'লেও তেওঁলোকৰ লগততো আমাৰ সাগৰ বা উপকূলত যুদ্ধ হোৱা নাছিল।' (Studies in the Literature of Assam, PP. 162-63)। এই প্ৰশ্নৰ উত্তৰ ভূঞা ডাঙৰীয়াই অসম বুৰঞ্জীৰ এটি কাহিনীৰ আলমত আগবঢ়াইছে। এদিন ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে ৰংপুৰৰ ৰংঘৰত বহি হাতীৰ যুঁজ আদি ধেমালি চাই আছিল। ৰজাৰ ওচৰত কীৰ্তিচন্দ্ৰ বৰবৰুৱা বহিছিল। সেইদিনা ৰং চাবলৈ অহা প্ৰজাৰ সন্মুখত থকা পথাৰখন তিল দি সন্ধি নোপোৱা হৈছিল। স্বৰ্গদেৱে সেই অসংখ্য প্ৰজাৰ ফালে চাই এবাৰ ভাবিলে "এই আটাইবোৰ প্ৰজাই গোট খাই এটা, এটাকৈ টোকৰ মাৰিলে আমি ৰজা, পাত্ৰ মন্ত্ৰী বিষয়াক ফুতে উৰাব পাৰে।" স্বৰ্গদেৱৰ মন বুজি বৰবৰুৱাই স্বৰ্গদেৱক বুজালে যে "ইয়াত হেজাৰ বিজাৰ প্ৰজা আছে সঁচা, কিন্তু ধানটোৱে প্ৰতি কণটো, মানুহটোৱে প্ৰতি মনটো, দুটা মানুহ একেলগে গোট খাই এটা হ'ব নোৱাৰে।" (স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ, পৃষ্ঠা ২৭-২৮)। এই দৃষ্টান্ত দি তেখেতে কৈছে "একে মুঠি হৈ একেটা কাৰ্যসূচী গ্ৰহণ কৰিব নোৱাৰাৰ কাৰণেই ভাৰতবৰ্ষই প্ৰায় দুশ বছৰ দাসত্বৰ শিকলি পিন্ধিব লগা হ'ল। কিন্তু মহাত্মা



গান্ধীৰ অনুপ্ৰেৰণা আৰু নেতৃত্বত বিদেশী প্ৰভুত্বৰ বিৰুদ্ধে যেতিয়া ভাৰতবাসী একগোট হৈ থিয় দিলে, তেতিয়া বহু বছৰ আগতে হেৰুওৱা তেওঁলোকৰ স্বাধীনতা ১৯৪৭ চনত পুনৰ ঘূৰাই আনিবলৈ তেওঁলোক সমৰ্থ হ'ল। বুৰঞ্জীবিদ, পণ্ডিত, কবি, সাংবাদিক, শিল্পী আটায়ে আমাৰ মাজত থকা এই ঐক্যভাৱ দৃঢ়ীভূত কৰিবলৈ যত্নৰ ত্ৰুটী কৰিব নেলাগে, যাতে বিচ্ছিন্নতা আৰু বিভেদকামী ৰাজনৈতিক অভিলাষৰ পুনৰাবৃত্তি নহয়। বুৰঞ্জী পুনৰ্লেখন কৰোঁতে কোনো কথা লুকঢাক কৰিব নেলাগে, দায় জগৰ মচি পেলাবলৈও চেষ্টা কৰিব নেলাগে, বৰঞ্চ আমাৰ ভুল ত্ৰুটীবোৰ ভালকৈ বিশ্লেষণ কৰিলেহে সেইবোৰৰ পুনৰাবৃত্তি নঘটিব। এজন ব্যক্তিৰ কাৰণেই হওক বা এটা জাতিৰ মঙ্গলৰ কাৰণেই হওক, সময়ে সময়ে আত্মবিশ্লেষণ কৰাটো ভাল।" (Studies in the Literature of Assam, P. 163)।

ইতিহাসৰ শিক্ষাৰ পৰা আঁতৰি পৰবৰ্তী কালত জনজাতীয় লোকৰ প্ৰতি অসমীয়া সমাজে গ্ৰহণ কৰা অনুদাৰ নীতি সমালোচনা কৰি ভূঞা ডাঙৰীয়াই কৈছে—'অজ্ঞ আৰু অনুন্নত আৰু তেওঁলোকৰ পৰা শিকিবলগীয়া একো নাই বুলি যুক্তি দৰ্শাই আজি জনজাতীয় লোক সকলক অৱজ্ঞা বা অৱহেলা কৰিবলৈ লোৱা হৈছে। কিন্তু এইটো এটা মাৰাত্মক ভুল। তেওঁলোক নিজেই ভাল আৰু মহান। সংগঠনৰ অদ্ভুত শক্তি তেওঁলোকৰ মাজত আছে। তেওঁলোকে কম কথা কয় কিন্তু কথা মতে সদায় কাম কৰে। তেওঁলোকৰ অতি প্ৰখৰ স্বাভাৱিক জ্ঞান আছে, যাৰ বলত তেওঁলোকে সঁচা মিছা, সততা-চলনা, তৎক্ষণাৎ কৰিব পাৰে। তেওঁলোকৰ সৰলতা, অফুৰন্ত কৰ্মশক্তি, কষ্ট সহিষ্ণুতা, আৰু ধৈৰ্য, তেওঁলোকৰ মাজত বিৰাজ কৰা সামাজিক সমতা একাত্মবোধ মানৱ চৰিত্ৰৰ শ্ৰেষ্ঠতম গুণ।" (Studies in the History of Assam, PP. 9—10)

ভূঞা ডাঙৰীয়াই ঘাইকৈ আহোম যুগৰ অসম বুৰঞ্জীকে অধ্যয়ন কৰিছিল। এই বিস্তীৰ্ণ কালছোৱাৰ ঘটনাৱলীৰ কোনো এটা দিশেই তেখেতৰ অধ্যয়নৰ পৰা বাদ পৰা নাছিল। এই ক্ষেত্ৰত আগবঢ়োৱা

তেখেতৰ বহুমূলীয়া অৱদান ইমান সৰ্বজনবিদিত যে তাক দোহাৰিবৰ আৱশ্যক নাই। অসমৰ বুৰঞ্জী সাহিত্য আহোমসকলৰ আপুৰণীয়া অৱদান। এই সাহিত্যই তেখেতৰ হাততে প্ৰাণ পাই বিকশিত হৈছে। যি কষ্ট আৰু একাগ্ৰতাৰে ভূঞা ডাঙৰীয়াই মানুহৰ ঘৰে ঘৰে গৈ সাঁচিপতীয়া বুৰঞ্জী পুথিবোৰ উদ্ধাৰ কৰিছিল আৰু সেইবোৰৰ পাঠোদ্ধাৰ কৰি ইখনৰ লগত সিখনক ৰিজাই সেইবোৰক সংকলন আৰু সম্পাদিত কৰি প্ৰকাশ কৰিছিল, সেই কথা ভাবিলে শ্ৰদ্ধাত মূৰ দোঁ খায়। তেখেতে মুঠতে এঘাৰখন বুৰঞ্জী সংকলন আৰু সম্পাদিত্ কৰিছিল। এই বুৰঞ্জী সমূহৰ পাণ্ডিত্যপূৰ্ণ সম্পাদকীয়বোৰত তেখেতে বুৰঞ্জীখনৰ বিষয়বস্তুৰ ছেদবিলাকৰ অনুক্ৰম অনুসৰি এনেদৰে বিবৰণ দিছে যে অসমীয়া ভাষা নজনা লোকেও সেই বিষয়ে এটা সুন্দৰ জ্ঞান লাভ কৰিব পাৰে। অসম বুৰঞ্জীক ভাৰত বুৰঞ্জীৰ দৰবাৰত তেওঁ যিদৰে উপস্থাপন কৰিছিল. সেই একেদৰে তেখেতে অসমৰ বৈশিষ্ট্যপূৰ্ণ বুৰঞ্জী সাহিত্যকো প্ৰচাৰ কৰিছিল।

গ্ৰীক ঐতিহাসিক প্লুটাৰ্কৰ ( ৫০-১২০ ) লেখনি আৰু ইংৰাজ সাহিত্যিক টমাছ কাৰ্লাইলৰ ( ১৭৯৫ ১৮৮১ ) দৰ্শনৰদ্বাৰা সূৰ্যকুমাৰ ভূঞা প্ৰভাৱান্বিত হৈছিল। কাৰ্লাইলৰ মতে বিশ্বত আমি যিবোৰ মহান মহান কাৰ্য দেখিবলৈ পাইছোঁ সেই সকলোবোৰেই মানৱ সমাজক পৰিচালিত কৰিবলৈ প্ৰেৰিত হোৱা মহৎলোকৰ চিন্তা আৰু বাস্তৱ উপলব্ধিৰ ফল মাথোন। ইতিহাস হ'ল মহৎ লোকৰ জীৱনী। এই দৰ্শনেৰেই অনুপ্ৰাণিত হৈ ভূঞা ডাঙৰীয়াই অসমীয়া ভাষাত গোপালকৃষ্ণ গোখলে (১৯১৭), ৰবীন্দ্ৰনাথ ঠাকুৰ (১৯২০), আনন্দৰাম বৰুৱা (১৯৩৭) চানেকি, (প্ৰসিদ্ধ নাৰীৰ জীৱনী সংগ্ৰহ) (১৯২৮), অসম জীয়ৰী অসম বুৰঞ্জীৰ নাৰী চৰিত্ৰ (১৯৩৫), ৰমণী গাভৰু (১৯৫১), হৰিহৰ আতা (১৯৬০), স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ (১৯৭৫), আৰু ইংৰাজীত 'Lachit Barphukan and His Times' (1947), 'Atan Buragohain and His Times' (1957) আদি গ্ৰন্থবোৰ ৰচনা কৰিছিল। লণ্ডন বিশ্ববিদ্যালয়ৰ অধ্যাপক Dodwellৰ পৰিচালনাত ৰচনা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰা Anglo Assamese Relations, 1771–1826 শীৰ্ষক তেখেতৰ সুবিখ্যাত গৱেষণা গ্ৰন্থত তেখেতে ভিন্ন এটা ধাৰাক গ্ৰহণ কৰিছে যদিও কাৰ্লাইলৰ দৰ্শনক সম্পূৰ্ণ বাদ দিব পৰা নাই। অসম সাহিত্য সভাৰ পূৰ্ব উল্লেখিত ভাষণৰ আৰম্ভণিতে তেখেতে কৈছিল 'অসমীয়া বীৰপুৰুষ, বীৰাঙ্গনা, ধৰ্মবীৰ, কৰ্মবীৰ সকলৰ কাহিনীৰে অসমৰ অতীত প্লাবিত হৈ আছে। তেওঁলোকৰ আদৰ্শৰ পৰা যুগ যুগান্তৰ অসমীয়া জাতিয়ে সঞ্জীৱনী মন্ত্ৰ গ্ৰহণ কৰিব আৰু তেওঁলোকৰ মহৎ কাৰ্যাৱলীৰ ফালে সকলো অসমীয়াই দৃষ্টিপাত কৰি ঐক্যতানৰ মন্ত্ৰেৰে একত্ৰীভূত হ'ব পাৰিব।'



ইংৰাজ ইতিহাসবিদ আৰ্নল্ড টইনবী আৰু জাৰ্মান দাৰ্শনিক ইতিহাসবিদ জৰ্জ্জ উইলহেম হেগেলৰ দৰে সূৰ্যকুমাৰ ভূঞায়ো মানুহৰ জীৱনৰ ঘটনাৱলীৰ অন্তৰালত অদৃশ্যৰ হাত আছে বুলি বিশ্বাস কৰিছিল। তেখেতে স্পষ্ট ভাষাত ব্যক্ত কৰিছিল 'মানুহৰ সকলো সম্পৰ্ক আৰু কাৰ্যাৱলী দৈবিক ইচ্ছানুসৰি হয় বুলি যিসকলে বিশ্বাস কৰে, ময়ো তাৰে ভিতৰত এজন।' ( Studies in the Literature of Assam, P. 164 )

ইতিহাস অধ্যয়নৰ সামাজিক প্ৰয়োজনীয়তা সম্পৰ্কে ভূঞাদেৱে অসমীয়া ৰাইজক সচেতন কৰিছিল। বৰ্তমানক বুজিবলৈ আৰু ভৱিষ্যতৰ কথা চিন্তা কৰিবলৈ মানুহক ইতিহাসৰ জ্ঞান প্ৰয়োজন। পৰাধীন জাতি এটাৰ মাজত দেশপ্ৰেম আৰু জাতীয় ঐক্যৰ ভাব জগাই তোলাত ইতিহাসে বিশেষ ভূমিকা গ্ৰহণ কৰে। ইংলেণ্ডৰ সুপ্ৰসিদ্ধ দাৰ্শনিক ইতিহাসবিদ ফ্ৰেডাৰিক হেৰিচনৰ মতে 'অতীতক ভালকৈ বুজিব পৰা জ্ঞানৰ ওপৰতে আমাৰ ভৱিষ্যতৰ সকলো আশা নিৰ্ভৰ কৰিছে।' —এই উক্তিৰ উদ্ধৃতি দি ভূঞা ডাঙৰীয়াই অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণত কৈছিল 'অতীত অভিজ্ঞতাৰ সম্বল নহ'লে কোনো জাতিৰ ভৱিষ্যত প্ৰতিষ্ঠা কৰিব নোৱাৰি।' বিশেষকৈ আমাৰ নিচিনা পতিত

জাতিৰ কাৰণে অতীতৰ আদৰ্শৰ সম্বল নিতান্ত প্ৰয়োজনীয়।' ইতিহাসৰ সকিয়নীৰ প্ৰতি তেখেত সকলো সময়তে সজাগ আছিল আৰু ইতিহাসৰ পৰা শিক্ষা ল'বলৈ আটাইকে অনুপ্ৰাণিত কৰিছিল। গ্ৰীক ঐতিহাসিক পলিবিয়াচৰ (খৃ: পূ: ১৯৮-১১৭) উদ্ধৃতি দি তেখেতে কৈছিল 'প্ৰায় সকলো ইতিহাসবিদেই ইতিহাসৰ পাঠক প্ৰকৃত শিক্ষা আৰু বাস্তৱ জীৱনৰ প্ৰশিক্ষণ বুলি আৰু অন্যালোকৰ জীৱনৰ খলা বমাৰ অধ্যয়নক আটাইতকৈ বেছি ফলপ্ৰসূ বুলি আৰু আনকি ইতিহাস অধ্যয়নক মানুহৰ ভাগ্যৰ বিপৰ্যয়ৰ বেলিকাও ধৈৰ্য ধৰিবলৈ আচল মানসিকতা অৰ্জন কৰিব পৰা একমাত্ৰ পঢ়াশালি বুলি শলাগ ল'বলগীয়া হৈছে। পাঠকেহে বিচাৰ কৰিব এই আদৰ্শ ৰূপায়ণত মই কিমানদূৰ সফল হৈছো।' (Atan Buragohain and His Times, Preface, P. XIII)

অসমত ইতিহাস তথা ঐতিহ্যৰ গৱেষণাৰ কাৰণে আনুষ্ঠানিক দিশতো ভূঞা ডাঙৰীয়াই কিছুমান আঁচনি লৈছিল। এচিয়াটিক ছচাইটি অব বেঙ্গলৰ অনুকৰণত তেখেতে অসমতো 'এন এচিয়াটিক ছচাইটি অব আচাম' নামৰ এটা সুবৃহৎ অনুষ্ঠান গঢ়াৰ চিন্তা কৰিছিল আৰু সেই মৰ্মে এখন বিশদ আঁচনি তৈয়াৰ কৰিছিল। ১৯২৮ চনত প্ৰতিষ্ঠিত অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে ভূঞা ডাঙৰীয়াৰ এই আঁচনিৰ এটা অংশহে বাস্তৱত ৰূপায়িত কৰিবলৈ সমৰ্থ হৈছে। এই অনুষ্ঠানৰ জন্ম লগ্নৰ পৰা ভূঞাদেৱৰ জীৱনৰ শেষলৈকে তেখেত ইয়াৰ প্ৰাণবিন্দু হৈ আছিল। অসমৰ ইতিহাস আৰু সংস্কৃতিৰ গৱেষণাৰ বাবে তেখেতে আনকি সম্ভাব্য কিছুমান বিষয়বস্তুৰ তালিকা এখনো প্ৰস্তুত কৰিছিল।

অসমৰ বুৰঞ্জী আৰু সংস্কৃতিৰ অধ্যয়ন আৰু ইয়াৰ প্ৰচাৰ কাৰ্যক জীৱনৰ সাধনা কৰি লোৱা ভূঞা ডাঙৰীয়াৰ বহুমুখী কাৰ্যাৱলী আৰু এই দিশত আগবঢ়োৱা তেখেতৰ অভাৱনীয় বৰঙণিৰ কথা কৈ অন্ত পেলাব নোৱাৰি। ঔপনিবেশিক দৃষ্টিভংগীৰ পৰা ভূঞা ডাঙৰীয়াই নিজকে সম্পূৰ্ণ মুক্ত কৰিব নোৱাৰিছিল সঁচা অথবা নাৰী চৰিত্ৰবোৰ



অধ্যয়ন কৰোঁতে তেখেতৰ মনৰ কোনোবাখিনিত পুৰুষত্বৰ অহমিকাৰ বীজ ৰৈ গৈছিল সঁচা, কিন্তু তেখেতৰ বৃক্ষ সদৃশ ব্যক্তিত্বৰ আগতে এনে ত্ৰুটী তৃণ পৰ্যায়ৰ বুলিব পাৰি। আমি মুক্ত কণ্ঠে স্বীকাৰ কৰিব লাগিব যে অসমত ইতিহাস গৱেষণাৰ আচল ভেটি বাস্তৱ ৰূপত ভূঞা ডাঙৰীয়াইহে নিৰ্মাণ কৰিছিল যিটো ভেটিত থিয় দি পৰৱৰ্তী কালৰ সকলো গৱেষকে আজি কাম কৰিছোঁ। অসম বুৰঞ্জীৰ প্ৰসিদ্ধ বীৰসকলৰ নাম লওঁতে তেখেতে একে সুৰতে বীৰাঙ্গনা সকলকো সদায়েই সোঁৱৰণ কৰিছিল আৰু তেওঁলোকৰ জীৱন আলেখ্য ৰচনা কৰি সাম্প্ৰতিক কালৰ নাৰী অধ্যয়নৰ বুনিয়াদ তৈয়াৰ কৰিছিল।

# সূৰ্যকুমাৰ ভূঞাৰ বুৰঞ্জীমূলক অনুসন্ধানৰ উৎস

ড° বিশ্বনাৰায়ণ শাস্ত্ৰী

এজন প্ৰসিদ্ধ ঔপন্যাসিক আৰু সাহিত্য সমীক্ষকে জৱহৰলাল নেহেৰুৰ ইতিহাসৰ প্ৰতি আগ্ৰহ আৰু ঐতিহাসিক ঘটনাৰাজিৰ বিশ্লেষণ-পূৰ্ণ তেওঁৰ গ্ৰন্থ কেইখনলৈ আঙুলিয়াই প্ৰশ্ন কৰিছে—কেম্ব্ৰিজ বিশ্ব-বিদ্যালয়ৰ ট্ৰিনিটি কলেজৰ বিজ্ঞানৰ এই ছাত্ৰজনে (ট্ৰিনিটিত জৱহৰলালৰ অধ্যয়নৰ বিষয় আছিল বিজ্ঞানৰ বিষয়ত্ৰয়--ৰসায়ন, ভূতত্ত্ব আৰু উদ্ভিদ-বিদ্যা) স্নাতক উপাধি লোৱাৰ পিছত মিডল্ টেম্পলৰ পৰা বেৰিষ্টাৰ হৈ ভাৰতত ওকালতি কৰিবলৈ নিজকে প্ৰস্তুত কৰিছিল। এনেকুৱা পৃষ্ঠভূমিৰপৰা কৰ্মক্ষেত্ৰত প্ৰৱেশ কৰিব খোজা এই যুৱকজনক কি শক্তিয়ে সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক ইতিহাস প্ৰণয়ন কৰিবলৈ টানি আনিলে? তেওঁ নিজৰ প্ৰশ্নৰ উত্তৰ নিজেই এইবুলি দিছে যে ভাৰতৰ স্বাধীনতা সংগ্ৰামত অৱতীৰ্ণ হৈ জৱহৰলাল নেহেৰু যেতিয়া ভাৰতীয় জনতাৰ এজন হৈ পৰিছিল, তেতিয়া তেওঁ একোবাৰ বাহিৰলৈ আৰু একোবাৰ নিজৰ অন্তৰলৈ ভুমুকি মাৰি চাই স্বগতোক্তি কৰিছিল :

ভাৰতৰ অতীতৰ প্ৰতীক কি? তেতিয়ানো দেশখন কি শক্তিৰে শক্তিশালী হৈছিল? সেই শক্তি বিলুপ্ত হোৱাৰ কাৰণ কি? ভাৰতে নিজৰ সকলো শক্তি একেবাৰে হেৰুৱাই পেলালেনে? বৰ্তমান বিশ্বত ভাৰতে নিজকে খাপ খুৱাই ল'ব পাৰিবনে?

এনে প্ৰশ্নই যেতিয়া নেহেৰুক জুমুৰি দি ধৰিছিল, তেওঁ উত্তৰ বিচাৰিছিল 'ভাৰত সন্ধান'ত (Discovery of India), অতীত ভাৰতৰ, ভাৰতৰ লুপ্ত শক্তিৰ অনুসন্ধান কৰিছিল 'আত্মজীৱনী'ত আৰু বৰ্তমান বিশ্বত ভাৰতৰ স্থিতিৰ প্ৰাসঙ্গিকতা নিৰ্ণয় কৰিছিল 'বিশ্ব



ইতিহাসৰ জিলিঙণি'ত (Glimpses of World History)। ঠিক সেই একে সুৰতে আমিও প্ৰশ্ন কৰিব খোজোঁ স্কুলীয়া ছাত্ৰ অৱস্থাতে বিলাতত অধ্যয়নৰ সপোন দেখা ইংৰাজী সাহিত্যৰ এই অধ্যাপকজনাক কিহে বিস্মৃত অসম বুৰঞ্জীৰ পাত লুটিয়াবলৈ দিনে-ৰাতিয়ে সকীয়াই আছিল?

ড° সূৰ্যকুমাৰ ভূঞাৰ সমগ্ৰ সাহিত্য কৃতি, ঐতিহাসিক গৱেষণা-মূলক প্ৰবন্ধ-পাতি, অসম বুৰঞ্জী সম্পাদন, বুৰঞ্জীমূলক গ্ৰন্থ প্ৰণয়ন আদিৰ মূলতে আছিল পাহৰণিত লুপ্ত হ'ব খোজা বুৰঞ্জীৰ ছিন্ন-সূত্ৰ জোৰা লগোৱা আৰু অন্ধকাৰৰ গৰ্ভত সোমাই থকা অসমৰ অতীতৰ শক্তি সামৰ্থ্যৰ বিৱৰণ পোহৰলৈ অনাৰ উদগ্ৰ প্ৰেৰণা। এই প্ৰেৰণাৰ প্ৰৱণতা তেখেতৰ ৰচনাৰাজিৰ শাৰীয়ে শাৰীয়ে প্ৰতিফলিত। এনেহে লাগে তাহানি অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যই আত্মবিস্মৃত অসমীয়াৰ আচৰণ, চিন্তন-মননলৈ লক্ষ্য কৰি খঙত কোৱা 'উস্ অসমীয়া মানুহ নহয়' আৰু ক্ষুব্ধ হৈ 'উস্ পাহৰণি যেন ৰাক্ষসিনী গিলিলি কতনা অসম ৰত্ন...' বুলি কৰা উক্তিৰ উত্তৰ ৰূপেই যেন 'অসম ৰত্ন'ক পাহৰণি ৰাক্ষসীৰ গৰ্ভৰপৰা উলিয়াই অনাৰ অহৰহ ঐকান্তিক প্ৰচেষ্টাত সূৰ্যকুমাৰ নিমগ্ন আছিল। অসমক জগতসভাত স্থান দিয়াৰ প্ৰচেষ্টা আৰু অসমক শিক্ষাৰ ক্ষেত্ৰত আগবঢ়াই নিয়াৰ প্ৰৱণতা—এই দুটা মূলসূত্ৰৰ টীকা-ভাষ্য ৰূপেই তেখেতৰ ৰচনাৱলীৰ সৃষ্টি বুলি ক'লেও বঢ়াই কোৱা নহয় আৰু এক-দেশদৰ্শিতাৰ দোষেও আমাক নোচোৱে।

প্ৰায় সকলো লেখকৰ ৰচনাৰাজি বহিৰঙ্গ ৰূপত দুটা ভাগত ভগাব পাৰি—গ্ৰন্থ ৰূপত প্ৰকাশিত ৰচনা আৰু প্ৰবন্ধ ৰূপত কাকতে-পত্ৰে প্ৰকাশিত ৰচনা। পিছৰ বিধ নানা বিষয়ক হয় আৰু সিঁচৰতি হৈ থাকে। ভূঞাদেৱ আছিল সকলো বিষয়তে অসাধাৰণ পৰিপাটি। এনে প্ৰবন্ধৰ প্ৰতিলিপি, তালিকা সকলো ভাগে ভাগে নিয়াৰিকৈ হাত দিলেই পোৱাকৈ সজাই থৈছিল। আনকি কোনো লেখকৰ গ্ৰন্থৰ পাতনি-ভূমিকা লিখিলে তাৰো প্ৰতিলিপি

যুগুতাই থৈছিল কেতিয়াবা প্ৰয়োজন হ'ব বুলি। অসমৰ বা অন্য ঠাইৰ কিমান লেখকৰ এনে পৰিপাটিতা আছে? বুৰঞ্জীৰ বহল পট-ভূমিৰ এয়া হৈছে সংক্ষিপ্তীকৰণ।

ড° ভূঞাই ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাতে লিখিছিল। লিখিছিল বুৰঞ্জীমূলক গ্ৰন্থ-প্ৰৱন্ধ, সাহিত্য-সমীক্ষা আৰু কবিতা।

সূৰ্যকুমাৰৰ প্ৰথম ৰচনা হৈছে 'সু আৰু কু' নামৰ এটা পদ্য। ১৯০৭ চনত ৰচিত এই পদ্যত কবিতাৰ গোন্ধ বিচৰাটো একপ্ৰকাৰে অপ্ৰত্যাশিত। অৱশ্যে চৈধ্য বছৰত অপৈণত বুদ্ধিৰে লিখা এই পদ্যই ভূঞাৰ চিন্তাধাৰাৰ আভাস দিয়ে আৰু ইয়াৰ এবছৰৰ পিছত মাতৃৰ স্মৃতিত লিখা ইংৰাজী পদ্যও একে পৰ্যায়ত পৰে। এই যে স্কুলীয়া ছাত্ৰ অৱস্থাতে ভূঞাই হাতত কলম তুলি লৈছিল অসমীয়া আৰু ইংৰাজী দুয়ো ভাষাতে লিখাৰ বাবে, সেই কলম সমানে চলি আছিল জীৱনৰ শেষ দিনলৈকে।

'গোপাল কৃষ্ণ গোখলে' (অসমীয়া) ভূঞাৰ প্ৰথম প্ৰকাশিত পুথি (১৯১৬)। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ প্ৰথম পৰ্যায়ৰ নেতাসকলৰ ভিতৰত শাসন সংস্কাৰবাদী গোখলে নৰমপন্থী ৰূপে জনাজাত। শিক্ষা, সমাজ-সংস্কাৰ আদিক প্ৰাধান্য দিয়া গোখলেতকৈ ভাৰতীয় আন্দোলনৰ জনকৰূপে (father of Indian unrest) প্ৰখ্যাত চৰমপন্থী লোকমান্য বালগঙ্গাধৰ তিলক আছিল সেই যুগৰ প্ৰতিষ্ঠিত শ্ৰেষ্ঠ নেতা। লোকমান্যতকৈ গোখলেৰ প্ৰতি অধিক আকৃষ্ট হোৱাৰ পৰা ভূঞাৰ মনৰ চিন্তা-ভাৱনাৰ আৰু আদৰ্শৰ আভাস পোৱা যায়।

মহাত্মা গান্ধীয়ে গোখলে, তিলক আৰু চাৰ ফিৰোজ মেহতাক পোনপ্ৰথমে লগ পোৱাৰ পিছত তেওঁৰ মনোভাৱ একো একোটা উপমাৰে এইদৰে প্ৰকাশ কৰিছে—চাৰ ফিৰোজ চাহ হিমালয় সদৃশ উত্তুঙ্গ, লোকমান্য তিলক বিশাল সমুদ্ৰৰ দৰে উত্তাল আৰু গোখলে ধীৰ প্ৰবাহিনী গঙ্গাৰ দৰে ধীৰ স্থিৰ। ভূঞাই ধীৰ-স্থিৰ গোখলেক সমকালীন ভাৰতৰ আদৰ্শপুৰুষ ৰূপে বাচি লৈ আন্দোলনৰ প্ৰতি প্ৰতিকূল মনোভাৱ পৰোক্ষভাৱে প্ৰকাশ কৰিছে।



আত্মগৰিমাবোধ আৰু দেশাত্মবোধ এই দুয়োটাই সমানে একো একোজন লেখকৰ অন্তৰত অহৰহ বিৰাজ কৰে আৰু তেওঁক নিজৰ মনোভাৱ বাঙ্ময়ৰূপত প্ৰকাশ কৰিবলৈ প্ৰেৰণা যোগায়। আত্মগৰিমা আত্মসুখৰ পৰিণতি। তাকে প্ৰাচীন ভাৰতৰ মনীষীয়ে 'স্বান্তঃ সুখায়' বুলি প্ৰকাশ কৰি কৈছে যে নিজৰ মানসিক তৃপ্তিৰ বাবে ঘাইকৈ লেখকে লিখে। এনে ৰচনাত মনোবুদ্ধিৰূপত লেখকে নিজেই অদৃশ্য হৈ নিজৰ ৰচনাত বিৰাজ কৰে। ই হৈছে সাহিত্যৰ মন্ময়াত্মক বা ব্যক্তিনিষ্ঠ (subjective) ৰূপ। দেশাত্মবোধ বা দেশৰ গৰিমাৰ অনুভূতি ব্যাপক অৰ্থত (আক্ষৰিক অৰ্থত নহয়) বস্তুনিষ্ঠ (objective) বা বস্তু স্থিতিৰ ৰূপ। সকলো বুদ্ধিৰে উপাদান আছে আৰু সকলো জ্ঞানৰে আলম্বন আছে; জ্ঞান, জ্ঞেয় আৰু জ্ঞাতাৰ সমন্বয় হ'লেহে সি আনৰ বোধগম্য হোৱাকৈ প্ৰকাশ হয়। সেইদেখি সকলো প্ৰকাৰ বস্তুনিষ্ঠ বিৱৰণো সম্পূৰ্ণৰূপে মন্ময়তাৰ পৰা মুক্ত হ'ব নোৱাৰে। গতিকে আত্মগৰিমা আৰু দেশৰ গৰিমাবোধ কেতিয়াবা দুয়োটা অভিন্ন হৈ পৰে। লেখকৰ মনোগহনত থকা এই ভাৱৰ উপলব্ধি কৰিব পাৰি তেওঁ স্পষ্টভাৱে কোৱা কথাত আৰু অনুমান কৰিব পাৰি তেওঁৰ কথাৰ প্ৰেৰণাস্ৰোতৰ তীব্ৰতা আৰু গভীৰতা।

সূৰ্যকুমাৰ ভূঞাৰ 'আনন্দৰাম বৰুৱা'ই হওক নাইবা 'এগৰাকী অসমীয়া নুৰজাহানে'ই (An Assamese Nur Jahan) হওক—দুয়োখন জীৱনীমূলক গ্ৰন্থত লেখকৰ আত্মগৰিমা দেশগৰিমাত মিলি গৈছে। প্ৰাচ্যবিদ্ পণ্ডিত আনন্দৰাম বৰুৱাৰ বিষয়ে কওঁতে লেখকে যি আত্মতৃপ্তি লাভ কৰিছে, তাতকৈ বেছিকৈ সেই পণ্ডিতজনাক বিশ্বৰ পণ্ডিত সভাত সোণৰ সিংহাসনত বহুৱাই দেশগৰিমাৰ উষ্ণতা তেওঁ অনুভৱ কৰিছে।

'লাচিত বৰফুকন আৰু তেওঁৰ কাল' (Lachit Barphukon and His Times), 'আতন বুঢ়াগোহাঁই আৰু তেওঁৰ কাল' (Atan Buragohain and His Times) নামৰ গ্ৰন্থদুখনত ভাৱ-প্ৰৱণতা

আৰু আৱেগে নুৰজাহানত প্ৰকাশ হোৱাৰ দৰে আত্মপ্ৰকাশ কৰা নাই; যুক্তি-প্ৰমাণৰ আধাৰত আহোম ৰাজত্বৰ দুজন বিশিষ্ট পুৰুষক কেন্দ্ৰ কৰি সমসাময়িক সমাজখনৰ সবলতা-দুৰ্বলতা আশা-আকাংক্ষা আৰু গতিশীলতাৰ চিত্ৰ আঁকোতে লেখকে পাদ্‌শ্যাহ বুৰঞ্জীৰ পাতনিত লিখা কথা কেইফাঁকিমানৰ উদ্ধৃতিয়ে ভূঞাৰ মনোৰাজ্য আবৰি থকা মূল ভাৱৰ স্পষ্ট ৰূপ প্ৰকাশ কৰিছে।

"এই 'পাদ্‌শ্যাহ বুৰঞ্জী' পুথিখনি অসমীয়া গদ্য সাহিত্যৰ এটি অভিনৱ সম্পত্তি। যি সময়ত ভাৰতৰ অনেক ঠাইতে কোনো গদ্য-সাহিত্যৰ প্ৰচলন নাছিল, তেনে কালত অসমীয়াই এনে হৃদয়গ্ৰাহী গদ্যৰ চানেকি থৈ যাব পাৰিছিল সিয়ো অসমীয়াৰ পক্ষে বৰ গৌৰৱৰ কথা। ভাৰতত আপুৰুগীয়া বুৰঞ্জী চৰ্চাৰ কাৰণে অসমৰ ঠাই অতি ওখ খাপত। অসমীয়াই নিজৰ দেশৰ বুৰঞ্জীৰ বাহিৰেও দেশ-বিদেশৰ বুৰঞ্জী জানিবলৈ হেঁপাহ কৰিছিল আৰু আগৰ দিনৰ অসমীয়াৰ জ্ঞানৰ পৰিসৰ অসমৰ সীমা চেৰাই আনদেশতো ব্যাপ্ত হৈ পৰিছিল, এই পাদ্‌শ্যাহ বুৰঞ্জীয়েই তাৰ অব্যৰ্থ প্ৰমাণ।"

দুশ আঠৈশ বছৰ পিছুৱাই গৈ সেই কালৰ সমাজখনৰ এনেকৈ এজন হৈ পৰিছে যে পাঠকে কটন কলেজৰ ইংৰাজী অধ্যাপক আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্যজনক তাত বিচাৰি উলিয়াবলৈ ভালকৈ জুমি চাব লগা হয়। সেই যুগৰ সৈতে মনে প্ৰাণে একাত্ম হৈ যাব পৰা আৰু সেই প্ৰেৰণাৰে লিখা বাবে ইয়াতো আত্মগৰিমা আৰু দেশ গৰিমাৰ সম্পূৰ্ণ সমন্বয়ৰ প্ৰকাশ দেখিবলৈ পোৱা যায়।

সেই একে প্ৰেৰণাৰেই লিখা 'অসমীয়া বুৰঞ্জী সাহিত্য' (Assamese Historical Literature) নাইবা 'অসম ইংৰাজ সম্বন্ধ' (Anglo-Assamese Relation) নামৰ গৱেষণামূলক গ্ৰন্থত তথ্যৰ বিপুল সমাৱেশ ঘটিছে আৰু তথ্যাশ্ৰিত তত্ত্বই অপেক্ষাকৃত গম্ভীৰ ৰূপত আত্মপ্ৰকাশ কৰিছে যদিও উপৰি উক্ত ধাৰা ভিন্ন ভিন্ন ৰূপত প্ৰৱহমান হোৱা সকলোৰে চকুত পৰে। ভূঞাদেৱৰ সকলোবোৰ বুৰঞ্জীমূলক গ্ৰন্থ আৰু সম্পাদিত, অনূদিত বুৰঞ্জী সমূহৰ নামোল্লেখৰ আৱশ্যকতা নাই;



একান্তমনেৰে পঢ়া যিকোনো পাঠকৰে দৃষ্টি বুৰঞ্জীমূলক গ্ৰন্থ প্ৰবন্ধত প্ৰতিবিম্বিত প্ৰাচীন আৰু বৰ্তমান অসমৰ গৌৰৱোজ্জ্বল ৰূপছটাই জলক্‌ তবক্‌ কৰিব। সেই কাৰণেই খৃষ্টীয় প্ৰথম শতকৰ প্ৰাগজ্যোতিষেন্দ্ৰৰ কন্যা অমৃতপ্ৰভাৰ পৰা অসমীয়া নুৰজাহানলৈকে, বৰফুকনৰ গীতৰ পৰা কোঁৱৰ বিদ্ৰোহলৈকে সকলোতে অন্তঃসলিলা ফল্গুৰ দৰে দেশৰ গৰিমাৰ সোঁত বালি খান্দিলেই ওলাই পৰে। অৱশ্যে এই সকলোখিনিতে আৱেগতকৈ অনুভূতি প্ৰবল, তত্ত্বতকৈ তথ্য সুদৃঢ়।

তথ্য সংগ্ৰহৰ অৰ্থে সূৰ্যকুমাৰৰ নীৰৱ একান্ত প্ৰচেষ্টা সাধনাৰ নামান্তৰ বুলিব পাৰি। দিগ্‌দৰ্শনৰূপে বুৰঞ্জীত উল্লিখিত একোবিধ ঔষধ কেনেকৈ কি কি উপাদানেৰে প্ৰস্তুত হৈছিল, বৰ্তমান সময়ৰ আয়ুৰ্বেদ পদ্ধতিৰে ঔষধ প্ৰস্তুত কৰোঁতা বিশেষজ্ঞ কবিৰাজৰ পৰা সংগ্ৰহ কৰি 'কোঁৱৰ বিদ্ৰোহ' নামৰ গ্ৰন্থখনত ভূঞাদেৱে প্ৰত্যায়িত কৰিছে। এনেকৈ আনকি 'লণ্ডনৰ স্মৃতি' নামৰ (London Memories) পুথিখনতো লণ্ডনৰ কথা কোৱাৰ আগতে নিজৰ বাল্যকালৰ কথাৰে পাতনি মেলি ৰক্তব্য বিষয়লৈ আগ বাঢ়িছে। যি সময়ত বিলাতত পঢ়িবলৈ আৰু গৱেষণা কৰিবলৈ আৰু অন্যান্য কাৰ্যোপলক্ষ্যে যোৱা অসমীয়া লোকৰ সংখ্যা আছিল মুষ্টিমেয় সেইসময়ত বিলাতত গৱেষণা অধ্যয়নৰ বাবে যাত্ৰা বিলাতত অধ্যয়ন আদিৰ বিষয়ে লিখা এই পুথিখনৰ ঐতিহাসিক মূল্যহে আছে, বৰ্তমানৰ দৈনন্দিন বিলাতলৈ যোৱা-অহাৰ পৰিস্থিতিত আকৰ্ষণীয়তা নাই। অসমৰ সৈতে যোগাযোগ থকা, অসমত চাকৰি কৰি নিজৰ দেশত অৱসৰ জীৱন যাপন কৰা লোকসকলক বাচি বিচাৰি উলিয়াই তেওঁলোকৰ মন্তব্য সংগ্ৰহ কৰা আৰু সন্নিবিষ্ট কৰাতহে পুথিখনৰ বৈশিষ্ট্য প্ৰকাশ হৈছে। এই ক্ষেত্ৰত 'বিলাতৰ চিঠি'ৰ বিলাতলৈ যোৱা যুৱকৰ সৰল অভিজ্ঞতাৰ বৰ্ণনাৰ সৈতে প্ৰৌঢ় পুৰুষৰ অনুসন্ধিৎসাৰ তুলনা সততে মনলৈ আহে।

বুৰঞ্জী বা বুৰঞ্জীমূলক বিষয়ৰ বাহিৰেও অসম আৰু অসমীয়াৰ উল্লেখ আৰু স্থিতি বিষয়ক এটা প্ৰৱণতাই সততে সূৰ্যকুমাৰৰ চিন্তা-

ভাৱনা প্ৰভাৱিত কৰিছিল যেন দেখা যায়। সাহিত্যৰ মূল কথা-বস্তু নৰ-নাৰীৰ প্ৰেম বিশ্বসাহিত্যৰ উপজীৱ্য। যিকোনো কালৰ, যিকোনো সমাজৰ নৰ নাৰীৰ অনৱদ্য প্ৰেম-গাথা বিশ্বসাহিত্যৰূপে পৰিগণিত হোৱাৰ বাবে লাগে সাহিত্যিকৰ প্ৰতিভা আৰু অন্তৰ্দৃষ্টি—এই কথাকে ব্যাখ্যা কৰোঁতে অসমীয়া সমাজৰ মাটিৰাম আৰু মালতীৰ প্ৰেমৰ কাহিনীকো প্ৰতিভাশালী লেখকে বিশ্বসাহিত্যৰ পৰ্য্যায়লৈ উন্নীত কৰাৰ সম্ভাৱনীয়তাৰে নৱীন লেখকলৈ তেওঁ পৰোক্ষ আহ্বান জনাইছে।

অসমৰ অসমীয়া সমাজখনৰ সৈতে একাত্মতাবোধৰ প্ৰেৰণাই হৈছে সূৰ্যকুমাৰ ভূঞাৰ ঐতিহাসিক সাহিত্যিক ৰচনাৰ উৎস। এই উৎসৰ পৰা অৰ্দ্ধশতিকাতকৈও অধিককাল বৈ আছিল প্ৰেৰণাস্ৰোত, কেতিয়াবা ধীৰ-স্থিৰ গতিত আৰু কেতিয়াবা অন্তঃসলিলা ফল্গুৰ দৰে।

# ঐতিহাসিক পণ্ডিত ডক্টৰ সূৰ্যকুমাৰ ভূঞা

ৰাম গোস্বামী

ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ জীৱনত পৰিশ্ৰম আৰু অধ্যৱসায় আছিল দুটা লেখত ল'ব লগীয়া দিশ। তেওঁ মনে প্ৰাণে বিশ্বাস কৰিছিল যে জীৱনৰ আনন্দ হৈছে জ্ঞান অৰ্জনৰ উত্তেজনা। জ্ঞানৰ কৌতূহল পূৰণ কৰা কম আনন্দৰ কথা নহয়। জ্ঞানৰ অৱদান বাস্তৱিকতে মহৎ। ইয়াৰ সোৱাদ ল'বলৈ পৰিশ্ৰম আৰু অধ্যৱসায় দুয়োটাৰে আৱশ্যক। কিন্তু অৱস্থা এটা আয়ত্ত কৰিবলৈ প্ৰস্তুতিৰ পৰিকল্পনা লাগে। আমি মানৱজাতিৰ ক্ৰমোন্নতিলৈ লক্ষ্য কৰিলে দেখিবলৈ পাম যে মানুহে কঠোৰ পৰিশ্ৰমৰ মাজেদিহে উন্নতিৰ জখলাত উঠাবলৈ সক্ষম হৈছিল। বাৰ্নাৰ্ডশ্ব'ৰ ভাষাত, 'মানুহে একমাত্ৰ কাগজে কলমে আৰু মস্তিস্ক চালনাৰ মাজেদিয়েই তেওঁৰ জৈব ক্ষুধা তৃষ্ণা, ইচ্ছা-অনিচ্ছা অতিক্ৰম কৰি নিজ ব্যক্তিত্বৰ বিকাশ সাধিব পাৰে। ড° সূৰ্যকুমাৰ ভূঞা আছিল বিদ্বান ব্যক্তি। বাস্তৱ জগতৰ সংগ্ৰাম আৰু অনিশ্চয়তাৰ পৰিশোধন আৰু পৰিবৰ্তনৰ মাজেদি ভূঞা ডাঙৰীয়াই নিজ ব্যক্তিত্বক গঢ় দিছিল। তেখেতৰ কৰ্ম-নৈতিকতা আছিল প্ৰত্যক্ষভাৱে গুৰুত্বজ্ঞান সম্পন্ন। অৰ্থাৎ তেখেতে যি বিষয় বস্তুত আকৃষ্ট হৈছিল, যাৰ প্ৰতি তেখেতৰ অনুসন্ধিৎসু মনে তত্ত্ব-জিজ্ঞাসাত লিপ্ত হৈছিল, সেই বিষয় আছিল—স্বদেশ সন্ধিৎসা। ইয়াৰ লগত জড়িত হৈছিল—ভাষা আৰু সংস্কৃতিৰ ব্যাপক চিন্তা-চৰ্চা। অসমৰ বুৰঞ্জী আৰু সংস্কৃতিৰ গৱেষণাৰ সোণৰ খনি আৱিষ্কাৰ কৰিয়েই তেখেত ক্ষান্ত হোৱা নাছিল, পৰৱৰ্তী গৱেষকৰ বাবেও তেখেতে নানাভাৱে আৱিষ্কাৰৰ ক্ষেত্ৰ উৰ্বৰ কৰি গৈছিল। অসমৰ ইতিহাস সংক্ৰান্ত বিভিন্ন বিষয় অৱলম্বনত তেখেতৰ প্ৰকাশিত গ্ৰন্থ অসংখ্য, প্ৰবন্ধৰ সংখ্যাও অপৰ্যাপ্ত। এইবোৰৰ মূল্যায়ন সঠিকভাৱে হ'লে আমি

ভূঞা ডাঙৰীয়াৰ দীপ্যমান পাণ্ডিত্যৰ কথা অধিক জানিব পাৰিম। ইতিহাস চৰ্চাত তেখেতৰ আগ্ৰহ আৰু নৈপুণ্য সৰ্বজনস্বীকৃত। তেখেতৰ সাফল্যও বিশেষভাৱে অভিনন্দিত। এই কথা উদ্ঘাটন কৰিবলৈ প্ৰয়াত নন্দ তালুকদাৰে আত্মনিয়োগ কৰিছিল আৰু বহু প্ৰৱন্ধে সম্পূৰ্ণ কৰি উলিয়াইছিল ড° ভূঞাৰ জীৱন চৰিত। এই গ্ৰন্থখন যি পঢ়িছে তেওঁ সহজে ভূঞাৰ কৰ্মময় জীৱনৰ গভীৰতাৰ পৰিচয় পাইছে। এই ঐতিহাসিক ব্যক্তিজন আছিল অত্যন্ত কৰ্মপ্ৰেৰণাৰে অসাধাৰণ। তেখেতে উপলব্ধি কৰিছিল যে নিষ্ঠা আৰু সততাৰে কঠোৰ কামত হাত দিলেহে জাতিৰ মংগল সধা হ'ব। গ্ৰীক আৰু ৰোমান সভ্যতাত দাস প্ৰথাৰ যি প্ৰচলন আছিল সেই প্ৰথা অনুযায়ী দাসবন্দী সবে কঠোৰ শাৰীৰিক কষ্ট কৰিব লগা হৈছিল। তাত মগজুৰ কাম নাছিল। কিন্তু যিসকল বৈজ্ঞানিক, ইতিহাসবেত্তা, দাৰ্শনিক বা শিল্পী বা তেনে পৰ্যায়ৰ আন বুদ্ধিজীৱী, তেনেলোকৰ পৰিশ্ৰমৰ আয়তন সম্পূৰ্ণ প্ৰতিশ্ৰুতিলব্ধ। নতুন উদ্ভাৱন আৰু ভৱিষ্যতৰ মংগল কামনাবে তেওঁলোক প্ৰতিজ্ঞাবদ্ধ। তেওঁলোকে কঠোৰতাৰ শিক্ষাক সচেতনভাৱে অনুসন্ধানী অধ্যয়নত প্ৰয়োগ কৰে। ড° সূৰ্যকুমাৰ ভূঞাৰ শ্ৰম আৰু মনন নিয়োজিত হৈছিল অসমৰ ইতিহাস গৱেষণাত। জীৱনৰ অধিকাংশ সময় ব্যয়িত হৈছিল বিচিত্ৰ-ব্যাপক কষ্টসাধ্য পুনৰুদ্ধাৰ কৰ্মত। তেখেত আছিল জাতীয় ভাৱধাৰাৰে জাগ্ৰত প্ৰথম শাৰীৰ বুৰঞ্জীবিদ। বুৰঞ্জীৰ প্ৰৱণতাতে তেখেতে পুৰাতত্ত্ব, শিল্প, সাহিত্য আৰু সংস্কৃতিৰ ফচলবাহী অৱদান আগবঢ়াইছিল। অসমৰ ঐতিহ্যৰ সকলোবোৰ উপাদানৰ প্ৰতি তেখেতৰ শ্ৰদ্ধা আছিল। ভূঞাৰ জীৱনৰ যি ইতিবৃত্ত, তাৰ মাজত আছে পুৰাতনৰ মোহ। এই প্ৰবৃত্তিয়ে তেখেতৰ অধ্যৱসায় আৰু পৰিকল্পনা সুদৃঢ় আৰু আশাপ্ৰদ কৰি তুলিছিল। আহোমৰ দিন, জয়মতী উপাখ্যান, বৰফুকনৰ গীত, কোঁৱৰ বিদ্ৰোহ, বুৰঞ্জীৰ বাণী, ৰমণী গাভৰু, মীৰজুমলাৰ অসম আক্ৰমণ, স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ, লাচিত বৰফুকন, সম্পাদিত গ্ৰন্থ—অসম বুৰঞ্জী, কামৰূপৰ বুৰঞ্জী, তুংখুঙীয়া বুৰঞ্জী, দেওধাই অসম বুৰঞ্জী, অসমৰ পদ্য বুৰঞ্জী, পাদশ্যাহ বুৰঞ্জী, জয়ন্তীয়া বুৰঞ্জী, ত্ৰিপুৰা বুৰঞ্জী, সাতসৰী



অসম বুৰঞ্জী প্ৰভৃতি অনেকবোৰ পুথি হৈছে ভূঞাৰ বিশিষ্ট গৱেষণাৰ নিদৰ্শন। বিপুল আৰু মূল্যবান পুৰণি বুৰঞ্জীমূলক অপ্ৰকাশিত পুথি সম্পাদনা কৰি তেখেতে খ্যাতি ৰাখি গৈছে। তেখেত আছিল যথাৰ্থ ঐতিহাসিক পণ্ডিত। ইংৰাজীৰ অধ্যাপক হৈও তেখেতে অসমৰ পুৰণি ইতিহাস চৰ্চাক নিজৰ মূল আৰু উপজীৱ্য বুলি গ্ৰহণ কৰিছিল। প্ৰয়াত নন্দ তালুকদাৰৰ জীৱনী গ্ৰন্থখনত ভূঞা ডাঙৰীয়াই ৰচনা কৰা মৌলিক আৰু সম্পাদিত গ্ৰন্থসমূহৰ এখন বিস্তৃত তালিকা সন্নিৱিষ্ট কৰিছে। অসমীয়া ভাষাত ৰচিত গ্ৰন্থসমূহৰ বাদেও যিবোৰ গ্ৰন্থ ইংৰাজী ভাষাত ৰচিত হৈছিল তাৰো বিতং বিৱৰণ তালুকদাৰে লিপিবদ্ধ কৰি গৈছে। ইংৰাজী গ্ৰন্থৰ ভিতৰত 'আসাম এণ্ড আচামিজ' এখন উল্লেখনীয় সংকলন। এই গ্ৰন্থখনত ত্ৰিছটা বিষয় অন্তৰ্ভুক্ত কৰি ভূঞাই এখন আঁচনি প্ৰস্তুত কৰি লৈছিল। অৱশ্যে গ্ৰন্থখন ছপা হ'বলৈ সুবিধা নহ'ল। তেখেতৰ 'এংলো আচামিজ ৰিলেশ্যান, ১৭৭১-১৮২৬' গ্ৰন্থখনৰ বাবে লণ্ডন বিশ্ববিদ্যালয়ে তেখেতক ডক্টৰেট্ উপাধি প্ৰদান কৰিছিল। আন এখন উল্লেখযোগ্য ইংৰাজী গ্ৰন্থ হৈছে, 'আতন বুঢ়াগোহাঁই এণ্ড হিজ টাইম্‌ছ'। নবাব মীৰজুমলাৰ অসম আক্ৰমণৰ পৰা অসম-মোগলৰ বিবাদৰ পৰিসমাপ্তি পৰ্যন্ত ইয়াত ঘটনাৱলী সংযোগ হৈছে।

সূৰ্যকুমাৰ ভূঞাৰ জীৱন অকল ঐতিহাসিক গৱেষণাতে সীমিত নাছিল। তেখেতৰ পাণ্ডিত্য সাহিত্য-কৰ্মতো প্ৰদীপ্ত হৈছিল। অসমীয়া ভাষা সাহিত্যৰ সৈতে তেখেতৰ পৰিচয় কিমান গভীৰ তাক লক্ষ্য কৰিব পাৰি আনবোৰ ৰচনাত। অসমীয়া জাতিৰ জীৱন আৰু মনন-ধাৰাৰ লগত সংগতি ৰাখি তেখেতে কবিতা, জীৱনীগ্ৰন্থ, ভ্ৰমণ কাহিনী, অনুবাদ সাহিত্য, বিবিধ বিষয়ৰ প্ৰৱন্ধ প্ৰণয়ন কৰিছিল। তেখেতৰ ভাৱ, ভাষা, কল্পনা আছিল সতেজ আৰু বিচাৰ বুদ্ধিসম্পন্ন। ভূঞাৰ সাহিত্য-ৰাজি অধ্যয়নত কোনো অসুবিধা নাই। উদাহৰণ স্বৰূপে তেখেতৰ কবিতাৰ পুথি 'নিৰ্মালি' কবিমানসৰ বিশেষ পৰিচয় বাহক। কবিতাবোৰে এক সুমিষ্ট কল্পলোকৰ সৃষ্টি কৰিছে। ছন্দবদ্ধ কবিতাবোৰত

ঈশ্বৰ, প্ৰকৃতি, অনুভূতি, প্ৰেম-সৌন্দৰ্য, স্বদেশ প্ৰীতি, বেদনাবোধ ফুটি ওলাইছে। সূৰ্যকুমাৰ ভূঞাৰ কবিতালেখাৰ প্ৰৱণতা আছিল ডেকা-বয়সৰ ভাৱলোকৰ যেন এক অসম্পূৰ্ণ প্ৰতিচ্ছবি! সেয়েহে তেখেতে কবি হিচাপে সিমান প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰিলে। এগৰাকী প্ৰতিভাবান সাহিত্যিক হোৱাৰ প্ৰবল বাসনা তেখেতৰ নাছিল। ইতিহাস চৰ্চাই আছিল তেখেতৰ আনন্দবাহক বিচৰণভূমি। মস্তিষ্কৰ শ্ৰম আৰু হৃদয়ৰ আবেগ আৰু শাৰীৰিক স্বাচ্ছন্দ্যৰ আস্বাদ আছিল তেখেতৰ ইতিহাস চৰ্চাৰ কৌতূহল। এনে কৌতূহলী ক্ষেত্ৰ এখনত তেখেতে জ্ঞান সমুদ্ৰৰ মন্থন কৰি সাহিত্য লোকতো প্ৰৱেশ কৰিছিল। তেখেতৰ প্ৰত্যাশী মনত সাহিত্য সাধনাৰ স্পৃহা ধীৰে ধীৰে বিকশিত হৈছিল। ভূঞাৰ ভাষণাৱলী অনেক আছে যিবোৰ তথ্যভিত্তিক আৰু বিষয়-কেন্দ্ৰিক। এইবোৰ পঢ়িলে বুজিব পাৰি যে তেখেতৰ অসমীয়া ভাষা সাহিত্যৰ ওপৰত গভীৰ চিন্তা, কল্পনা আৰু শ্ৰেয়বোধ নিৰ্দিষ্ট হৈ বৰ্তি আছে। দেশ গৌৰৱৰ মাজতো তেখেতৰ বক্তৃতাত সাহিত্যৰ পৰিচ্ছন্নতা ৰক্ষিত হৈছিল। ১৯৫৩ চনত শ্বিলঙত অনুষ্ঠিত অসম সাহিত্য সভাৰ দ্বাবিংশ অধিৱেশনৰ সভাপতিৰূপে দিয়া ভাষণত আমি ভূঞা ডাঙৰীয়াৰ ভাষাৰ প্ৰতি থকা শ্ৰদ্ধা-ভক্তি আৰু ভাল পোৱাৰ নিদৰ্শন দেখিবলৈ পাওঁ। তেখেতে অসমীয়া ভাষাৰ এক সুমহান আত্মিক ঐক্য গঢ়ি তুলিবলৈ আহ্বান জনাইছিল। বিভেদৰ প্ৰাচীৰ ভাঙি সকলো জন-গোষ্ঠীৰ লগত ভাষা-সংস্কৃতিৰ মাজেদি সমন্বয় স্থাপন কৰিবলৈ তেখেতে গুৰুত্ব দিছিল। শ্বিলং অধিৱেশনৰ মই আছিলো সাংস্কৃতিক বিভাগৰ সম্পাদক।

ডক্টৰ সূৰ্যকুমাৰ ভূঞা আছিল সকলো বিষয়তে পৰিপাটি। তেখেতৰ পঢ়া কোঠালীটো দেখি বিস্ময় মানিছিলো। কিতাপ-পত্ৰ, কাগজ-আলোচনী আদিৰে পৰিপূৰ্ণ কোঠালীটোত সকলোবোৰ সুশৃঙ্খল ভাৱে ৰখা হৈছে। লাগ বুলিলেই হাত দি পোৱা সকলো আটোম টোকাৰিকৈ নিৰ্দিষ্ট ঠাইত সজোৱা আছে। এনে পৰিপাটিলোক কমহে দেখিবলৈ পোৱা যায়। আজি আমি ভূঞা ডাঙৰীয়াৰ সাহিত্য-সম্ভাৰ থাউকতে



পাইছো এই গুণৰ বাবে। এখিলা কাগজো তেখেতে পেলাই নিদিছিল, সকলোবোৰ সযত্নে সংৰক্ষণ কৰা মনোবৃত্তি এটা আছিল তেখেতৰ স্বভাৱৰ বিশেষত্ব। এই গুণ তেখেতে আয়ত্ব কৰিছিল — ইতিহাস চেতনাৰ মাজেদি। ঐতিহাসিক উপাদান সমূহ নিৰীক্ষণ আৰু বিশ্লেষণ কৰোঁতে তেখেত অত্যন্ত সতৰ্ক আৰু প্ৰণালীবদ্ধ হ'ব লগা হৈছিল। শ্বিলঙৰ অসম পাব্লিক লাইব্ৰেৰীৰ সমগ্ৰ গ্ৰন্থৰাজি, লগতে ৰেকৰ্ডৰুমৰ নথি-পত্ৰ ভূঞা ডাঙৰীয়াই তন্নতন্নকৈ চালি-জাৰি চাই গ্ৰন্থপঞ্জী প্ৰস্তুত কৰিছিল। মই যেতিয়া এই পাব্লিক লাইব্ৰেৰীত প্ৰথমতে কামত সোমাওঁ তেতিয়া মোৰ হাতত পৰিছিল ড° ভূঞা ডাঙৰীয়াই যুগুত কৰি উলিওৱা লাইব্ৰেৰী কেটেলগ। এই সূচীকৰণ কাৰ্য আছিল কষ্ট-বহুল, লগতে নিৰ্ভৰযোগ্য। অসমৰ বহুতো দুষ্প্ৰাপ্য গ্ৰন্থ এই কেটেলগত লিষ্টিভুক্ত হৈছিল, অনেক ঐতিহাসিক নথি-পত্ৰ, শিল্প, কলা সাহিত্য, তৎকালীন শাসন প্ৰণালীৰ ৰিপোৰ্ট, মনোগ্ৰাফ, ৰিছাৰ্চ জাৰ্ণেল, সমীক্ষা বিধানসভাৰ প্ৰতিবেদন এই কেটেলগত ঠাই পাইছিল। ভূঞা ডাঙৰীয়াৰ বিপুল উৎসাহত অনেক সিচঁৰতি হৈ থকা মূল্যবান কিতাপ শ্ৰেণীভুক্ত হৈ বিজ্ঞজনৰ উপকাৰত আহিল। মই তেখেতৰ এনে কষ্ট-সাধা কামত চাকৰি জীৱনত অশেষ প্ৰেৰণা পাইছিলো। ভূঞা ডাঙৰীয়াৰ এই শ্ৰেণী-নিদৰ্শন নিঃসন্দেহে প্ৰশংসনীয় আৰু স্মৰণযোগ্য। গুৱাহাটীলৈ আহিলেই তেখেতৰ ঘৰলৈ মই প্ৰায়ে গৈছিলো।

ভূঞা ডাঙৰীয়াই যি কামতে ধৰিছিল সেই কাম সম্পূৰ্ণ নোহোৱাকৈ নেৰিছিল। তেখেতৰ মন, মগজু আৰু কলমে নিয়াৰিকৈ কাম কৰি গৈছিল। পুথি প্ৰণয়ন, পুথি সম্পাদন আৰু পুথিৰ পুনৰ মূল্যায়নত তেখেতৰ সংগঠিত প্ৰচেষ্টা আছিল এক শিক্ষাপ্ৰদ প্ৰক্ৰিয়া। এই প্ৰসঙ্গতে তেখেতৰ 'লাচিত বৰফুকন' আৰু 'আনন্দৰাম বৰুৱা' নামৰ সুবিখ্যাত গ্ৰন্থ দুখনৰ কথা উনুকিয়াব পাৰোঁ। দুয়োখনতে আছে তেখেতৰ সূক্ষ্ম আৰু তাত্ত্বিক পৰ্যালোচনা। অসমীয়াৰ জাতিসত্তাৰ এক উজ্জ্বল প্ৰেক্ষাপট ৰচনা কৰিবলৈ এই দুগৰাকী ঐতিহাসিক ব্যক্তিক

ভূঞা ডাঙৰীয়াই বাছি লৈছিল। তেখেতৰ মূল উৎস আছিল আহোম বুৰঞ্জী আৰু আনন্দৰাম বৰুৱাৰ অপ্ৰকাশিত আৰু বহুতে নজনা জীৱন ৰহস্যৰ আহিলা সম্বল। প্ৰয়োজনাৰ আদ্যোপান্ত লিখোঁতে তেখেতে সংযোগ কৰিছিল আৱিষ্কৃত নিত্য নতুন তথ্য আৰু প্ৰাসঙ্গিক উপলব্ধি। আনন্দৰাম বৰুৱাৰ বিষয়ে ভূঞাই জীৱনৰ পৰিচয় দাঙি ধৰি তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্য, পাণ্ডিত্য আৰু প্ৰতিভাৰ প্ৰকৃত স্বৰূপ আমাক জানিবলৈ দিছে। অসমীয়া জীৱনী সাহিত্যত এই গ্ৰন্থখন বাস্তৱিকতে সত্যসন্ধানৰ পথ প্ৰদৰ্শক। ভূঞাৰ সমগ্ৰ সাহিত্যৰাজি বিস্তাৰিত উপাদানেৰে ভৰপূৰ। এইবোৰ পুঙ্খানুপুঙ্খভাৱে বিচাৰ কৰিলে আমি তেখেতৰ আধুনিক ঐতিহাসিক সুলভ ইতিহাসবোধৰ উপস্থিতি দেখিবলৈ পাওঁ আৰু ইয়াৰ মাজতে তেখেতৰ ভাৰতীয় মন জিলিকি উঠিছে— যাৰ বাবে তেখেতক আমি ভাৰতবৰ্ষৰ ইতিহাস চৰ্চাৰ অন্যতম পথিকৃত ৰূপে শতবৰ্ষ উৎসৱ পালনৰ সন্মান যাচিব পাৰোঁ।

# জীৱনীকাৰ সূৰ্যকুমাৰ ভূঞা

ড° গোবিন্দ প্ৰসাদ শৰ্মা

অতীতৰ তথ্য আৰু সত্যৰ প্ৰতি প্ৰীতিয়ে ঐতিহাসিকৰ সৃষ্টি কৰে। কিন্তু কেতিয়াবা স্বদেশ-প্ৰেমতো ঐতিহাসিকৰ সৃষ্টি হ'ব পাৰে। ঐতিহাসিক ড° সূৰ্যকুমাৰ ভূঞাৰ ক্ষেত্ৰত এই দুয়োবিধ প্ৰীতিয়েই প্ৰবলভাৱে কাম কৰিছিল। আৰু এনে প্ৰবল তথ্য আৰু সত্যপ্ৰীতি আৰু স্বদেশপ্ৰেমৰ বাবে সূৰ্যকুমাৰ ভূঞাই তেওঁৰ কলেজীয়া অধ্যাপক জীৱনৰ প্ৰভূত বিশ্ৰাম হেলাৰঙে বাদ দি দুৰূহ ঐতিহাসিক গৱেষণাৰ কঠোৰ পৰিশ্ৰমৰ মাজলৈ নিজকে টানি লৈ গ'ল আৰু নিৰন্তৰ কৰ্মময় এক পৰিৱেশত নিজকে আৱদ্ধ কৰি ৰাখিলে।

জীৱনী সাহিত্যৰ স্বৰূপ দ্বৈত। ই এপিনে ইতিহাস আৰু আনপিনে সাহিত্য। সেইপিনৰ পৰা ভূঞা জীৱনীকাৰ হ'বৰ বাবে অতি উপযুক্ত লোক। কিয়নো তেখেত এপিনে সাহিত্যিক আৰু আনপিনে ঐতিহাসিক। তথ্যপ্ৰেম আৰু সত্যনিষ্ঠাৰ লগতে স্বদেশপ্ৰেমে ভূঞাক যেনেকৈ ইতিহাস-চৰ্চালৈ লৈ গৈছিল, ঠিক তেনেকৈয়েই জীৱনী-চৰ্চালৈকো লৈ গৈছিল। স্বাভাৱিকতে কি ইতিহাস চৰ্চাত কি জীৱনী চৰ্চাত, তেওঁ সদায় ব্ৰতী আছিল প্ৰাথমিকভাৱে অসম আৰু অসমীয়া জাতিক লৈ আৰু দ্বিতীয়তঃ ভাৰত আৰু ভাৰতীয় জাতিক লৈ। ইতিহাস কেৱল ইতিহাস হিচাপে আৰু জীৱনী কেৱল জীৱনী হিচাপে তেওঁৰ আকৰ্ষণৰ বিষয় নাছিল। সেয়েহে ভূঞাৰ সুদীৰ্ঘ আৰু নিৰন্তৰ ইতিহাস আৰু জীৱনী চৰ্চাৰ উৎসৰ্গিত জীৱনটিত আমি বিশ্বৰ ইতিহাস চৰ্চাৰ প্ৰতি আগ্ৰহ বা মনোযোগ দেখা নাপাওঁ। অনা-ভাৰতীয় যিসকল লোকৰ জীৱন আৰু কৰ্মক লৈ তেখেতক মনোযোগী হোৱা দেখা পাওঁ,

সেইসকল আছিল হয় ভাৰতৰ লগত জড়িত, নহয় অসম বা ভাৰতৰ নিজস্ব মংগলৰ বাবে আদৰ্শস্থানীয়।

এই দৃষ্টিভংগী মনত ৰাখি জীৱনীকাৰ হিচাপে ড° সূৰ্যকুমাৰ ভূঞাৰ আলোচনা কৰিবলৈ গ'লে আমি দেখোঁ যে ইতিহাস চৰ্চাৰ লগতে ওতপ্ৰোতভাবে জড়িত তেওঁৰ জীৱনী চৰ্চা। সেয়েহে অসমৰ অতীতৰ বিশেষকৈ আহোম যুগ আৰু আদি বৃটিছ যুগৰ পুনৰ্নিৰ্মাণৰ বাবে তথ্যৰ তাগিদা অনুভৱ কৰি তেওঁ যেতিয়া বহু কষ্টেৰে তথ্যৰ সংগ্ৰহত লাগে, তেতিয়া সেই সংগৃহীত তথ্যৰ মাজত তেওঁৰ সমসাময়িক লোকৰ আদৰ্শ হ'ব পৰা কোনো লোকৰ জীৱনৰ সমল পালে, তাৰে তেওঁ জীৱনী-ৰচনাত ব্ৰতী হয়। তেওঁৰ প্ৰাপ্য সমল পূৰ্ণাংগ জীৱনীৰ বাবে যথেষ্ট হ'লে তেওঁ ৰচি উলিয়ায় পূৰ্ণাংগ জীৱনী ; আৰু সেই সমল তাকৰীয়া হ'লে ৰচে জীৱন নক্সা বা জীৱনীমূলক প্ৰবন্ধ বা লোকজনাৰ তেওঁ বিচাৰি পোৱা ব্যক্তিত্বৰ দিশটোৰ আলোচনামূলক ৰচনা।

দৰাচলতে ভূঞাৰ একোজন মানুহৰ সম্পূৰ্ণ জীৱনটোক লৈ ৰচি উলিওৱা পূৰ্ণাংগ জীৱনী হ'ল 'মহামতি গোপালকৃষ্ণ গোখলে' (১৯১৬), 'আনন্দৰাম বৰুৱা' (১৯২৪) আৰু কিছু পৰিমাণে 'হৰিহৰ আতা' (১৯৬০)। 'ৰবীন্দ্ৰনাথ ঠাকুৰ' নামৰ যদিও ভূঞাৰ এখনি কণমানি জীৱনী আছে সি দৰাচলতে এটি জীৱন-নক্সা (life sketch) ধৰ্মী প্ৰবন্ধহে আৰু সেয়েহে এই প্ৰবন্ধই পিছত তেওঁৰ জীৱন-নক্সা ধৰ্মী প্ৰবন্ধৰ সংকলন 'জোনাকী' (১৯২৮)ত প্ৰবন্ধ হিচাপেই স্থান পাইছে। সেইদৰে তেওঁৰ ইংৰাজীত ৰচিত 'মেন্ আই হেভ্ মেট্' (১৯৬২, Men I Have Met) গ্ৰন্থৰ প্ৰবন্ধবোৰ আকৌ জীৱন-নক্সাও নহয়। জীৱনৰ তথ্যতকৈ ভূঞাই এই গ্ৰন্থত থকা ৰচনাৰ বিষয় লোকসকলক যেনেকৈ লগ পাইছিল আৰু জানিছিল—তাৰহে বিৱৰণ। গতিকে এইবোৰক জীৱন-ভিত্তিক ৰচনা বুলিবহে পাৰি। আনহাতে একোজন লোকক লৈ ৰচিত তেওঁৰ ইংৰাজী পূৰ্ণাংগ গ্ৰন্থ 'লাচিত বৰফুকন এণ্ড্ হিজ্ টাইমচ্' (১৯৪৭, Lachit Barphukan and His Times) আৰু 'আতন বুঢ়াগোহাঁই এণ্ড্ হিজ্ টাইমচ্' (১৯৫৭, Atan Buragohain and His Times) আৰু অসমীয়াত ৰচিত 'ৰাজেশ্বৰ সিংহ' (১৯৭৫) বুৰঞ্জীৰহে অধ্যয়ন, জীৱনী নহয়। সেইদৰে 'এন্ এচামিজ্ নুৰজাহান্' (১৯২৬, An Assamese Nur Jahan) ৰাণী ফুলেশ্বৰীৰ জীৱন-নক্সাহে ; একক গ্ৰন্থ হিচাপে প্ৰকাশ হ'লেও জীৱনী বুলি ধৰা টান। আকৌ জীৱন-নক্সা বুলিবলৈকো ইয়াত ৰাণী ফুলেশ্বৰীৰ সমগ্ৰ জীৱনৰ সকলো তথ্য পাবলৈ নাই। এই জীৱন-নক্সা বহু পৰিমাণে ডুখৰীয়া বা এটি দিশৰহে প্ৰকাশক। একে কথাকে ক'ব পাৰি তেওঁৰ 'অসম জীয়ৰী' (১৯৩৫), 'ৰমণী গাভৰু' (১৯৫১)ৰ দৰে কিতাপবোৰৰ বিষয়েও। তেওঁৰ অসমীয়াত ৰচিত 'লাচিত বৰফুকন' (১৯৬২) জীৱনীখন ঐতিহাসিক গ্ৰন্থ 'লাচিত বৰফুকন এণ্ড্ হিজ্ টাইমচ্'ৰ ওপৰত ভিত্তি কৰা। অসমীয়া গ্ৰন্থখন বুৰঞ্জীৰ পৰা নিলগাই জীৱনীৰ শাৰীলৈ তোলা হৈছে যদিও ইয়াত অংকিত জীৱনো সম্পূৰ্ণ নহয়—জীৱনৰ এটি দিশহে।

যি কি নহওক, ভূঞাৰ জীৱনীমূলক ৰচনা-প্ৰবন্ধ, গ্ৰন্থ আৰু জীৱন কেন্দ্ৰিক ঐতিহাসিক গ্ৰন্থবোৰৰ পৰিচয় এনেদৰে পোৱাৰ পিছত আমি এতিয়া তেওঁৰ জীৱনী সাহিত্যৰ অন্তৰ্গত হ'ব পৰা ৰচনা ৰাজিৰ বিচাৰলৈ যাওঁহক। প্ৰথমতে তেওঁৰ জীৱনীসাহিত্যৰ অন্তৰ্গত হ'ব পৰা ৰচনা-প্ৰবন্ধবোৰলৈ গৈ তেওঁৰ এনেবিধ ৰচনাৰ প্ৰথম সংকলন হিচাপে পাওঁ 'জোনাকী' নামৰ সংকলনখন (১৯২৮)। ই যোলগৰাকী বিভিন্ন ক্ষেত্ৰৰ কৃতী পুৰুষৰ জীৱনৰ পৰিচয়মূলক প্ৰবন্ধৰ সংকলন। এনে জীৱন-পৰিচয়মূলক প্ৰবন্ধবোৰক আমি জীৱন-নক্সা (life sketch) আখ্যা দিব পাৰোঁ। এই প্ৰবন্ধবোৰৰ বিষয়-বাচনিলৈ মন কৰিলে দেখা যায় যে এই কামত ভূঞাৰ এফালে অসমৰ অতীত গৌৰৱ আৰু আনফালে ভাৰতৰ জাতীয় গৌৰৱৰ ওপৰত চকু আছিল। ভাৰতীয় জাতিৰ হিন্দু-মুছলমান ঐক্যও আছিল তেওঁৰ অন্যতম আদৰ্শ। সেয়েহে ইয়াৰ প্ৰবন্ধবোৰক আমি তলত দিয়া ভাগত ভগাব পাৰোঁ :

**অসম গৌৰৱ স্বৰূপ লোকসকলৰ জীৱন-নক্সা :**

১। স্বৰ্গদেৱ গদাধৰ সিংহ মহাৰাজ
২। মোমাই তামুলী বৰবৰুৱা

৩। আনন্দৰাম ঢেকিয়ালফুকন
৪। আনন্দৰাম বৰুৱা
৫। জগন্নাথ বৰুৱা
৬। মাণিক চন্দ্ৰ বৰুৱা
৭। পণ্ডিত হেমচন্দ্ৰ গোস্বামী
৮। ৰাধাকান্ত সন্দিকৈ

ভাৰত গৌৰৱ স্বৰূপ লোকসকলৰ জীৱন-নক্সা :

১। হৰিনাথ দে
২। দ্বিজেন্দ্ৰলাল ৰায়
৩। গোপালকৃষ্ণ গোখলে
৪। গুৰুদাস বন্দোপাধ্যায়
৫। আশুতোষ মুখোপাধ্যায়
৬। ৰবীন্দ্ৰনাথ ঠাকুৰ

আদৰ্শ বিদেশী লোক :

১। চাৰ এডোৱাৰ্ড গেইট

হিন্দু মুছলমান ঐক্যৰ বাবে ৰচিত :

১। হাজী মহম্মদ মহচীন

একে বছৰতে ভূঞাই আদৰ্শ নাৰী সাত গৰাকীৰ জীৱনীমূলক প্ৰবন্ধৰ সংকলন এটিও প্ৰকাশ কৰে 'চানেকি' (১৯২৮)। বিষয় নিৰ্বাচনত ইয়াতো ভূঞাৰ একে আদৰ্শকে দেখা পাওঁ। এই প্ৰবন্ধ সাতটাৰ ওপৰত উল্লেখ কৰা ধৰণৰ শ্ৰেণীবিভাজন এনে হ'ব পাৰে :

অসম গৌৰৱ নাৰীসমূহ :

১। অসমীয়া তিৰোতা
২। আগৰ দিনৰ অসমীয়া তিৰোতা
৩। জয়মতী কুঁৱৰী

ভাৰত গৌৰৱ নাৰীসমূহ :

১। তপস্বিনী ৰাবিয়া (হিন্দু মুছলমান ঐক্যৰ আদৰ্শত ৰচিত)



২। অনন্দীবাঈ জোছী
৩। ৰমাবাঈ সৰস্বতী

আদৰ্শ বিদেশী মহিলা :

১। ফ্লোৰেঞ্চ্ নাইটিংগেল্

এই সংকলনখনিৰ সন্দৰ্ভত আৰু এষাৰ কথা কৈ থ'ব লাগিব যে পুৰুষৰ জীৱনীমূলক প্ৰবন্ধৰ সংকলনটি প্ৰকাশ কৰাৰ লগে লগে তেওঁ যে নিজে উল্লেখ কৰামতে 'আহি তিৰোতাৰ জীৱন চৰিত'ৰ সংকলন এটিও প্ৰকাশ কৰিলে, ইয়ে সূচায় যে ভূঞাৰ আছিল পুৰুষ আৰু নাৰীৰ প্ৰতি সমান ভাৱ আৰু সমান দৃষ্টি।

এই দুই সংকলনৰ প্ৰৱন্ধবোৰৰ গুণগত দিশৰ আলোচনালৈ গ'লে ক'ব লাগিব যে ইয়াৰ সকলো প্ৰবন্ধ একে শ্ৰেণীৰ নহয় আৰু সমান মূল্যৰো নহয়। 'ৰবীন্দ্ৰনাথ ঠাকুৰ' বা 'আনন্দৰাম বৰুৱাৰ'ৰ দৰে প্ৰৱন্ধবোৰত বিষয়ৰ জীৱনৰ বিভিন্ন স্তৰৰ আৰু জন্ম-শিক্ষা-কৰ্মৰাজিৰ থুলমূল পৰিচয় একোটি পোৱা যায়। গতিকে এনেবোৰ প্ৰৱন্ধক জীৱন-নক্সাবোলাত হানি নাই। আনহাতে 'তপস্বিনী ৰাবিয়া' 'স্বৰ্গদেৱ গদাধৰ সিংহ মহাৰাজ' বা 'জয়মতী কুঁৱৰী'ৰ দৰে প্ৰৱন্ধত জীৱনৰ সকলো স্তৰ আৰু দিশৰ পৰিচয় পাবলৈ নাই। নিজে ঘাটি উলিওৱা দুই এক তথ্য বা ঘটনাৰ অৱলম্বনত মাথোন একোটি বিশেষ আদৰ্শ দাঙি ধৰিবলৈ ৰচনা কৰা এইবোৰ ৰচনা। তথাপি অৱশ্যে এই দুই সংকলনৰ কোনোটি প্ৰৱন্ধতে ৰচনা আমোদজনক বা আকৰ্ষণীয় কৰি তোলাৰ ওপৰত গুৰুত্ব আৰোপিত হোৱা চকুত নপৰে যিহৰ ফলত জীৱনৰ সকলো স্তৰ আৰু সকলো দিশৰ পৰিচয় নোহোৱা ৰচনাবোৰকো জীৱনীমূলক ৰচনা (biographical essay) বুবুলি জীৱনীমূলক টোকাহে (biographical note) বুলিব লগীয়া হয়। ওপৰত উল্লিখিত 'ৰমণী গাভৰু' খনৰ বিষয়েও একে কথাকে ক'ব পাৰি।

কিন্তু এইবোৰৰ বাহিৰে ভূঞাৰ যি একোজন মানুহৰ বিষয়ে ৰচিত একোখনকৈ তিনিখন জীৱনী সাহিত্যৰ অন্তৰ্গত হ'ব পৰা গ্ৰন্থ পাওঁ,

সেইবোৰতহে ভূঞাৰ জীৱনীকাৰ হিচাপে প্ৰকৃত গুণ ফুটি উঠে। এই তিনিখন পূৰ্ণাংগ জীৱনীৰ প্ৰথমখন 'মহামতি গোপালকৃষ্ণ গোখলে'লৈ আহি আমি দেখোঁ যে এই জীৱনী গোপালকৃষ্ণ গোখলেৰ মৃত্যুৰ ঠিক এবছৰ পিছতে প্ৰকাশিত (১৯১৬)। কংগ্ৰেছৰ নেতৃত্বৰ ভাৰতীয় জাতীয় আন্দোলনৰ প্ৰথম স্তৰৰ এই অন্যতম শীৰ্ষ স্থানীয় নেতাগৰাকীৰ জীৱনৰ পৰিচয় আৰু আলোচনাৰ মা'জদি জীৱনীকাৰে ইয়াত যে তেওঁৰ পাঠকসকলৰ মনত জাতীয়তাবোধ আৰু স্বদেশপ্ৰেম জাগ্ৰত কৰিব খুজিছে, সেইকথা স্পষ্ট। অসমীয়া সাহিত্যত ৰাজনৈতিক নেতাৰ এইখনেই প্ৰথম পূৰ্ণাঙ্গ আৰু বহল জীৱনী বুলি ড° অঞ্জলি শৰ্মাই তেওঁৰ অসমীয়া জীৱনীৰ গৱেষণা-গ্ৰন্থ 'এমং দ্য লুমিনাৰিজ্ ইন্ এচাম্' (১৯৯০, Among the Lumineries in Assam) খনত দেখুৱাইছে।

এই গ্ৰন্থকাৰৰ ৰাজনৈতিক আদৰ্শও গ্ৰন্থখনিৰ পৰাই বহু পৰিমাণে বুজা যায়। কংগ্ৰেছৰ নেতৃত্বত চলা ভাৰতীয় স্বাধীনতা আন্দোলনৰ প্ৰথম ছোৱাৰ অন্যতম শীৰ্ষস্থানীয় নেতা আছিল গোপাল কৃষ্ণ গোখলে; আৰু এইছোৱা কালৰ (১৮৮৫-১৯০৫) কংগ্ৰেছৰ আদৰ্শ আছিল বৃটিছ চৰকাৰৰ অধীনতে স্বায়ত্ব শাসন মাথোন লাভ কৰা আৰু এই গন্তব্যত উপনীত হোৱাৰ বাবে আৱেদন নিৱেদনৰ পন্থাহে অনুসৰণ কৰা। ১৯০৫ চনৰ পৰা বাল গংগাধৰ তিলকহঁতৰ দৰে পৰৱৰ্তী পুৰুষৰ হাতলৈ নেতৃত্ব যোৱাতহে কংগ্ৰেছৰ আদৰ্শ হ'ল পূৰ্ণ স্বৰাজ আৰু তাক লাভ কৰাৰ বাবে পন্থা হ'ল আৱেদন-নিৱেদন নহয়, প্ৰত্যক্ষ ৰাজনৈতিক আন্দোলন। যি হওক ১৯১৬ চনত প্ৰকাশিত ভূঞাৰ এই জীৱনীৰ বিষয় যে সমসাময়িক 'চৰমপন্থী' নেতা তিলক নাই পূৰ্বৰ 'নৰম পন্থী' নেতা গোখলেহে হ'ল, সেয়েই সূচায় যে ভূঞা নিজেও ৰাজনৈতিক আন্দোলনৰ যোগেদি বৃটিছ শাসন ওফৰাই দিয়া নীতিৰ পক্ষপাতী নাছিল। ভূঞাৰ জীৱনৰ বহুতো কাম আৰু কথাতো আমি ইয়াৰ প্ৰমাণ পাওঁ। তেওঁৰ সমগ্ৰ জীৱনৰ বৌদ্ধিক, সাহিত্যিক বা সাংস্কৃতিক কামত এজন নিভাঁজ দেশপ্ৰেমিক আৰু অক্লান্ত স্বদেশপ্ৰেমী হৈও



ৰাজনৈতিকভাৱে তেওঁ বৃটিছ বিৰোধী নাছিল; বৰং বৃটিছ চৰকাৰৰ সৈতে তেওঁৰ আছিল সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক। এইখিনিতে মন কৰিব লগীয়া কথা যে ভূঞালৈ যেনেকৈ বৃটিছ চৰকাৰে ৰায়বাহাদুৰ খিতাপ আগবঢ়াইছিল তেনেকৈ তেওঁৰ ৰাজনৈতিক আদৰ্শ পুৰুষ গোপাল কৃষ্ণ গোখলেলৈকো বৃটিছ চৰকাৰে আগবঢ়াইছিল K. C. I. E. উপাধি। ভূঞাই ৰায়বাহাদুৰ উপাধি গ্ৰহণ কৰাৰ বিপৰীতে গোখলেই অৱশ্যে K.C.I.E. উপাধি গ্ৰহণ কৰা নাছিল, তাৰ বাবে বৃটিছ চৰকাৰক ধন্যবাদ দিয়ে। অৱশ্যে এই সন্দৰ্ভতো আমি পাহৰিলে নচলিব যে জাতীয় ভাৱ জাগ্ৰত কৰিবলৈ, জাতীয় আন্দোলনৰ প্ৰতি মানুহক উদ্বুদ্ধ কৰিবলৈ যি মিথৰ (myth) বা গৌৰৱময় অতীত-কাহিনীৰ প্ৰয়োজন হয়, অসমীয়াৰ মিথ্ বা গৌৰৱময় অতীত-কাহিনীৰ যোগান ধৰিছিল প্ৰধানকৈ সূৰ্যকুমাৰ ভূঞাই। জয়মতী মিথ্, লাচিত বৰফুকন মিথ্, মূলা গাভৰু মিথৰ দৰে অসম ইতিহাসৰ পাতত লুকাই থকা ঐতিহাসিক কাহিনীৰ যিবোৰ মিথ্ আজি মানুহৰ মুখে মুখে, সেইবোৰক অসমীয়া মানুহৰ মাজত সুপৰিচিত কৰি তোলাত ভূঞাৰ অৱদানেই আটাইতকৈ বেছি।

শেষত 'মহামতি গোপালকৃষ্ণ গোখলে'ৰ সাহিত্যিক মূল্যলৈ আহি ক'ব পাৰি যে যদিও এই জীৱনীৰ বিষয়বস্তু ভূঞাৰ নিজৰ অনুসন্ধানৰ ফল নহয়, পূৰ্ববৰ্তী জীৱনীগ্ৰন্থৰ পৰা আহৃতহে, তথাপি এই জীৱনীয়ে বিষয়ক খৰচি মাৰি জনাত সহায় কৰে। গোখলেৰ সাজ-পোচাক, চলন-ফুৰণ, মোহনীয় ব্যক্তিত্ব তেওঁৰ ৰাজহুৱা কাৰ্যাৱলীৰ পৰিচয়ৰ লগতেই ইয়াত সমানে ফুটি উঠিছে। এইদৰেই অসমীয়া জীৱনীৰ আদি স্তৰৰ ই এখন মূল্যৱান জীৱনী।

কিন্তু ইয়াৰ পিছত যেতিয়া আমি সূৰ্যকুমাৰ ভূঞাৰ দ্বিতীয়খন পূৰ্ণাংগ জীৱনী 'আনন্দৰাম বৰুৱা'লৈ আহোঁ, তেতিয়াহে জীৱনীকাৰ হিচাপে ভূঞাৰ প্ৰকৃত পৰিচয় পাওঁ। আনন্দৰাম বৰুৱা (১৮৫০-১৮৮৯) সমগ্ৰ ভাৰতৰে বিৰল প্ৰতিভাৰ এজন বৰেণ্য পণ্ডিত হোৱা সত্ত্বেও,

বৃটিছ আমোলত আই. চি. এছ্. পৰীক্ষা পাছ কৰিব পৰা যি অতি কম সংখ্যক মেধাৱী ভাৰতীয় ছাত্ৰ, তাৰে ভিতৰত প্ৰথম অৱস্থাতে আই. চি. এছ্. হৈ ওলাই অহা আনন্দৰাম বৰুৱা এজন বিৰল মেধাৰ ছাত্ৰ হোৱা সত্বেও তেওঁৰ এখন পূৰ্ণাংগ জীৱনী পাবলৈ নাছিল। ফলত তেওঁৰ প্ৰতিভাৰ বিষয়ে মুখে মুখে চলি থকা কথাবোৰত বাহিৰে প্ৰকৃত তথ্য-বোৰ হেৰাই যোৱাৰ উপক্ৰম হৈছিল। তেনে সময়তে বৰুৱাৰ মৃত্যুৰ প্ৰায় আঢ়ৈ দশক পিছত নিভাঁজ স্বদেশপ্ৰেমী আৰু কঠোৰ পৰিশ্ৰমী গৱেষক ভূঞাই এই গৰাকী ব্যতিক্ৰমী প্ৰতিভাধৰ অসমীয়াৰ জীৱনীৰ উপাদান সংগ্ৰহত ব্ৰতী হ'ল। এইগৰাকী অসমীয়া প্ৰাতঃস্মৰণীয় পণ্ডিতৰ বিষয়ে তথ্য সংগ্ৰহ কৰাত ভূঞা ইমানে মনোযোগী হৈ উঠিছিল যে গ্ৰন্থ খনৰ প্ৰকাশৰ পিছতো তেওঁ সেই কাম অব্যাহত ৰাখিছিল আৰু তেওঁৰ দ্বাৰা পৰৱৰ্তী কালত সংগৃহীত নতুন নতুন তথ্যবোৰ কিতাপখনৰ পৰৱৰ্তী সংস্কৰণবোৰত ওপৰঞ্চি হিচাপে যোগ দি গৈছিল।

জীৱনীখনৰ বাবে তথ্য সংগ্ৰহৰ কাম তেওঁ অকল বৰুৱাৰ জন্মস্থান উত্তৰ গুৱাহাটী, স্কুলীয়া শিক্ষাৰ স্থান গুৱাহাটী, আই. চি. এছ্. বিষয়া হিচাপে প্ৰথম চাকৰিৰ স্থান শিৱসাগৰতে সংগ্ৰহ কৰি ক্ষান্ত থকা নাছিল। বৰুৱাৰ জীৱনৰ তথ্য তেওঁ সংগ্ৰহ কৰিছিল বৰুৱাৰ কলেজীয়া শিক্ষা আৰু কৰ্মজীৱনৰ কেন্দ্ৰস্থল কলিকতাত, নোৱাখালি প্ৰমুখ্যে বৰুৱাৰ কৰ্মজীৱনৰ বংগদেশৰ বহুতো গ্ৰাম্য আৰু মফচল চহৰত আৰু আই. চি. এছ্. ৰ বাবে অধ্যয়নৰ আৰু পৰীক্ষাৰ হেতু আৰু পিছত তেওঁ বৌদ্ধিক কামৰ বাবে চাকৰিৰ পৰা ছুটীলৈ যোৱা ইংলণ্ডত। এইদৰেই সুদীৰ্ঘ কাল দেশ-বিদেশত তথ্য সংগ্ৰহ কৰি ৰচি উলিয়াইছিল সূৰ্যকুমাৰ ভূঞাই তেওঁৰ শ্ৰেষ্ঠ জীৱনী 'আনন্দৰাম বৰুৱা'। কি লিখিত আকাৰত পোৱা তথ্য, কি বৰুৱাক জনা মানুহৰ মুখত শুনা কথা, কি বৰুৱাৰ নিজৰ ৰচিত গ্ৰন্থ আৰু তেওঁৰ বিষয়ে লিখা ৰচনা—সকলো কথাই আছিল তথ্যানুৰাগী ভূঞাৰ এই জীৱনীৰ উপাদান।

১৯২০ চনত এই গ্ৰন্থ প্ৰথম প্ৰকাশিত হৈ জনপ্ৰিয়তা লাভ কৰাৰ



পিছত আনন্দৰাম বৰুৱা যেনেকৈ বিস্তৃত ৰূপত আৰু দৃঢ়ভাৱে অসমীয়াৰ চেতনাৰ এটি অংগ হৈ পৰিল, ঠিক তেনেকৈ এই জীৱনী গ্ৰন্থখনো অসমীয়া সাহিত্যৰ এক বহুপঠিত আৰু অবিস্মৰণীয় গ্ৰন্থ হিচাপে ধৰা দিলে। অৱশ্যে জীৱনীখনৰ এনে উচ্চ স্থানৰ কথা কৈও কিন্তু ইয়াৰ দুই এক দুৰ্বলতা বা ক্ৰটীৰ কথা নক'লে সত্যৰ অপলাপ কৰা হ'ব। ইয়াৰ বিষয় আনন্দৰাম বৰুৱা মানুহজন তথ্য আৰু উপাদানৰ প্ৰাচুৰ্যৰ সত্বেও জীৱন্ত হৈ উঠা নাই। ইয়াৰ ভাষাৰ অতি সৰলতা আৰু জীৱনী-কাৰ-সাহিত্যিক হিচাপে ভূঞাৰ কল্পনা আৰু কলাৰ সীমাৱদ্ধতাৰ হেতুকেই বিষয় ইয়াত ত্ৰিমাত্ৰিক গুণেৰে সজীৱ হৈ নুঠি দ্বিমাত্ৰিক বা চেপেটা হৈ ৰ'ল। কিতাপখনৰ বহল ৰূপত গুণাগুণৰ আলোচনা আৰু মূল্যায়ন আমি আমাৰ 'জীৱনী আৰু অসমীয়া জীৱনী' গ্ৰন্থৰ (১৯:৬) এটি বহল অধ্যায়ত আগবঢ়াইছোঁ (দ্বিতীয় ষ্টুডেণ্টচ্ ষ্টোৰ্চ্ সংস্কৰণ, গুৱাহাটী. ১৯৯৩, পৃ. ১১৪—১২৯)। সেই গ্ৰন্থৰ সেই অধ্যায়টিৰে সামৰণিৰ মন্তব্যটিকে দোহাৰি কিতাপখনৰ বিষয়ে পুনৰ কওঁহক :

> সূৰ্যকুমাৰ ভূঞাৰ 'আনন্দৰাম বৰুৱা' অসমীয়া জীৱনী সাহিত্যৰ এক মূল্যৱান কৰ্ম। কেনে নিষ্ঠা, কেনে পৰিশ্ৰম, যুগ, সমাজ আৰু বিষয়ৰ কৰ্মক্ষেত্ৰ সম্পৰ্কে কেনে জ্ঞানৰ বলত এখন ভাল জীৱনী লিখি উলিয়াব পাৰি, সূৰ্যকুমাৰ ভূঞাৰ 'আনন্দৰাম বৰুৱা' তাৰ উজ্জ্বল উদাহৰণ। এই জীৱনীখনৰ লগে লগেই আধুনিক অসমীয়া জীৱনীৰ বয়ঃপ্ৰাপ্তি ঘটিল। (২য় সংস্কৰণ পৃ. ১২৯)

ইয়াৰ পিছত সূৰ্যকুমাৰ ভূঞাৰ শেহতীয়া জীৱনী গ্ৰন্থ 'হৰিহৰ আতা' (১৯৬০) খনলৈ আহিব পাৰোঁ। আকাৰত ই সৰু; 'আনন্দ-ৰাম বৰুৱা'খনৰ দৰে ই কঠোৰ গৱেষণাৰ ফল নহয়। বৰং অন্য বিষয়ৰ গৱেষণাৰ ই পাৰ্শ্ব-উপাদানহে (by-product)। কিন্তু ভূঞাৰ সেই গুৰু গৱেষণা-কৰ্মৰ এৰাহি লঘু উপাদানেৰে তেওঁ এনেকুৱা এখন মনো-ৰম জীৱনী লিখি উলিয়ালে যে একাধিক কাৰণত এই জীৱনী ভূঞাৰ

সাহিত্য কৰ্মত আৰু অসমীয়া সাহিত্যত এখন আচুতীয়া আসনৰ অধিকাৰী। ইয়াৰ বিষয় হৰিহৰ আতা এক ধৰ্মীয় পুৰুষ। মধ্যযুগৰ পৰাই ধৰ্মীয় সন্তপুৰুষসকলৰ জীৱন চৰিত ৰচি অহা প্ৰথা এটি অসমত আছে। কিন্তু এনে ধৰ্মীয় সন্তপুৰুষৰ চৰিত পুথিৰ পৰম্পৰাৰ, আৰু আনকি আধুনিক বস্তুনিষ্ঠ অসমীয়া জীৱনীৰ ধৰ্মীয় গুৰুৰ জীৱনীৰ পৰম্পৰাৰো ই বহিৰ্ভূত। চৰিত পুথিবোৰে বিষয় হিচাপে লয় সাধাৰণতে ধৰ্মগুৰুক বা গুৰু স্থানীয় লোকক আৰু সেইবোৰ সততে ভক্তি ভাবেৰে গদ্ গদ্। আধুনিক ধৰ্মীয় সন্তপুৰুষৰ জীৱনীতো বিষয় সদায় বস্তুনিষ্ঠতাৰ সত্ত্বেও শ্ৰদ্ধাৰ পাত্ৰ আৰু সমালোচনাৰ ওপৰত। এইখন ধৰ্মীয় লোকৰ জীৱনীৰ বিষয় কিন্তু কোনো গুৰুস্থানীয় লোক নহয়; বৰং এক শিষ্যহে—মাধৱদেৱৰ শিষ্য হৰিহৰ আতা। তদুপৰি চৰিত-পুথিৰ বিষয়ক সদায় ঐশ্বৰিক শক্তিসম্পন্ন অতিমানৱ বুলি জ্ঞান কৰাৰ বিপৰীতে, আৰু ধৰ্মগুৰুৰ বেছি ভাগ আধুনিক জীৱনীতো বিষয়ক সমালোচনাৰ বা দোষ-ক্ৰটীৰ ওপৰত ৰখাৰ বিপৰীতে এই জীৱনীত ইয়াৰ বিষয় অতীব ধাৰ্মিক শিষ্য হৰিহৰ আতা হৈছে পাঠকসকলৰ বাবে তেওঁৰ কথা আৰু কাম, আচাৰ আৰু নীতিৰ হেতুকে আমোদৰ বিষয়। বিষয়ৰ প্ৰতি ইয়াত ক'তো অশ্ৰদ্ধা বা অসহনশীলতা নাই; আৰু তথাপি বিষয় ইয়াত তেওঁৰ অতি নিষ্ঠা, অতি-ভক্তিৰ বাবে যেন মৃদু ব্যংগৰ পাত্ৰ। তেওঁৰ ঘৰুৱা জীৱন, দাম্পত্য সম্পৰ্কও এই ক্ষুদ্ৰকায় জীৱনীত আমোদজনকভাবেই অংকিত হৈছে। বিৱৰণ সুখ-পাঠ্য তথা আমোদজনক কৰি তুলিব পৰা ভূঞাৰ জীৱনীকাৰ হিচাপে এয়া এক নতুন গুণ আমি তেওঁৰ শেহতীয়া জীৱনীখনিত পালোঁ। গৱেষণাৰ নীৰস, কঠোৰ কাৰ্যৰ মাজতো ভূঞাই যে ৰসাল উপাদানো চিনাক্ত কৰি তাক কামত লগাব পাৰিছিল, তেওঁৰ শেষ জীৱনী তাৰেই চানেকি। তদুপৰি কেৱল ঐতিহাসিক হিচাপেহে তেওঁ যে জীৱনীকাৰ হোৱা নাছিল আৰু স্বদেশপ্ৰেমৰ খাটিৰতো কেৱল জীৱনীকাৰ হোৱা নাছিল, জীৱনীকাৰ হ'বৰ বাবে যি ৰসৰ জ্ঞান আৰু ৰস-সৃষ্টিৰ ক্ষমতা অপৰিহাৰ্য সিও ভূঞাৰ আছিল, তাকো ভূঞাই তেওঁৰ এই শেষৰ ক্ষুদ্ৰ জীৱনীখনেৰে সন্দেহাতীতভাৱে প্ৰমাণ কৰি থৈ গৈছে।

এইদৰেই আমি ঐতিহাসিক সূৰ্যকুমাৰ ভূঞাক এগৰাকী কৃতী, গুৰুত্বপূৰ্ণ জীৱনীকাৰ হিচাপে পাওঁ। সূৰ্যকুমাৰ ভূঞাৰ হাততেই প্ৰথম অসমীয়া জীৱনীয়ে পৰিপক্কতা লাভ কৰে।

# অসম সাহিত্য সভা আৰু ড° ভূঞা

**যতীন্দ্ৰনাথ গোস্বামী**

অসম সাহিত্য সভা ভূমিষ্ঠ হোৱাৰ পূৰ্বে তেনে এটা অনুষ্ঠানৰ আৱশ্যকতা অনেকে অনুভৱ কৰিছিল। এই শতিকাৰ প্ৰথম-দ্বিতীয় দশকত 'বাঁহী' আৰু 'আসাম-বান্ধৱ' আলোচনীৰ পাতত উৰ্জনি-নামনিৰ কথ্য ভাষা লৈ অপ্ৰীতিকৰ বাক্ বিতণ্ডাৰ সৃষ্টি হৈছিল। তেনে অৱস্থাত বিভিন্ন ঠাইত বিভিন্ন লোকে এখন সাহিত্য সভা স্থাপনৰ কথা চিন্তা কৰে।

কৰ্মপ্ৰাণ চন্দ্ৰনাথ শৰ্মাই গুৱাহাটী অ. ভা. উ. সা. সভাত ১৯১৪ চনত তেনে সভা স্থাপনৰ প্ৰস্তাৱ দিয়ে। কিন্তু সেই প্ৰস্তাৱ গৃহীত নহ'ল। ১৯১৫ চনত যোৰহাট সাহিত্য সভাই বিষ্টুৰাম বৰুৱা হলত 'এখন ডাঙৰ সভা' পাতে। সেই সভাৰ সম্পাদক শৰৎচন্দ্ৰ গোস্বামীয়ে প্ৰতিবেদনত কয় –' আপোনালোকৰ কৃপা আৰু আশীৰ্বাদ থাকিলে আমাৰ এই মুমলীয়া সভাই এদিন অসমৰ সাহিত্য ক্ষেত্ৰত নানাবিধ ৰত্নতুল্য শস্যৰ জননী হ'ব পাৰিব।' সেই বছৰ ৩০ ডিচেম্বৰ ডিব্ৰুগড়ত অসম কনফাৰেন্সৰ সভামণ্ডপতে অসমীয়া সাহিত্যৰ এখন অভিবৰ্তন বহে, কিন্তু সেইবাৰো একো নহ'ল। পৰৱৰ্তী বছৰত (১৯১৬) গৌৰী কান্ত তালুকদাৰৰ উকিলখানাত অধ্যাপক সূৰ্যকুমাৰ ভূঞাৰ সভাপতিত্বত হোৱা 'বৰমেল'ত পিছৰ বছৰত এখন আসাম সাহিত্য সভা স্থাপনৰ সিদ্ধান্ত কৰা হয়। অৱশেষত শিৱসাগৰ ক্লাব ঘৰত ১৯১৭ চনৰ ২৮ চেপ্তেম্বৰত তাৰাপ্ৰসাদ চলিহা বাৰিষ্টাৰৰ সভাপতিত্বত অনুষ্ঠিত হোৱা সভাত সেই বছৰতে শিৱসাগৰত হ'বলগীয়া আসাম এচোচিয়েচনৰ সময়ত ২৬ আৰু ২৭ ডিচেম্বৰত অসমৰ শিক্ষিত আৰু সাহিত্যানুৰাগী লোকক নিমন্ত্ৰণ কৰি সদৌ আসাম সাহিত্য সভা গঠন কৰিবলৈ সিদ্ধান্ত

কৰা হয়, আৰু উক্ত সন্মিলনৰ সভাপতিৰূপে পদ্মনাথ গোহাঞি বৰুৱাক নিৰ্বাচিত কৰা হয়। অভ্যৰ্থনা সমিতিৰ সভাপতি হ'ল 'ভ্ৰমৰঙ্গ' নাটকৰ অন্যতম ৰচোঁতা গুণ্ডানন বৰুৱা আৰু সম্পাদক হ'ল শিক্ষক লক্ষ্মীকান্ত বৰুৱা। ইতিমধ্যে শৰৎ চন্দ্ৰ গোস্বামী আৰু আইনজীৱী কুলধৰ চলিহা দুয়ো আলোচনা কৰি এখন নিয়মাৱলী যুগুত কৰে।

১৯১৭ চনৰ ডিচেম্বৰ মাহৰ ২৬ আৰু ২৭ তাৰিখে অসম কনফাৰেঞ্চৰ সভামণ্ডপতে পদ্মনাথ গোহাঞি বৰুৱাৰ সভাপতিত্বত সভা অনুষ্ঠিত হয়। সভাপতি গোহাঞি বৰুৱাই তেওঁৰ ৪২ পিঠিৰ ছপা অভিভাষণ প্ৰথম দিনা পাঠ কৰে। প্ৰায় সাত-আঠশ লোকৰ সমাৱেশ। গধূলি বিষয় নিৰ্বাচনী সভা বহি সভাৰ নিয়মাৱলীৰ বিষয়ে আলোচনা কৰে। দ্বিতীয় দিনৰ সভাত নিয়মাৱলী, প্ৰস্তাৱ আদি গৃহীত হয়। সভাখনৰ নাম হ'ল আসাম (পিছত অসম) সাহিত্য সভা। উক্ত সভাত শৰৎ চন্দ্ৰ গোস্বামী প্ৰধান সম্পাদক আৰু দেবেশ্বৰ শৰ্মা (চৰকাৰী উকিল) সহকাৰী সম্পাদক নিৰ্বাচিত হয়। এইদৰে অসম সাহিত্য সভাৰ আৰম্ভণি।

সুযোগ্য সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীয়ে যোৰহাটত সাহিত্য সভাৰ কাৰ্য আৰম্ভ কৰিলে। যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়, যোৰহাট নৰ্মাল স্কুল আদি বিদ্যালয়ৰ কোঠাতে মাজে-সময়ে সভাৰ কাম-কাজ চলিল। বৰ্তমান চন্দ্ৰকান্ত সন্দিকৈ স্থাপিত মাটিৰ এভাগ চৰকাৰী হাইস্কুলৰ মাটি আৰু আন অংশ এনেয়ে পৰি আছিল। শেন চকুৰা সম্পাদক গোস্বামীয়ে ছলে-বুদ্ধিৰে সেই মাটি সাহিত্য সভাৰ কাৰ্যালয় নিৰ্মাণৰ বাবে চৰকাৰৰ পৰা ল'লে। দেহা হ'লেই বেহা। ১৯২৪ চনৰ ১৭ মাৰ্চত অসম সাহিত্য সভা বিধিসঙ্গতভাৱে পঞ্জীয়ন কৰা হয়। দানবীৰ ৰাধাকান্ত সন্দিকৈৰ দানেৰে ১৯২৪ চনত যোৰহাটত অসম সাহিত্য সভাৰ কাৰ্যালয় ভৱন নিৰ্মাণৰ কাম আৰম্ভ হয়। ১৯২৬ চনৰ ২ ডিচেম্বৰ তাৰিখে তেতিয়াৰ অসমৰ ৰাজ্যপাল চাৰ জন কাৰে আনুষ্ঠানিকভাৱে চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ দুৱাৰ মুকলি কৰে। তেতিয়াৰে পৰা সভাৰ কাৰ্য নিয়াৰিকৈ চলিবলৈ ধৰে। কিন্তু বিভিন্ন কাৰণত



কৃষ্ণকান্ত সন্দিকৈদেৱৰ সভাপতিত্বত অনুষ্ঠিত হোৱা সপ্তদশ অধিৱেশনৰ (গুৱাহাটী, ডিচেম্বৰ ১৯৩৭) 'পিছৰ পৰাই সভাখনত শনিৰ দশা' পৰে। 'বিশেষ অধিৱেশন, জৰুৰী অধিৱেশন, বাৰ্ষিক অধিৱেশন আদি কাৰ্য-কলাপে এই বিপৰ্যয়ৰ সাক্ষী বহন কৰিছে।' নীলমণি ফুকন সভাৰ দুবাৰকৈ সভাপতি (১৯৪৪, ১৯৪৭) থকা কালত সভাক পুনৰ্জীৱন দিয়াৰ চেষ্টা চলিছিল যদিও ৰাইজৰ আগ্ৰহ কমি যোৱাত মাৰ্ঘেৰিটা একবিংশ অধিৱেশনত (১৯৫০) অসমৰ কুৰিজন প্ৰতিনিধিও উপস্থিত নাছিল। সভাৰ অচল অৱস্থাৰ সৃষ্টি হয়। সভাৰ দুৰৱস্থা আঁতৰ কৰিবৰ কাৰণে আৰু সভাক পুনৰ সঞ্জীৱিত কৰিবৰ কাৰণে ১৯৫৩ চনৰ নৱেম্বৰ মাহৰ ৮-৯ তাৰিখে শ্বিলঙৰ পাইনমাউণ্ট খেল-পথাৰত পদ্মশ্ৰী ড° সূৰ্যকুমাৰ ভূঞাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ দ্বাবিংশ অধিৱেশন অনুষ্ঠিত হয়। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে অসম সাহিত্য সভাৰ নৱম ধুবুৰী অধিৱেশনৰ (১৯২৬) লগতে পতা বুৰঞ্জী সভাত ড° ভূঞাই সভাপতিত্ব কৰিছিল।

সভাপতি ড° ভূঞাৰ ভাষণ সুদীৰ্ঘ, অৰ্থপূৰ্ণ আৰু গঠনমূলক। তেওঁৰ তথ্যপূৰ্ণ ভাষণৰ দুটামান উদ্ধৃতি তলত দিয়া হ'ল। (১) "এক প্ৰকাৰে ক'বলৈ গ'লে অসমীয়াৰ উন্নতিৰ উপায় এই সভাতে (অসম-সাহিত্য সভাতে-প্ৰৱন্ধকাৰ) নিহিত আছে আৰু অসমীয়াৰ জীৱন-মৰণ নিৰ্ভৰ কৰিছে এই সাহিত্য-সভাৰ কল্যাণ-অকল্যাণৰ ওপৰতেই। সেইদেখি এই অনুষ্ঠান অসমীয়াৰ কেন্দ্ৰীভূত চেনেহৰ বিশুদ্ধ সম্পত্তি, ইয়াক অসমীয়াই জীৱন গ'লেও বুকুৰ বান্ধোনৰ পৰা আঁতৰাই পেলাব নোৱাৰে।" (২) "চীন পৰিব্ৰাজক হিউয়েন চাঙে অসমলৈ আহি ইয়াৰ মানুহৰ বিদ্যাচৰ্চা আৰু স্মৃতি-শক্তিৰ প্ৰশংসা কৰি থৈ গৈছে। ৰজায়ো বিদ্যাচৰ্চা কৰিবলৈ ভাল পাইছিল, আৰু দূৰ বিদেশৰ পণ্ডিত আৰু জ্ঞানী মানুহে অসমত আশ্ৰয় লাভ কৰিছিল। মহাৰাজ ৰত্নপালৰ দিনতো কামৰূপৰ ৰাজধানী নানান পণ্ডিত আৰু কবিৰ দ্বাৰা অলঙ্কৃত হৈছিল। প্ৰাচীন ফলিবোৰৰ প্ৰশস্তিখণ্ডত বিবিধ কাব্যৰ ঝঙ্কাৰ

শুনা যায়। এই কামৰূপতে তন্ত্ৰ স্মৃতি আৰু ব্যাকৰণ এই তিনি শাস্ত্ৰ নতুন ঠাঁচেৰে সঙ্কলিত হয়। সবাতোকৈ আনন্দৰ কথা যে মহাপৰাক্ৰমী যোদ্ধা বীৰ শুক্লধ্বজেও গীত-গোবিন্দ গ্ৰন্থৰ টীকা এখন প্ৰণয়ন কৰি থৈ গৈছে।" (৩) "এই যুগত (আহোম ৰাজত্বত—প্ৰৱন্ধকাৰ), ৰামায়ণ, মহাভাৰত, পুৰাণ আদিৰ কথা আমাৰ দেশত ইমান ৰাষ্ট্ৰ হৈ পৰে যে সাধাৰণ অশিক্ষিত খেতিয়ক মানুহেও হিন্দু দেৱ-দেৱতাৰ মহিমা আৰু মহাকাব্য পুৰাণৰ কাহিনীবোৰ জানিবলৈ ধৰে। এনে বিস্তৃত জন-শিক্ষা বোধকৰোঁ ভাৰতৰ কোনো ৰাজ্যতে হোৱা নাছিল। মাথোন ইউৰোপৰ ৰিনেইছেন্‌ছৰ যুগত এই সৰ্বব্যাপী জনশিক্ষাৰ আভাস পোৱা যায়। যাৰ ফলত সামান্য ৰণুৱায়ো মহাবীৰ আলেকজেণ্ডাৰৰ কথা আলোচনা কৰিবলৈ সক্ষম হৈছিল। এই জনশিক্ষাই অসমৰ প্ৰজাক সুৰুচিপূৰ্ণ আৰু পৰিমাৰ্জিত কৰি থৈ গৈছে। অসমৰ নাম-কীৰ্ত্তনৰ মহিমা শুনি আতঙ্কিত হৈ ৰাজপুতনাৰ পৰা অম্বৰাধিপতি ৰামসিংহলৈ তেওঁৰ মাক আৰু ঘৈণীয়েকে সতৰ্কবাণী লিখি পঠিয়াইছিল 'আমি শুনিছো সিদেশত নামকীৰ্ত্তন অনেক প্ৰকাশ হৈ আছে। এনে দেশ মাৰিলে তাৰ পৰিণাম কি হ'ব তুমি জানা। এই দেশ মাৰি গৌৰ-জুমলাই কিমান দিন থাকে? তেওঁ নিজৰ ঠাঁয়ো উভতি নাপালেহি। গতিকে ইয়াকে দেখি যি ভাল পোৱা কৰিবা।" (৪) "উচ্চ মনোবৃত্তি আৰু ঐকান্তিক দেশপ্ৰেমৰ বতাহ-পোহৰ নাপালে স্বাধীনতা বৃক্ষ কেতিয়াও জীয়াই থাকিব নোৱাৰে। সেই মনোবৃত্তি আৰু দেশপ্ৰেমৰ দৃষ্টান্ত অসমীয়াৰ অতীত কাহিনী অগণনভাৱে সিঁচৰতি হৈ পৰি আছে।" (৫) "এতিয়াও যিবোৰ প্ৰাচীন গ্ৰন্থ পোৱা যায় তাৰ সন্ধেদ ল'লে সক-লোৱে বুজিব পাৰিব যে বিষয়-বস্তুৰ উৎকৰ্ষতা আৰু বহুমুখী সৌষ্ঠৱত জগতৰ অতি কম সাহিত্যইহে অসমীয়া সাহিত্যক চেৰ পেলাব পাৰিছে। অসমীয়াই যাতে এই কথাষাৰ হৃদয়ঙ্গম কৰিব পাৰে, যাতে তাৰ ফলত অসমীয়াৰ আত্ম-সম্ভ্ৰম বৃদ্ধি হয় আৰু অসমীয়াৰ প্ৰতি অনা-অসমীয়াৰ শ্ৰদ্ধা সৃষ্টি হয় তাৰ কাৰণে সাহিত্য সভাই ঐকান্তিক চেষ্টা কৰাটো



যুগুত।" (৬) "বৈষ্ণৱ ধৰ্মৰ বিস্তৃতিৰ যুগত যেনেকৈ উপনিষদী গ্ৰন্থ ওলোৱাত মানুহৰ মাজত উচ্চ আদৰ্শ প্ৰচাৰিত হৈছিল, এতিয়াও অসমীয়া কৃষ্টি সংস্কৃতি জাতীয় আৰু সামাজিক জীৱনৰ বিষয়ে অবিৰত গ্ৰন্থ প্ৰকাশিত হ'লে অসমীয়াৰ কপালত ঘটা চিৰ অৱজ্ঞাৰ ঠাইত অপূৰ্ব সম্ভ্ৰম আৰু মৰ্যাদাই দেখা দিব। ই ধ্ৰুৱ।" (৭) "সাহিত্যই হৈছে দেশত ঐক্যসাধনৰ প্ৰধান উপায়। প্ৰত্যেক জাতিৰে অতীত সম্ভাৰ আছে, এই অতীত সম্ভাৰ হৈছে জাতিৰ এজমালি সম্পত্তি। এই এজমালি সম্পত্তিৰ ভাগ-বিতৰণ যিমানেই ব্যাপক হয় তিমানেই জাতিৰ ভিন্‌ ভিন্‌ মানুহৰ মাজত একে মনোভাৱ সৃষ্টি হয়।" (৮) "অসমীয়া মানুহৰ আশা-আকাঙ্ক্ষাৰ ছবি ফুটাই তোলাত কেজনমানে উপন্যাস আৰু চুটিগল্প লিখাত প্ৰবৃত্ত হৈছে। প্ৰগতিশীল চিন্তাধাৰা ব্যক্ত কৰাত প্ৰাচীন কবিতাৰ সাজ অক্ষম বুলি ভাবি কোনো কবিয়ে নতুন ছন্দেৰে কবিতা লিখাত লাগিছে; ভাব আৰু ভাষাত যদি মৌলিকতা, ৰস আৰু হৃদয়গ্ৰাহী স্পন্দন থাকে তেনেহ'লে এই নতুন সাজৰ কবিতা পঢ়ি অভ্যাসৰ ফলত পাঠকসকলে তাতো আনন্দ আৰু সোৱাদ পাবলৈ ধৰিব। ....নতুন যুগৰ ডেকাদলৰ মনোবৃত্তিলৈ চালে এনে অনুমান হয় যেন তেওঁলোকৰ চিত্তক বিচিত্ৰ আদৰ্শবাদে আন্দোলিত কৰিছে, আৰু সত্য অন্বেষণৰ ফালে তেওঁলোকৰ মন উধাও হৈছে। এই সন্ধিক্ষণত সাহিত্যৰ চিৰ প্ৰভাৱ সহায় বিশেষ লাগতিয়াল হৈ পৰিছে।" (৯) "বিশ্বৰ সভ্যতালৈ ভাৰতৰ অৱদান হৈছে সত্যৰ সন্ধান আৰু পাৰমাৰ্থিক চিন্তাৰ উৎকৰ্ষতা, মৈত্ৰীভাৱ আৰু অহিংসা; গ্ৰীছৰ অৱদান হৈছে ন্যায়ৰ প্ৰভুত্ব আৰু শিল্প আৰু সুন্দৰৰ অনুশীলন; ৰোমৰ অৱদান হৈছে সাম্ৰাজ্য সংগঠনৰ পদ্ধতি; আৰবৰ অৱদান হৈছে সাম্যবাদ; ফ্ৰান্সৰ অৱদান হৈছে গণতন্ত্ৰ; ইংলণ্ডৰ অৱদান হৈছে উচ্চ আদৰ্শ আৰু পাৰ্থিবতাৰ সামঞ্জস্য; আৰু আমেৰিকাৰ অৱদান হৈছে যান্ত্ৰিক উদ্যোগৰ সহায়েৰে দ্ৰব্য সামগ্ৰীৰ উৎপাদন বৃদ্ধি কৰি দেশৰ সৰ্বাঙ্গীন উন্নতি সাধন। অসমীয়াই জগতৰ সভ্যতালৈ কি অৱিহণা আগবঢ়াব?" ইত্যাদি।

অসম সাহিত্য সভাৰ কৰণীয় কাম প্ৰসঙ্গত তেওঁ কয়, ' অসমীয়া ভাষাত প্ৰকাশিত আধুনিক সকলো আলোচনী আৰু বাতৰি কাকত গোটাই কোনো ঠাইত একেলগ কৰি থোৱাৰ ব্যৱস্থা কৰিব লাগে, কাৰণ বৰ্তমান যুগত অসমীয়াৰ সাহিত্যিক প্ৰতিভা ঘাইকৈ সাময়িক কাকততে লুকাই সোমাই আছে। অসমীয়া ভাষাত প্ৰকাশিত প্ৰাচীন আৰু আধুনিক গ্ৰন্থৰ এখন সম্পূৰ্ণ তালিকা সাহিত্য সভাই যুগুত কৰি উলিওৱা উচিত। ... প্ৰাচীন গ্ৰন্থকাৰসকলৰ প্ৰায় প্ৰতিজনে স্বৰচিত গ্ৰন্থৰ আদিতে, মাজতে বা শেহৰফালে, নিজৰ পৰিচয় দি গৈছে। সেইবোৰ ভণিতা একেলগে গোটাব পাৰিলে তাৰ পৰা অসমীয়া সাহিত্যৰ ধাৰা বিশ্বাসযোগ্যভাৱে নিৰুপণ কৰাৰ বিশেষ সম্বল হ'ব। জীৱিত গ্ৰন্থকাৰসকলৰ আৰু পাৰিলে অতীতৰ গ্ৰন্থকাৰসকলৰো চমু বৃত্তান্ত থকা এখনি গ্ৰন্থ বা 'হু-ইজ্-হু' সঙ্কলন আৰু প্ৰকাশৰ ভাৰ সাহিত্য সভাই ল'ব লাগে। ইয়াৰ বাহিৰেও, ফকৰা সংগ্ৰহ, পুৰণি গীত মাত সংগ্ৰহ জিকিৰ সংগ্ৰহ, সাধুকথা সংগ্ৰহ, পুথি সংগ্ৰহ, চন্দ্ৰকান্ত অভিধানৰ সংশোধনী আৰু পৰিবৰ্দ্ধনী সঙ্কলন আৰু প্ৰকাশ, -এইবোৰ আৰু এনে ধৰণৰ অন্যান্য কাম সাহিত্য সভাৰ চলন্তি কামৰ ভিতৰতে ধৰিব পাৰি।" ইয়াৰ উপৰি তেওঁ যথাৰ্থ মন্তব্য কৰিছে,—"পৰিকল্পনাৰ প্ৰাচুৰ্যত কোনো গৌৰৱ নাই, গৌৰৱ আছে তাকৰীয়াকৈ হ'লেও তাক নিখুঁতভাৱে সম্পাদন কৰি তোলাতহে। এশজোপা বৰগছৰ পুলি ৰুই তাক অযত্নত মৰিবলৈ দিয়াতকৈ এজোপা বকুলৰ পুলি প্ৰতিপাল কৰি তাক জীয়াই ৰাখি ফলে-ফুলে জাতিষ্কাৰ কৰি তোলাটোহে বেছি কৃতিত্বৰ কথা।" কেনে সাৰগৰ্ভ কথা ! এই বচন মানি নচলাৰ বাবেই সভাৰ আজি আৰ্থিক দুৰৱস্থা।

৮ নবেম্বৰ তাৰিখে আবেলি বিধানসভাৰ সদস্যসকলৰ নিবাস ভৱনত আবেলি ৫-৩০ বজাৰ পৰা বিষয়-বাছনি সভাৰ কাম আৰম্ভ হৈ পিছদিনা পুৱা ৪ বজালৈকে চলে। নিয়মাৱলীৰ অনেক পৰিবৰ্তন হয়, আৰু মুগ সভাত দাঙি ধৰিবলৈ ৯টা সাধাৰণ প্ৰস্তাৱ গৃহীত হয়।



দ্বিতীয় দিনৰ অধিৱেশনত ( ৯ নবেম্বৰ ) সভাৰ প্ৰধান সম্পাদক কেশৱ নাৰায়ণ দত্তৰ প্ৰতিবেদন আৰু আয়-ব্যয়ৰ হিচাপ পৰীক্ষা কৰিবলৈ এখন 'প্ৰতিবেদন পৰীক্ষা সমিতি' গঠন কৰিবলৈ দাঙি ধৰা ( শ্ৰীমান প্ৰফুল্ল গোস্বামী ) প্ৰস্তাৱ সন্দৰ্ভত দুই এজন সদস্যই বিৰোধিতা কৰে, তৰ্ক-বিতৰ্ক হয়। কিন্তু সভাপতি ড° ভূঞাৰ 'মধ্যস্থতাত আৰু দুগৰাকী সভাপতি অম্বিকাগিৰী ৰায়চৌধুৰী আৰু নীলমণি ফুকন ডাঙৰীয়াৰ সভামণ্ডপৰ ওপৰত মিলনৰ দৃশ্যই 'অমিল অজীন সুৰ'ৰ সামৰণি পেলায় আৰু প্ৰস্তাৱটো সৰ্বসন্মতিক্ৰমে গৃহীত হয়। এই অধিৱেশনত অতুলচন্দ্ৰ হাজৰিকা সভাৰ প্ৰধান সম্পাদক, ৰজনীকান্ত দেৱশৰ্মা পত্ৰিকাৰ সম্পাদক আৰু তাৰিণীচৰণ দাস ধন ভঁৰালী নিৰ্বাচিত হয়। অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সভাৰ প্ৰথম অধিৱেশনতে (যোৰহাট, ১৬।৭।৫।৫৪ হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য আৰু এই লেখকক সহকাৰী সম্পাদক মনোনীত কৰা হয়। সভাৰ কাৰ্যনিৰ্বাহকৰ তৃতীয় অধিৱেশনত গৃহীত প্ৰস্তাৱসমূহৰ ভিতৰৰ এটা হৈছে '....সমিতিয়ে অসম গৱৰ্ণমেণ্টক টানি অনুৰোধ কৰে যেন অবিলম্বে চৰকাৰে বছৰে পঁচিশ হাজাৰ টকাৰ মঞ্জুৰি দি এটি গ্ৰন্থ প্ৰকাশনী পুঁজি স্থাপন কৰে'। এই প্ৰস্তাৱ মৰ্মে অসম চৰকাৰে 'অসম প্ৰকাশন পৰিষদ' স্থাপন কৰে। কাৰ্যনিৰ্বাহকৰ এই অধিৱেশনে 'চন্দ্ৰ কান্ত অভিধানখনৰ সংশোধন আৰু পৰিবৰ্দ্ধনৰ কাম হাতত ল'বলৈ গুৱাহাটী বিশ্ববিদ্যালয়ক অনুৰোধ কৰে।' এই প্ৰসঙ্গত চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ন্যাস সমিতিয়ে অনুৰূপ সিদ্ধান্ত গ্ৰহণ কৰে। এই বছৰতে সভাই উপাধিপ্ৰদান সম্পৰ্কীয় সমিতি গঠন কৰে। পুথি প্ৰকাশৰ আঁচনি কৰা হয়, য়ুনেস্কলৈ প্ৰতিনিধি পঠোৱা হয়। সভাৰ পুঁজিৰ অৱস্থা টনকিয়াল কৰা বিভিন্ন কথা চিন্তা কৰে।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে সভাপতি ড° ভূঞাই সভাৰ কামত যোৰহাটলৈ অহা-যোৱা কৰোঁতে সভাৰ পৰা কোনো ভ্ৰমণ বানচ লোৱা নাছিল। এই কাৰ্যকালতে অসম সাহিত্য সভাই ধৰ্মেশ্বৰী দেৱী বৰুৱানীক কাব্য-ভাৰতী উপাধিৰে বিভূষিত কৰে। ড° সূৰ্যকুমাৰ ভূঞাৰ

কাৰ্যকালত আৰু সভাপতিৰ ধীৰ, স্থিৰ আৰু সাম্য মূৰ্তিৰ গুণত সভাই অসমৰ বাইজৰ আস্থা ঘূৰাই আনিবলৈ সমৰ্থ হয়। ইয়াৰ মূলতে হ'ল ড° ভূঞাদেৱৰ পাণ্ডিত্য, সাহিত্যিক বৰগুণি, দেশপ্ৰেম আৰু গঠনমূলক দৃষ্টিভঙ্গী।

"সাহিত্য সভাৰ ভাগ্যচক্ৰত তেতিয়াও ৰাহু কেতু তুঙ্গী হৈ থাকিলেও কেন্দ্ৰত বৃহস্পতি সমসৰ 'সূৰ্য'। ধনভঁড়ালৰ আচল পুঁজিবোৰ ক্ৰমাৎ সচল কৰা হ'ল। ফালৰি কাটি থকাসকলে চাপিকুচি আহি সহযোগ আগবঢ়ালে। তাৰ ফলত অৰ্থাৎ ড° ভূঞা প্ৰমুখ্যে কাৰ্যকৰী সভাৰ সদৌটি সদস্যই মাৰবান্ধি থিয় দিয়াত আৰু বিভিন্ন স্থানত থকা সাহিত্যপ্ৰেমীসকলে সহায়-সমৰ্থন দিবলৈ কৃপনালি নকৰাত অচিৰতে অৱস্থাৰ পৰিবৰ্তন ঘটিল। মুজুৰা পৰি থকা সভাখনৰ পুনৰ জয়যাত্ৰা আৰম্ভ হ'ল, (অতুলচন্দ্ৰ হাজৰিকা, অসম সাহিত্য সভাৰ ৰূপলেখা, ১৯৭৭)।

# ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ এলানি অগ্ৰন্থিত প্ৰবন্ধ

যোগেন্দ্ৰনাৰায়ণ ভূঞা

ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ দ্বাৰা ৰচিত আৰু সমসাময়িক বিভিন্ন কাকত-আলোচনীত প্ৰকাশিত এলানি প্ৰবন্ধৰ লগত অলপতে আমাৰ পৰিচয় ঘটিছে। এই প্ৰবন্ধলানি ভূঞাদেৱে লিখিছিল ১৯০৮ আৰু ১৯৬৩ খ্ৰীষ্টাব্দৰ ভিতৰত। সেইছোৱা কালৰ বিভিন্ন কাকত-আলোচনী, যেনে, 'আসাম বন্তি', 'উষা', 'মিলন', 'বাঁহী', 'সাধনা', 'চেতনা', 'অৰ্ঘ্য', 'নতুন অসমীয়া', 'জনমভূমি', 'জয়ন্তী', 'ৰামধেনু' আদিত এই প্ৰবন্ধবোৰ প্ৰকাশ পাইছিল। হেৰাই যোৱাৰ আশংকাত উল্লিখিত কাকত-আলোচনীত প্ৰকাশ পোৱা এই লিখাসমূহ ড° ভূঞাদেৱে মৃত্যুৰ প্ৰায় এবছৰৰ পূৰ্বে ১৯৬৩ চনত নিজৰ আঁচনিমতে থুপাই থৈ যায়। প্ৰসংগক্ৰমে ক'ব পাৰি, আঁচনি তৰি কাম কৰা বিষয়ত ড° ভূঞাদেৱ অসমত কেৱল অদ্বিতীয়েই নহয়, এজন প্ৰবাদপুৰুষো। ড° মহেশ্বৰ নেওগদেৱে কোৱামতে (দ্ৰষ্টব্য—'Professor Surya Kumar Bhuyan Commemoration Volume) ভূঞাদেৱে নিজৰ জীৱন-টোকা বিভিন্ন খণ্ডত ভগাই আঁচনি মতে আৰু পদ্ধতিগতভাৱে পাব খুজিছিল ('He planned his own life laying it out in parts—even though it may be that he could not realize all he wanted to')।

মনীষী কাৰ্লাইলৰ 'ফ্ৰেন্স ৰিভল্যুশ্বন' গ্ৰন্থৰ প্ৰথম খণ্ডটো জন ষ্টুৱাৰ্ট মিলৰ অসতৰ্কতাৰ পৰিণামত লোপ পালে। আৰ্থাৰ কম্প্টন ৰিকেটে কোৱামতে (দ্ৰঃ 'A History of English Literature') গ্ৰন্থখনৰ প্ৰথম খণ্ডৰ পাণ্ডুলিপিটো কাৰ্লাইলৰ বন্ধু মিলে পঢ়িবলৈ নিওঁতে মিলৰ লগুৱাটোৱে পাণ্ডুলিপিটোৰ প্ৰায় গোটেইখিনি পাত

ব্যৱহাৰ কৰিলে জুই ধৰা কাগত। ডা° জন পিটাৰ ব্ৰেডে ৰচনা কৰা স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ ৰাজত্ব কালৰ বুৰঞ্জী (History of the Reign of King Gaurinath Singha) খনো বিলুপ্ত হ'ল— ব্ৰেডৰ বন্ধু এজনৰ (Mr. Francis Fawke) অৱহেলাৰ ফলত।

উল্লিখিত দুইটা ঐতিহাসিক ঘটনাৰ পৰা ইতিহাসবিদ ড° ভূঞাই শিক্ষা গ্ৰহণ কৰাৰ কথা নিজে কৈছে। সেইবাবেই কাকত আলোচনীত প্ৰকাশিত নিজৰ এই লেখাবোৰৰ প্ৰতিলিপি তেখেতে পাৰিশ্ৰমিক দি বিভিন্নজনৰ হতুৱাই প্ৰস্তুত কৰাই ৰাখিবলৈ লয় ১৯৩৯ চনৰে পৰা। গভীৰ উপলব্ধিৰে তেখেতে বিশ্বাস কৰিছিল যে তেখেতৰ বাহিৰে দ্বিতীয় ব্যক্তি এজনে বিভিন্ন কাকত আলোচনীৰ পৰা সেই লেখাবোৰ সংগ্ৰহ কৰাটো কঠিন কাম। আনহাতে সেই লেখাবোৰৰ লগত যে তেখেতৰ দেহ-মনৰ কিমান সংযোগ নিহিত আছে! আকৌ, নিজৰ লেখাবোৰক একেটা থূপতে চাবলৈ পোৱাটোও যে লেখক এজনৰ বাবে কিমান সন্তোষৰ কাৰণ! নিজে প্ৰস্তুত কৰি যোৱা বুৰঞ্জী, সাহিত্য সংস্কৃতি আদি বিভিন্ন বিষয়ক প্ৰবন্ধৰ থূপ এটাৰ (বিবিধ প্ৰবন্ধ) প্ৰসংগত ড° ভূঞা-দেৱে ১৮.৮.৬৩ তাৰিখে লিখি থৈ গৈছে এনেকৈ : "These articles of mine in the compilation of which I have bestowed so much labour and pain, are made readily available. I feel very sure that it will not be possible for another man to colleet the articles, as he will not be able to trace them, and magazines are not easily available. Whatever may be the fate of these little performances of mine, I have atleast got the satisfation of seeing them in one place, thereby reviving the memory of past associations and exertions."

ড° ভূঞাদেৱৰ পাণ্ডুলিপিৰ আন এটা থূপ বিভিন্ন সময়ত বিভিন্ন লেখকৰ কেইখনমান কিতাপৰ বিষয়ে তেখেতে প্ৰকাশ কৰা অভিমত



বা বিশ্লেষণৰ সমষ্টি। এইখিনি লেখাও যথোচিত সম্পাদনাৰে (...'after properly editing them') প্ৰকাশ কৰাৰ ইচ্ছা তেখেতে পোষণ কৰি গৈছে ৩০.৭.৬৩ তাৰিখে। পাণ্ডুলিপিৰ আন এটা থূপত ঘটিছে অসমীয়া সাহিত্য সম্পৰ্কীয় কেইটামান প্ৰবন্ধ আৰু টোকাৰ সন্নিবেশ। শেষোক্ত থূপ দুটাৰ পৰা নিৰ্বাচিত প্ৰবন্ধৰ সংকলন এটা যথোপযুক্ত শিৰোনামা এটাৰে প্ৰকাশ কৰাৰ ইচ্ছা তেখেতে ব্যক্ত কৰি গৈছে এইদৰে, "A selection can be made from these two volumes, and published under an appropriate title."

ভূঞাদেৱৰ এই প্ৰবন্ধলানিৰ কেইবাটাতো মূৰ্ত হৈ উঠিছে অতীত অসমৰ জাতীয় জীৱনৰ চিত্ৰ। কেইটামান লেখাত তেখেতৰ সান্নিধ্য সংস্পৰ্শলৈ অহা বা তেখেতৰ দৃষ্টিত পৰা অসমীয়া সাহিত্য-সাধকৰ সৃষ্টি বা চেষ্টাৰ মূল্যায়ন কৰা হৈছে, নতুবা সপ্ৰশংস পৰিচয় দাঙি ধৰা হৈছে। আন কেইটামানত আকৌ বিভিন্ন প্ৰকাৰে আমাৰ জাতীয় জীৱনক সমৃদ্ধ কৰা কেইগৰাকীমান বৰেণ্য ব্যক্তিৰ শব্দচিত্ৰ অংকিত হৈছে। আন কথাত ক'বলৈ গ'লে আমাৰ অতীতৰ গৌৰৱ, বৰ্তমানৰ তন্দ্ৰালসতা, আৰু ভৱিষ্যতৰ স্বপ্ন, এয়ে তেখেতৰ এই প্ৰবন্ধসমূহৰ বক্তব্য বিষয়।

কৈ থোৱা ভাল, অসমৰ প্ৰসিদ্ধ ঐতিহাসিক আৰু ইতিহাসবিদ, কবি প্ৰবন্ধকাৰ, জীৱনীকাৰ ড° সূৰ্যকুমাৰ ভূঞাৰ পাণ্ডিত্য বা কৃতিত্বৰ উত্তৰণ এই প্ৰবন্ধলানিত ঘটিছে বুলি ক'ব নোৱাৰি ; অসমীয়া ভাষা-সাহিত্যৰ ডাঙৰ অভাৱ একোটা পূৰণ কৰিব পৰা গুৰুত্বও হয়তোবা এই প্ৰবন্ধলানিত নাই। ড° ভূঞাদেৱৰ ইতিপূৰ্বে প্ৰকাশিত বিভিন্ন গ্ৰন্থই আমাৰ সমাজ-সংস্কৃতিক, আমাৰ ভাষা-সাহিত্যক আৰু আমাৰ জাতীয় জীৱনক বহু পৰিমাণে সমৃদ্ধ কৰি থৈছে। সেই দিশৰ পৰা এই প্ৰবন্ধ-লানিৰ মূল্য তুলনামূলকভাৱে কম। কিন্তু সূৰ্যকুমাৰ ভূঞাৰ সাধনা আৰু সিদ্ধিৰ পৰিমাপ কৰাত, তেখেতৰ ধ্যান-ধাৰণা আৰু চিন্তা-চৰ্চাৰ পম খেদাত আৰু তেখেতৰ আপোন ভাষা-সাহিত্য প্ৰীতি আৰু ঐতিহ্য চেতনাৰ উমান লোৱাত এই প্ৰবন্ধলানি বিশেষ সহায়ক বুলি নিশ্চিত-

ভাৱে ক'ব পাৰি। কোনো কোনো লেখকে জীৱনৰ আগবয়সৰ নিজৰ লেখা একোটাৰ প্ৰতি পৰিণত বয়সত বিশেষ বা কোনো ধৰণৰ মোহ অনুভৱ নকৰিব পাৰে। নিজৰ সন্তান-সন্ততিৰ প্ৰতিও সকলোৰে আসক্তি-অনুৰক্তি একে নহয়। ড° সূৰ্যকুমাৰ ভূঞা পিছে সেইসকল লোকৰ মাজতো নাই। আনহাতে এজন সচেতন পাঠকৰ বাবে, লেখক এজনৰ কৃতি আৰু কীৰ্তিৰ পৰিমাপক এজনৰ বাবে সংশ্লিষ্ট লেখকজনৰ প্ৰতিটো লেখায়েই নিঃসন্দেহে সমানে গুৰুত্বপূৰ্ণ। আপাততঃ গুৰুত্বহীন লেখা একোটায়ো কেতিয়াবা প্ৰচলিত ধাৰণা একোটাক জোকাৰি দিব পাৰে। ভূঞাদেৱৰ এই ৰচনালানিত তেনে ধৰণৰ লেখা কেইবাটাও। বিশেষকৈ, কুৰিৰ দেওনাখনো নৌ পাৱ হওঁতেই সূৰ্যকুমাৰ ভূঞাই কৰা চিন্তা আৰু চৰ্চাৰ ওজন-আয়তন বুজাব পৰা কেইবাটাও লেখা এই প্ৰবন্ধলানিৰ মাজত আছে।

'সাহিত্য সেৱা আৰু ছাত্ৰৰ গোহাৰি' শীৰ্ষক লেখাটোত ১৯০৮ চনত শ্বিলং গবৰ্ণমেণ্ট হাইস্কুলৰ প্ৰথম (এতিয়াৰ দশম) শ্ৰেণীৰ ছাত্ৰ এজনৰ মনৰ খবৰ আছে। সূৰ্যকুমাৰৰ প্ৰকৃত বয়স তেতিয়া ষোল বছৰ (তেওঁৰ জন্ম চন প্ৰকৃততে ১৮৯২ হে, ১৮৯৪ নহয়)। এই স্কুলীয়া ছাত্ৰজনে তেতিয়া তেজপুৰৰ পৰা প্ৰকাশিত 'আসাম বন্তি' কাকতৰ যোগেদি অসমীয়া ছাত্ৰসকললৈ পত্ৰযোগে যি গোহাৰি জনাইছিল, তাতেই সূৰ্যকুমাৰৰ মনৰ ছবিখন ফট্‌ফটীয়া হৈ জিলিকি উঠিছে। চিঠিত (৩১.৮.১৯০৮) প্ৰকাশ পোৱামতে সেই সময়ত 'অসমীয়া সমাজৰ অধিকাংশৰে কাকতলৈ সহানুভূতিৰ আৰু জাতীয় ভাৱৰ অভাৱ।' তেনে অভাৱৰ বাবেই জোনাকী, বিজুলী, আসাম নিউচ লোপ পালে। উষা আৰু আসাম বন্তি যে তেতিয়া জীয়াই আছিল, সেইটোহে আশ্চৰ্যৰ বিষয়। 'ভালেমান উচ্চ শিক্ষা পোৱা ডাঙৰীয়াই নিজৰ মাতৃভাষাৰ অনুশীলন কৰা দূৰৈত থাকক, উষা, বন্তিলৈ কেৰাহিকৈয়ে নেচায়; আৰু সেই বিধৰ ডাঙৰীয়াসকলেই কাকতৰ ভুল-চুক ধৰাত আৰু অপৰিহাৰ্য বিলম্বৰ নিমিত্তে বিকৰ্থনা কৰাত সবাতোকৈ পাকৈত।' সূৰ্যকুমাৰে



কোৱা এই 'উচ্চ শিক্ষা পোৱা ডাঙৰীয়াসকল' আছিল, কৃপাবৰ বৰবৰুৱাই 'জুগুলী' প্ৰবন্ধত বিনামূল্যে জুগুলী বিতৰণ কৰিবলগীয়া বুলি কোৱা 'উকিল, হাকিম, চিৰস্তাৰ, পেস্কাৰ, তহচিলদাৰ, মৌজাদাৰ, প্ৰভু ঈশ্বৰ আৰু ডাঙৰীয়াসকল।' এখন মুকলি চিঠি'ত কৃপাবৰে এইসকল মানুহেই 'পইচা দি বিদেশী কাকত পঢ়ে; কিন্তু অসমীয়া কাকতৰ বেলিকা সিহঁতৰ খুলশালিয়েকহঁতৰ মুৰকেইটা খোৱা যেন শোক পায়।' এইসকল লোকক সম্বুধি কৃপাবৰে কৈছে, 'কাকতৰ সামান্য বেচ-ফেৰাকে নিদিয়, ইফালে কাকতৰ ছপা ভাল হ'ব লাগে, কাকতে কিংখাপৰ মেখেলা আৰু গাজৰ ৰিহা পিন্ধি ওলাব লাগে।' 'উষা'ৰ জীৱন কালত সূৰ্যকুমাৰৰ লেখীয়া ছাত্ৰসকলৰ অনেকৰেই মাতৃভাষা-প্ৰীতি উল্লিখিত 'ডাঙৰীয়াসকল'ৰ তুলনাত বেছি আছিল বুলি ক'বৰ মন যায়। নহ'লেনো জুগুলীৰ বাৰ্ষিক বৰঙণি দুটকাৰ ঠাইত মণ্ডল আৰু শিক্ষকৰ লগতে 'ছাতৰৰ নিমিত্তেও চাৰি টকা ধাৰ্য কৰেনে কৃপাবৰে?

বাংলা সাহিত্যৰ যশস্বী লেখক বুদ্ধদেৱ বসুৱে ১৯৪৭ চনত লিখা এটা প্ৰবন্ধত (সাংবাদিকতা, ইতিহাস, সাহিত্য) কৈছে, 'মুদ্ৰাযন্ত্ৰ জন্ম দিলো সংবাদ পত্ৰকে, সৰ্বজনীন প্ৰথম পাঠ তাকে লালন কৰলো, তাৰ পৰ দেখতে দেখতে তা হয়ে উঠলো প্ৰজাবৃন্দেৰ প্ৰধান পাঠ, জনগণেৰ একমাত্ৰ মানসিক খাদ্য। বৰ্তমান পৃথিৱীৰ সাক্ষৰ জনসংখ্যাৰ প্ৰায় সকলেৰ পক্ষে প্ৰতিদিনেৰ প্ৰথম প্ৰাতঃকৃত্য হলো, পত্ৰিকা পাঠ, অনেকেৰ পক্ষে ত্ৰিসন্ধ্যাৰ আহ্নিক অনুষ্ঠান' (সাহিত্য চৰ্চা, ১ম সংস্কৰণ, পৃঃ ১৬৭)। ষোল বছৰ বয়সীয়া ছাত্ৰ সূৰ্যকুমাৰে ১৯০৮ চনত লিখিছিল, 'বাতৰি কাকতেই সাধাৰণ প্ৰজাপুঞ্জৰ সাহিত্য শাস্ত্ৰ আৰু মুখপাত্ৰ (advocate)। আন সুসভ্য দেশবাসীসকলে কাকতক জীৱনৰ নিতান্ত লাগতিয়াল বস্তু আহাৰ, পানী আদিৰ দৰে বিবেচনা কৰে, আৰু আমি দৈনিক জীৱনৰ বস্তু আদিৰ অভাৱ যিদৰে অনুভৱ কৰোঁ, তেওঁলোকে কাকতৰ অভাৱ তাতোকৈ বেছি অনুভৱ কৰে। দুইখিনি কথা একে বুলি আমি নকওঁ। কিন্তু সুৰ? দুয়োজনৰ কথা সমসুৰীয়া নিশ্চয়। বক্তা

দুজনৰ বয়সৰ পাৰ্থক্যটো আৰু দুইখিনি কথাৰ কালৰ ব্যৱধানটো মনত ৰাখি অনুভৱ কৰিবলৈ যত্ন কৰিলে দুয়ৰ সাদৃশ্যটো প্ৰকট হ'ব বেছিকৈ।

'স্থানীয় বাতৰি' শীৰ্ষক লেখাটোত সূৰ্যকুমাৰ ভূঞাৰ আত্মপ্ৰকাশ ঘটিছে 'আসাম বন্তি' কাকতৰ খিলঙৰ স্থানীয় সংবাদদাতাৰ ৰূপত। খিলঙৰ বতৰ, ৰোগ-ব্যাধি, চৰকাৰী বিষয়াৰ গমনাগমন, হাইস্কুলত অসমীয়া শিক্ষকৰ অভাৱ, আসাম ক্লাৱৰ অৱস্থা আৰু কাৰ্যকলাপ, সাংস্কৃতিক পৰিবেশ ইত্যাদি বিষয় স্থানীয় বাতৰিয়ে সামৰিছে। 'সাধাৰণৰ স্বাস্থ্য মজলীয়া। বতৰ ব'দে বৰষুণে মিহলি। আমাৰ নতুন দুৱলীয়া লাট চাৰ বেইলি চাহাবে ৬ জুলাই তাৰিখে দেশ পৰিভ্ৰমণ কৰিবলৈ গ'ল। যোৱা ২৫ আৰু ২৭ জুন তাৰিখে আসাম বেঙ্গল থিয়েটাৰ পাৰ্টিয়ে 'পখীৰাজ' অভিনয় কৰিলে। বাস্তৱিকে অভিনয়টি বৰ ভাল হৈছিল। আমাৰ অসমীয়া ডাঙৰীয়াসকলৰ গা উঠা নাই নে? আজি-কালি ইয়াত যথেষ্ট অসমীয়া আছে। তেওঁলোকে ইচ্ছা কৰিলেই অতি পৰিপাটিকৈ এটি অভিনয় কৰি ৰাইজক দেখুৱাব পাৰে; কিন্তু অসমীয়াসকলৰ সেই ফালে গা নুঠে।' খিলঙৰ অসমীয়াসকলৰ গা-উঠাবৰ বাবে যে স্কুলীয়া ছাত্ৰ সূৰ্যকুমাৰৰ কিমান চেষ্টা! 'আসাম বন্তি'ত সূৰ্যকুমাৰে একাধিকবাৰ আসাম ক্লাৱৰ প্ৰসংগ উলিওৱাৰ বাবেই ক্লাবৰ মঞ্চত ১৯০৮ চনৰ ২২ আগষ্টত চন্দ্ৰধৰ বৰুৱাৰ 'মেঘনাদ বধ' নাটক মঞ্চস্থ হয়। খিলঙৰ ডাঙৰীয়াসকলে 'জয়মতী' আৰু 'গদাধৰ' নাটক দুখনো মঞ্চস্থ কৰিব বুলি আসাম বন্তিত সূৰ্যকুমাৰে আশা প্ৰকাশ কৰিছিল। তেনে আশাৰ অভিপ্ৰায়ো আছিল। 'জয়মতী আৰু গদাধৰ অভিনয় কৰি মহাসতীৰ শ্লাঘ্য মৰণ, মহাবীৰ গদাপাণিৰ অতুলনীয় শৌৰ্য আৰু অসম ৰজাৰ ক্ষমতা দেখুৱাই যেন বিদেশীসকলৰ চকুত চমক লগাই দিয়ে।' গোহাঞিবৰুৱাৰ উল্লিখিত নাট দুখনৰ অভিনয় আসাম ক্লাব মঞ্চত হ'ল নে নহ'ল জনা নাযায়, কিন্তু ১৯০৯ চনৰ এপ্ৰিল মাহৰ ১০ তাৰিখে আসাম ক্লাবৰ দশম অধিৱেশন উপলক্ষ্যে 'সীতাহৰণ' আৰু 'ন-বোৱাৰী' নাটৰ অভিনয় হোৱাৰ আগতীয়া বাতৰি ৫ এপ্ৰিল



তাৰিখে সূৰ্যকুমাৰে দিছিল। 'সীতাহৰণ' নিশ্চয় ৰমাকান্ত চৌধুৰীৰ নাটকখনেই। 'ন-বোৱাৰী'ৰ নাট্যকাৰ পদ্মধৰ শৰ্মা হ'ব পাৰে।

প্ৰাসংগিকভাৱে এইখিনিতে আন এটা কথাৰ অৱতাৰণা কৰিবলগীয়া হ'ল। অতুল চন্দ্ৰ হাজৰিকাদেৱে 'মঞ্চ লেখা' গ্ৰন্থত (পৃঃ ৫৫৭) কোৱামতে ১৯১৫ চনৰ পৰা ১৯১১ চনলৈকে আসাম ক্লাবৰ সভা-সমিতি হোৱা নাছিল। কিন্তু সূৰ্যকুমাৰ ভূঞাই দিয়া সংবাদমতে উক্ত কাল ছোৱাৰ দুটা বছৰত অন্ততঃ তিনিখন নাট মঞ্চস্থ হোৱাৰ উপৰিও ১৯০৯ চনৰ ১০ এপ্ৰিলত ক্লাবৰ দশম অধিবেশন বহে ডেপুটি কমিছনাৰ মিঃ এল. ও. ক্লাৰ্কৰ সভাপতিত্বত। সেই উপলক্ষ্যে অনুষ্ঠিত সভাৰ সামৰণি মৰা হয় সূৰ্যকুমাৰ ভূঞা ৰচিত এটি গীতেৰে। খিলঙৰ কেৱল আসাম ক্লাবে নহয় অসমীয়া সমাজখনৰো ইতিহাস প্ৰণয়নত সূৰ্যকুমাৰৰ এই লেখাটো প্ৰাথমিক উপাদান স্বৰূপে গৃহীত হ'বৰ যোগ্য। ১৯০৮ চনত খিলঙৰ স্থানীয় হাইস্কুলত অসমীয়া শিক্ষকৰ অভাৱত অসমীয়া ল'ৰাই বাংলা বিষয় পঢ়িছিল; 'নতুন Matriculation পৰীক্ষাৰ নিমিত্তে বঙালী ল'ৰাবিলাকক বঙ্গলা কিতাপ নিয়মমতে পঢ়াইছে; কিন্তু অসমীয়া ল'ৰাৰ কপালত সেইটো হোৱাই নাই, তেওঁলোকে vernacular কিতাপ পঢ়োৱাৰ ঘণ্টাত এনেই বহি থাকিব লাগে।' পদ্মনাথ গোহাঞিবৰুৱাক এম. আৰ. এ. এছ. উপাধি দিয়াত খিলঙৰ অসমীয়া ৰাইজে আনন্দ পালে; কিন্তু 'তেখেতক তাতোকৈ চৰা এটি উপাধি দিয়াহেঁতেন' ৰাইজ অধিক সুখী হ'লহেঁতেন। ৭.৯.১৯০৮ তাৰিখে 'মহাপুৰুষ শংকৰদেৱৰ তিথি উপলক্ষে এটি মিটিং বহে', 'খিলঙত কোনো মহাত্মাৰ সোঁৱৰণি উপলক্ষ্যে এয়ে প্ৰথম সভা।' বাংলা ভাষাৰ বিশ্বকোষত অসমীয়াৰ বিষয়ে বিৰূপ মন্তব্য প্ৰকাশ পাইছিল; ১৯০৮ চনৰ ১৩ ডিচেম্বৰত জগত চন্দ্ৰ গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত সভাত জাতীয় দুৰ্নাম ৰটনাৰ প্ৰতিবাদ কৰা হ'ল। ১৯০৯ চনৰ মে' মাহত কালিৰাম মেধি, দেৱানন্দ ভঁৰালী, শৰৎ চন্দ্ৰ গোস্বামী আদিৰ উদ্যোগত খিলঙত অ. ভা. উ. সা. সভাৰ শাখা এটা স্থাপিত হ'ল। সেই বছৰৰ জুন

মাহৃত স্থানীয় ছাত্ৰৰ মৃতপ্ৰায় 'হিতসাধিনী' সভাখন পুনৰ উজ্জীৱিত হ'ল। গোহাঞিবৰুৱাক বিশেষ সাহিত্যৰ পেঞ্চন (Special Literary Pension) দিয়া বাবে শ্বিলঙৰ অসমীয়াসকলে গৱৰ্ণমেণ্টৰ নথৈ শলাগ ল'লে। কিন্তু ২০.৪.১৯০৮ তাৰিখৰ পৰা অনুনয় বিনয় কৰি অহা সত্বেও অসমীয়া বিষয়ৰ শিক্ষক এজন শ্বিলঙৰ অসমীয়া ছাত্ৰসকলৰ ভাগ্যত নঘটিল। জাতীয় জীৱনৰ এনেবোৰ সংবাদেৰে সূৰ্যকুমাৰৰ 'স্থানীয় বাতৰি'ৰ মূল্য এতিয়াও সোণসেৰীয়া হৈ আছে বুলিব লাগিব। 'দিনত টিকাফটা ৰ'দ।' 'সাধাৰণৰ স্বাস্থ্য ভাল। বতৰৰ ঠিক নাই; কেতিয়াবা ৰ'দ, কেতিয়াবা বৰষুণ'। 'সাধাৰণৰ স্বাস্থ্য ইমান সুবিধা-জনক নহয়, ঠায়ে ঠায়ে জ্বৰ নৰিয়া আছেই। বতৰৰো ঠিক নাই, কেতিয়াবা দোপালপিটা বৰষুণ, কেতিয়াবা টীকাফটা ৰ'দ।' শ্বিলঙৰ প্ৰতিটো স্থানীয় বাতৰি এনেদৰেই আৰম্ভ কৰিছিল সূৰ্যকুমাৰ ভূঞাই। ভূঞাদেৱৰ বাস্তৱধৰ্মী মনটোৰ নিৰ্মিতি শ্বিলঙতে, আসাম বন্তিৰ সম্পাদক গোহাঞিবৰুৱাৰ প্ৰেৰণাতে সম্ভৱ হৈছিল বুলি ক'ব পাৰি।

গোহাঞিবৰুৱা সম্পাদিত 'উষা' কাকতত (৩য় বছৰ ১ম সংখ্যা) প্ৰকাশ হয় সূৰ্যকুমাৰৰ 'আনন্দৰামৰ উন্নতি কামনা' শীৰ্ষক লেখাটো। এই লেখাৰ বিষয়বস্তু সূৰ্যকুমাৰৰ নহয়, আনন্দৰাম ঢেকিয়াল ফুকনৰহে। ১৮৪৭ চনত অৰুণোদইত প্ৰকাশ পোৱা আনন্দৰামৰ 'ইংলণ্ডৰ বিৱৰণ' শীৰ্ষক প্ৰবন্ধৰ এছোৱাৰ পুনৰ্মুদ্ৰণ ঘটিছে বুলিব পাৰি এই লেখাটোত। তাকে মাথোঁ সূৰ্যকুমাৰে আনন্দৰাম বা অৰুনোদইৰ ঠাঁচৰ বিপৰীতে নিজা প্ৰকাশভংগীৰ সামীপ্য দেখুৱাই আনন্দৰামৰ বক্তব্য উপস্থাপন কৰাইছে আগে-গুৰিয়ে নিজৰ স্বদেশপ্ৰীতিৰ আঁচুফুল দি। লেখাটোত দুয়োজন ব্যক্তিৰে অসম-প্ৰীতিৰ মণি-কাঞ্চন সংযোগ ঘটিছে বুলিব পাৰি। 'আঢ়ৈ কুৰি বছৰৰ আগেয়ে ওঠৰ বছৰীয়া ল'ৰা আনন্দৰাম ঢেকিয়াল ফুকনে আঙুলিয়াই দিয়া অভাৱকেইটি এতিয়াও অসমত জিলিকিব লাগিছে।' সেই অভাৱবোৰ পূৰণ কৰাৰ কামনা আনন্দৰামৰ আছিল যিমান, সূৰ্যকুমাৰৰো আছিল সিমানেই। 'তেওঁ কামনা কৰা



সময়নো আমাৰ কেতিয়া আহিব?' —এয়া সূৰ্যকুমাৰৰ কামনা। তাৎপৰ্য-পূৰ্ণ কথাটো হ'ল আনন্দৰামে যেনেকৈ সূৰ্যকুমাৰেও তেনেকৈ লেখাটো যুগুতাইছিল ১৮ বছৰ বয়সত।

'আমাৰ সাহিত্যত ইমান লিখিবলগীয়া কাম আছে যে তাক আমি যত্নেৰে এটি এটিকৈ সম্পাদন নকৰিলে আমাৰ সাহিত্যৰ ভবিষ্যত কেতিয়াও পোহৰ নহ'ব।' 'অসমীয়া ছাত্ৰৰ সাহিত্য চৰ্চা' নামৰ প্ৰবন্ধত (মিলন, ১ম বছৰ ১ম সংখ্যা) সূৰ্যকুমাৰ ভূঞাই ১৮৪৪ শকত (১৯২২ খ্ৰীঃ) কোৱা কথা এইষাৰ। ছাত্ৰসকলে সম্পাদন কৰিবলগীয়া আৰু কৰিব পৰা যিবোৰ কামৰ কথা তেখেতে তেতিয়াই এই প্ৰবন্ধৰ যোগেদি কৈছিল, সেইবোৰ আজিও অসম্পাদিত হৈয়েই আছে; তাৰে কেইটা-মান যেনে, হেমকোষত নোহোৱা অথচ অসমীয়া মানুহে ব্যৱহাৰ কৰা শব্দ সংগ্ৰহ, অসমীয়া ভাষাত ৰচিত পুথিৰ তালিকা, 'অসমীয়া ভাষাত National Biographical Dictionary আৰু Literary Dictionary' ইত্যাদি। যিবোৰ কাম ছাত্ৰৰ দ্বাৰা সম্পন্ন হ'ব বুলি সূৰ্য-কুমাৰ ভূঞাই ১৯২২ চনত ভাবিব পাৰিছিল, পৰিসৰ বৃদ্ধিৰ ফলত সেইবোৰ কাম এতিয়া কেৱল ছাত্ৰৰ দ্বাৰা নহয়, সমগ্ৰ জাতিটোৰ উদ্যোগতহে সম্পাদিত হোৱাটো সম্ভৱ। 'বিদেশীৰ প্ৰাদুৰ্ভাৱত অসমী-য়াৰ জাতীয়ত্ব যেনেকৈ দিনকদিনে সংকটজনক হ'ব ধৰিছে, তালৈ চাই অসমীয়াৰ গৌৰৱ আগৰ ইতিহাস, অসমীয়াৰ চাল-চলন আদিৰ বিৱৰণ আদি এতিয়াও সংগ্ৰহ নকৰিলে অসমীয়া জাতিৰ সতি-সন্ততিসকলক আগলৈ কোনেও চিনি নোপোৱা হ'ব।' সূৰ্যকুমাৰ ভূঞাৰ এই উক্তিও ১৯২২ চনৰে।

অসমীয়া সাহিত্যলৈ মুছলমানসকলৰ অৱদান প্ৰচুৰ। কিন্তু সেই সম্পৰ্কে আমাৰ ভাষাত পৰ্যাপ্ত আলোচনা আজিকোপতি নহ'ল বুলিয়েই ক'ব পাৰি। সূৰ্যকুমাৰ ভূঞাই ১৯২৫ চনতে সেই সম্পৰ্কে আলোচনা কৰি সেই ক্ষেত্ৰত বাট কাটি গৈছে অসমৰ মুছলমান ছাত্ৰ সম্মিলনৰ মুখপত্ৰ 'সাধনা'ত প্ৰকাশিত (২য় বছৰ ১ম সংখ্যা, ১৮৪৭ শক) 'অসমীয়া

মুছলমান সম্প্ৰদায়ৰ সাহিত্য সাধনা' শীৰ্ষক লেখাটোৰ। আৰবী আৰু পাৰ্চী ভাষাৰ জ্ঞানেৰে আমাৰ মুছলমান লেখক-লেখিকাসকলে আমাৰ ভাষা-সাহিত্যৰ বিভিন্ন দিশত কেনেকৈ পোহৰ পেলাব পাৰে, তাৰ আভাস-ইংগিত উক্ত লেখাটোত আছে।

সকলোৱে সাহিত্য সৃষ্টি কৰিব নোৱাৰে, কৰিব নালাগেও। সাহিত্যৰ উন্নতি কেৱল লেখকসকলৰ ওপৰতে নিৰ্ভৰশীল নহয়। এটা জাতিৰ সাহিত্যৰ উৎকৰ্ষ সাধিত হয় বিভিন্নজনৰ বিভিন্ন প্ৰকাৰৰ উদ্যোগ বা সহায়তহে। প্ৰকাশকসকলৰ গ্ৰন্থ প্ৰকাশন উদ্যম বা ধনৱন্তসকলৰ পৃষ্ঠপোষকতা অবিহনে সাহিত্যৰ উন্নতি সুদূৰপৰাহত। ১৯২৮ চনত ৰচিত এটা প্ৰবন্ধত (বৰ্তমান অসমীয়া সাহিত্য আৰু আমাৰ কৰ্তব্য') ভূঞাদেৱে কৈছে, 'আমাৰ ধনৱন্তসকলে ইচ্ছা কৰিলেই সাহিত্যৰ পৃষ্ঠ-পোষক হৈ দেশবাসীৰ কৃতজ্ঞতাভাজন হ'ব পাৰে। অন্ততঃ কোনো গ্ৰন্থকাৰৰ উপযুক্ত কিতাপ ধনৰ অভাবতে পৰি থাকিলে ধন দি তাক ৰাইজৰ আগলৈ ধনৱন্তসকলে উলিয়াব পাৰে।' ধনৱন্তসকলৰ ধন আৰু মনৰ সংযোগ বৰ্তমান কালত দুৰ্লভ দৃশ্য। অৱশ্যে এই অৱস্থা কেৱল অসমৰে নহয়, আন ঠাইৰো। মাৰ্কিন লেখক ছেব'য়াৰে ( Gerald E. Seboyar ) সাংস্কৃতিক পটভূমি সম্পৰ্কে আলোচনা প্ৰসংগত (Outline of Literature) ১৯২৯ চনত কৈছিল বোলে ব্যৱসায়ী এজনে সংস্কৃতি সম্পৰ্কে চিন্তা কৰিবলৈ আজৰি নাপায় বুলি ভাবে। কিন্তু ব্যৱসায়ীজনে তেওঁৰ পুথিভঁৰালটোত ধ্ৰুপদী সাহিত্যৰ মনোৰমকৈ বন্ধোৱা গ্ৰন্থবোৰ সজাই ৰখাটোও এটা ডাঙৰ কথা। গ্ৰন্থবোৰ তেওঁ নপঢ়িলেও তাৰ নিৰ্যাস নাপালেও তেওঁৰ সাংস্কৃতিক মনৰ আভাস বিৰিঙি উঠে (The businessman thinks he has no time for culture. It is enough if he fills his library with handsomely bound volumes of the classics, which he never opens. He has attained the semblance of culture without the essence.)। অসমে আন্তৰ্জাতিক সন্মিলনত ভাগ লোৱাটো ভূঞাদেৱে



বিচাৰিছিল। অথচ অসম আৰু অসমীয়াৰ বিষয়ে বহিৰ্বিশ্বই একোকে নাজানে। জনাবৰ বাবে অসমীয়াই যথোচিত ব্যৱস্থা গ্ৰহণ কৰা নাই। বহিৰ্বিশ্বৰ জনোৱাৰ উদ্দেশ্যে 'Assam and Assamese' শীৰ্ষক ৩০০/৪০০ পিঠীয়া গ্ৰন্থ এখন লিখি প্ৰকাশ কৰাৰ প্ৰস্তাৱ দাঙি ধৰিছিল সূৰ্যকুমাৰ ভূঞাই তেতিয়াই ১৯২৮ চনতে। গ্ৰন্থখনত অসম আৰু অস-মীয়াৰ ঐতিহ্য, সভ্যতা-সংস্কৃতি, আৰ্থ-ৰাজনৈতিক অৱস্থা আদি একুৰিৰো ওপৰ বিষয়ৰ চিত্ৰণ ঘটাটো তেখেতে কামনা কৰিছিল। কিন্তু ভূঞাদেৱৰ সেই প্ৰস্তাৱ কাৰ্যকৰী নহ'ল অসমীয়াৰ কাৰ্যতৎপৰতাৰ অভাৱতেই। পৰিণামস্বৰূপে বাহিৰৰ জগতখনৰ বাবে অসম আৰু অসমীয়া অপৰিচিত হৈয়েই ৰ'ল। ১৯৮০ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰা 'Assam and the Assamese Mind' নামৰ গ্ৰন্থখনত (সম্পাদক শ্ৰীনগেন শইকীয়া), ভূঞাদেৱৰ সেই প্ৰস্তাৱৰ ক্ষীণ প্ৰতিধ্বনি এটা অনুভূত হৈছে বুলিব পাৰি।

'অৰ্ঘ্য' (১ম বছৰ ৪ৰ্থ সংখ্যা), 'বাঁহী' (১৩শ বছৰ ৩য় সংখ্যা, ১৩শ বছৰ ৩য় সংখ্যা) আৰু 'নতুন অসমীয়া'ত (৩১ ডিচেম্বৰ ১৯৫৪) 'সাহিত্য টোকা' শিৰোনামাৰে ভূঞাদেৱৰ এলানি লেখা প্ৰকাশ পাই-ছিল। এইলানি লেখাৰো বিষয় হ'ল আমাৰ ভাষা সাহিত্যৰ অভাৱ মোচনৰ অৰ্থে জনোৱা আহ্বান। তেখেতে ভাবে, কৃতবিদ্য অসমীয়া-সকলে বেজবৰুৱাক অনুসৰণ কৰি আত্মজীৱনী লিখিব লাগে ; কিয়নো 'নিজৰ জীৱন চৰিত নিজে যিমান নিৰ্ভুলভাৱে আৰু খুঁত নলগাকৈ লিখিব পাৰে, আনে সেইদৰে লিখাটো অসম্ভৱ' (তুলনীয় : 'If a man would be entirely frank about himself, he could write his own biography better than anyone eise,'—Gerald E. Seboyar. )। গুণাভিৰাম বৰুৱাৰ 'মহৎ কাৰ্যাৱলী আৰু ঋষিতুল্য বদনশ্ৰীৰ ফালে চালে সকলোৱে তেওঁক এজন মহাত্মা বুলি ঠাৱৰাইছিল।' কিন্তু তেওঁৰ 'জীৱন চৰিত কোনেও এই পৰিমিতে লিখা নাই।' সঁচা-কৈয়ে আজি পৰিমিত। 'গুণাভিৰাম বৰুৱাই আনন্দৰাম ঢেকিয়াল

ফুকনৰ জীৱন চৰিত ৰচনা কৰিলে ; সেই বুলি মহাত্মা ফুকনৰ অন্য এখন জীৱন চৰিত যে ওলাব নালাগে, তাৰ কোনো মানে নাই।' আশ্চৰ্যৰ কথা যে উক্ত গ্ৰন্থখনেই আজিও সেই বিষয়ত অদ্বিতীয় হৈ আছে। এই কথাই কিবা 'মানে' থকাটোহে বুজাইছে নেকি ?

ভূঞাৰ কেইটামান টোকা সাম্প্ৰতিক কালৰ আমাৰ লেখক-পাঠকৰ বাবে নিতান্ত নতুন। 'শ্ৰীবাৎসায়ন নামে এজন হিন্দী লেখকে অলপতে 'জয়দৌল' নামে চুটিগল্পৰ কিতাপ এখনি প্ৰকাশ কৰিছে। তাৰ প্ৰথম গল্পটো হৈছে 'জয়দৌল', ইয়াত সতী জয়মতীৰ কাহিনী বিবৃত হৈছে।' 'পূৰ্ব-পাঞ্জাবৰ ৰাজ্যপালৰ ভায়েক ৰাজ্যসভাৰ সদস্য শ্ৰীৰাজেশ্বৰ প্ৰসাদ নাৰায়ণ সিংহদেৱে কাশ্মীৰৰ মহাৰাজ মেঘবাহনৰ মহিষী অসম জীয়ৰী অমৃতপ্ৰভাৰ বিষয়ে হিন্দী ভাষাত এখনি কাব্যগ্ৰন্থ প্ৰকাশ কৰিছে।' ইত্যাদি। সূৰ্যকুমাৰ ভূঞাৰ 'সাহিত্য টোকা' জ্ঞানদাভিৰাম বৰুৱাৰ 'সাহিত্য-কথা' শীৰ্ষক ৰচনাখিনিৰ লগত তুলনীয়। দশম-একাদশ বছৰৰ বাঁহীত প্ৰকাশিত 'সাহিত্য কথা' নামৰ ৰচনাখিনিত জ্ঞানদাভিৰাম বৰুৱাৰ পৰা সূৰ্যকুমাৰে আদৰ্শ গ্ৰহণ কৰিছিল বুলি ভাবিব পাৰি। জ্ঞানদাভিৰামৰ লগত সূৰ্যকুমাৰৰ ব্যক্তিগত সম্পৰ্কও আছিল ঘনিষ্ঠ। 'Men I have Met' নামৰ গ্ৰন্থত সেই ঘনিষ্ঠতাৰ কথা সূৰ্যকুমাৰে কৈ গৈছে। ('I met him frequently at Calcutta when he practised at High Court there, and almost daily at Gauhati when he was Principal of the Earl law College.') আনন্দৰাম বৰুৱাৰ জীৱনী প্ৰকাশ পোৱাৰ পিছত জ্ঞানদাভিৰাম বৰুৱায়ো সূৰ্যকুমাৰ ভূঞাৰ বিষয়ে সপ্ৰশংস উক্তি কৰিছিল, এনেকৈ, 'মিষ্টাৰ ভূঞা আমাৰ ধন্যবাদৰ পাত্ৰ। মিষ্টাৰ ভূঞা আমাৰ সাহিত্যসেৱী। তেওঁ যেন বছৰে বছৰে একোখনি কিতাপ লিখি আমাক দান কৰে' (জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী, পৃ. ২৫৮)।

১৯৩৯ চনৰ ৩০ ছেপ্টেম্বৰত সূৰ্যকুমাৰ ভূঞাই গুৱাহাটী এ এছ্. এল্. ক্লাবৰ অধিবেশনত 'অসমীয়া সাহিত্য আৰু ছাত্ৰৰ কৰ্তব্য' বিষয়ক



বক্তৃতা প্ৰদান কৰিছিল। বাক্য-বীৰত্বৰে (word heroism) নহয়, কৰ্ম-বীৰত্বৰে (work-heroism) কেনেকৈ আমাৰ ছাত্ৰ সমাজে আমাৰ সমাজ আৰু সাহিত্যৰ উন্নতি সাধন কৰিব পাৰে, তাকেই তেখেতে ছাত্ৰ সকলৰ আগত কৈছিল। সেইখিনি কথা হ'ল 'সাহিত্যৰ মূল কথা' শীৰ্ষক প্ৰবন্ধটি। লিখিত ৰূপত প্ৰকাশিত ভাষণ (oration) বোৰ সাধাৰণতে নীৰস ; কিয়নো বক্তাজনৰ স্বৰভংগী আৰু অংগভংগীৰ প্ৰকাশিকা শক্তিটো তাত অনুভৱ কৰিব নোৱাৰি। কিন্তু ভূঞাদেৱৰ এইটো (আৰু আন কেইবাটাও) ভাষণত স্বৰভংগী অংগভংগী অবিহনেও বক্তব্য বিষয় ৰসাল হৈ উঠিছে। ভূঞাই প্ৰবন্ধটোৰ এঠাইত কৈছে, 'অসমীয়াই বিশ্বসাহিত্য ৰচিবলৈ হ'লে দেশ এৰি বিদেশলৈ যাব নালাগে। অসমীয়াৰ সুখ দুখ, আশা-নিৰাশা আৰু হাঁহি-কন্দাৰ ছবি ফুটাই তুলিব পাৰিলেই সি বিশ্ব সাহিত্যত ঠাই পাব।' এই প্ৰসংগত ৰবীন্দ্ৰনাথৰ উক্তি এটি আমাৰ মনলৈ আহে : 'যেখানে লেখক নিজের ভাবনীয় সমগ্ৰ মানুষের ভাব অনুভব কৰিয়াছে, নিজৰ লেখায় সমগ্ৰ মানুষের বেদনা প্ৰকাশ কৰিয়াছে সেইখানেই তাহাৰ লেখা সাহিত্যে স্থান পাইয়াছে' ('সাহিত্য', বিশ্বভাৰতী, ১৯৬১, পৃঃ ৭০)। সাহিত্যৰ মাজত ঠাই পোৱা লেখাকেই ৰবীন্দ্ৰনাথে আওপকীয়াকৈ বিশ্বসাহিত্য বুলিছে। এই ক্ষেত্ৰত অসমীয়া সাহিত্য, য়ুৰোপীয় সাহিত্য আদি ধাৰণা ৰবীন্দ্ৰনাথৰ মতে 'গ্ৰাম্য সংকীৰ্ণতা' ; পৃথিৱীখন মোৰ ভূমি, তেওঁৰ ভূমি, আপোনাৰ ভূমি বোলাৰ নিচিনা গ্ৰাম্য সংকীৰ্ণতা। 'নিজেৰ লেখায় সমগ্ৰ মানুষেৰ বেদনা প্ৰকাশ,' - সেয়ে বিশ্ব সাহিত্য। সূৰ্যকুমাৰ ভূঞায়ো কৈছে, 'য'ত সুখ-দুখ, হাঁহোন-কান্দোন আদি সাৰ্বজনীন ভাবৰ সমাবেশ, সেয়ে বিশ্বসাহিত্য। অসমীয়া নৰ-নাৰীৰ অন্তৰতো সেইবোৰ সাৰ্বজনীন ঘাত-প্ৰতিঘাত পূৰ্ণ পয়োভৰে চলিব লাগিছে। এই সাৰ্বজনীন ভাববোৰ অনুভৱ কৰি লিখিব পাৰিলেই এজন অসমীয়াৰ লেখাই সাহিত্যৰ মাজত ঠাই পাব ; বিশ্বসাহিত্যৰ মাজত। ৰোমিও জুলিয়েটৰ দৰেই 'আমাৰ খাৰ-খোৱা হোজা অসমীয়া

মাটিৰাম মেধি আৰু মালতী আইদেউৰ সুখ-দুখপূৰ্ণ প্ৰণয় কাহিনীতো বিশ্বসাহিত্যৰ বিপুল সম্বল আছে।'

১৯৪৭ চনৰ ১২ অক্টোবৰত গুৱাহাটীত অনুষ্ঠিত বঙালী ছাত্ৰ সন্মিলনৰ বিংশ অধিবেশনতো ড° সূৰ্যকুমাৰ ভূঞাই ভাষণ দিছিল, অধিবেশনৰ উদ্বোধনী ভাষণ। 'কৃষ্টি সংযোগ' শীৰ্ষক প্ৰবন্ধটোৱেই সেই ভাষণ (oration)। পূৰ্বোক্ত ভাষণটোৰ দৰেই বসাল হৈ পৰিছে এই-টোও। তাৰ মূলত আছে বক্তাজনৰ ভাবৰ অকপটতা আৰু ভাষাৰ স্পষ্টতা। ভাষণটোত ভূঞাদেৱে অকপটভাৱে আৰু স্পষ্ট ভাষাৰে অসমৰ বাংলাভাষী জনসাধাৰণক আহ্বান জনাইছে অসমীয়াৰ লগত পাৰস্পৰিক আদান-প্ৰদানৰ জৰিয়তে সম্ভাৱ-সম্প্ৰীতি স্থাপন কৰিবলৈ। ড° ভূঞাৰ মতে ভাষা হৈছে 'দুয়ো জাতিৰ মিলনৰ প্ৰথম সোপান', আৰু সেইবাবে 'অসমত থকা প্ৰত্যেক বঙালীয়ে অসমীয়া ভাষা শিকাটো নিতান্ত প্ৰয়োজনীয়। ব্ৰিটিছৰ আগমন-পূৰ্ব কালছোৱাত ভাৰতৰ অন্যান্য প্ৰান্তৰ পৰা অহা বিভিন্ন লোকে যেনে ধৰণৰ মমত্ববোধেৰে অসমক আপোন কৰি ল'লে, পৰবৰ্তী কালত সেই প্ৰক্ৰিয়া বাধাগ্ৰস্ত হ'ল। 'ইংৰাজ অহাৰ লগে লগে অসমীয়াৰ লগত জীণ যোৱা নীতিটো অন্তৰ্হিত হৈ আহিবলৈ ধৰিলে। বঙালীয়ে বঙালী ভাষা ক'বলৈ নেৰিলে; এনেকি অসমীয়াৰ ওপৰতো তেওঁলোকে সেই ভাষা জাপি দিবলৈ চেষ্টা কৰিলে। তাৰ ফলত বঙালী বঙালী হৈয়ে থাকিল।' অসমীয়া ভাষা কওঁতাৰ সংখ্যা কম হোৱা বাবেই যে অসমীয়া ভাষাক এসময়ত এচাম বঙালী লোকে তাচ্ছিল্য কৰিছিল, আৰু 'অলপীয়া জ্ঞানৰ বলত বঙালীয়ে কৈছিল অসমীয়া ভাষা বঙালী ভাষাৰ 'অপভ্ৰংশ মাথোন' বুলি, সেই কথাও ভূঞাই সন্মিলনত অকপটভাৱে প্ৰকাশ কৰিছে। ভূঞাৰ সেই উক্তি যে অমূলক নহয়, তাৰ প্ৰমাণ ৰৈ গৈছে আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায়ৰ 'অসমীয়া গদ্য সাহিত্যৰ প্ৰাচীনত্ব' নামৰ এটা প্ৰবন্ধত প্ৰবাসী, ১৯ শ ভাগ ২য় খণ্ড, ৩য় সংখ্যা)। আচাৰ্য ৰায়ে কৈছিল, 'কয়েক বৎসৰ ধৰিয়া 'অসমীয়া' ভাষাৰ প্ৰাচীনত্ব লইয়া এক মহা ও তুমুল



আন্দোলন চলিয়াছে। হাৰ্বাৰ্ট স্পেন্সাৰ একস্থলে বলিয়াছেন যে 'bias of patriotism' (অন্ধ স্বদেশানুৰাগ) পাইয়া বসিলে প্ৰকৃত তথ্য নিৰ্ণয় কৰিতে অসমৰ্থ হইয়া পড়িতে হয়। যাহাৰা 'অসমীয়া' ভাষা বাঙ্গালাৰ উপভাষা বলিয়া সিদ্ধান্ত কৰিয়া বসিয়াছেন, তাহাৰা একটু তলাইয়া দেখিবাৰ অবকাশ পান নাই। তাহাৰা ভাবেন চোং আবাৰ মাছ, আৰ 'অসমীয়া' ভাষা আবাৰ একটা স্বতন্ত্ৰ পদাৰ্থ?' যুক্তিৰেই নহয়, বহুতো তথ্যেৰেও আচাৰ্য ৰায়ে অসমীয়া ভাষাৰ প্ৰাচীনত্ব প্ৰতিপন্ন কৰি থৈ যোৱাৰ প্ৰায় ডেৰকুৰি বছৰৰ পিছতো ভূঞাৰ সেই সোঁৱৰণি-সকীয়নিৰ লগত কিমান বেদনা জড়িত, সেই কথা সহজে অনুমেয়। 'এনে কথাত অসমীয়াই মনত মৰ্মান্তিক বেদনা পাইছিল।' সেই বেদনা ভূঞাৰো। সেই অধ্যায়ৰ সামৰণি পৰাটো সেই বাবেই তেখেতে বিচাৰিছিল। সেইবাবেই নিশ্চয় ভূঞাদেৱে গভীৰ আস্থা আৰু প্ৰত্যয়েৰে কৈছিল, 'অসমীয়াই আজি আত্মপ্ৰতিষ্ঠাৰ যজ্ঞ আৰম্ভ কৰিছে। সেই যজ্ঞত যোগদান কৰিবলৈ মই আপোনালোকক সনিৰ্বন্ধ অনুৰোধ কৰিলোঁ। অসমত বসতি কৰা সকলো বিদেশী (? বহিৰাগত) অসমত জীণ গৈ এক বৃহৎ অসম গঢ়ি তুলিব বুলি প্ৰত্যেক অসমীয়াই কামনা কৰে। এই যজ্ঞত বিভেদ নাই, জাতি-ভেদ নাই, পৰ্বত-ভৈয়াম নাই, সকলো সমান, সকলো এক।" এয়া আছিল জাতি-ধৰ্ম-বৰ্ণ-ভাষা-নিৰ্বিশেষে অসমৰ অধিবাসীসকললৈ ড° সূৰ্যকুমাৰ ভূঞাৰ স্বৰাজোত্তৰ প্ৰভাতী আহ্বান।

একেধৰণৰ আহ্বান তেখেতে জনাইছিল মৃত্যুৰ এবছৰৰ পূৰ্বে ১৯৬৩ চনৰ ১৪ এপ্ৰিলত পূব গুৱাহাটী বিহু সন্মিলনত, আৰু সেই চনৰে ১১ আগষ্টত কামৰূপ মহিলা সমিতিৰ উদ্যোগত অনুষ্ঠিত সতী জয়মতীৰ তিথি উৎসৱত। 'ভ্ৰাতৃত্বপূৰ্ণ মিলাপ্ৰীতিৰ প্ৰতীকস্বৰূপ বিহু পতাকা'ৰ তলত ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে অসমৰ সকলো অধিবাসীৰ মাজত সংহতি-সম্প্ৰীতি সম্ভৱ হোৱা আৰু অসমৰ গৌৰৱময় ইতিহাস উদ্ঘাটনত ডেকাসকলে অংশ লোৱাটো তেখেতে কামনা কৰিছিল এটা আহ্বানত। আনটো আহ্বানত

আমাৰ জাতীয় উন্নতিৰ অন্তৰায়স্বৰূপ অলসতা, উদাসীনতা, চৈতন্য-হীনতা আদি দূৰ কৰি অসমীয়া নাৰীৰ গৌৰৱময় ঐতিহ্য অক্ষুণ্ণ ৰখাটো তেখেতে বাঞ্ছা কৰিছিল। ক'ব পাৰি, সূৰ্যকুমাৰ ভূঞাদেৱৰ এনে আহ্বান, এনে বাঞ্ছা আছিল মহাপ্ৰস্থানিক।

সূৰ্যকুমাৰ ভূঞাৰ সমসাময়িক কালৰ কেইগৰাকীমান লেখকৰ সাহিত্যকৰ্মৰ বিষয়ে তেখেতৰ অভিমত প্ৰকাশ পাইছে আন কেইটামান লেখাত। এই লেখাকেইটা ১৯১৬ আৰু ১৯৬৩ চনৰ ভিতৰৰ। ইয়াৰে কোনোবাটো কোনোবা এখন কিতাপৰ পাতনি, কোনোবাটো আকৌ পৰিচয়। পদ্মধৰ চলিহাৰ 'ফুলনি', শৈলধৰ ৰাজখোৱাৰ 'বিদ্যাৱতী' আৰু 'নিজৰা', হিতেশ্বৰ বৰবৰুৱাৰ 'চকুলো', নকুলচন্দ্ৰ ভূঞাৰ 'বহাগী', সুৰেন্দ্ৰ মোহন দাসৰ 'টলষ্টয়ৰ সাধু' হৰিপ্ৰসাদ বৰুৱাৰ 'বিৰচতীয়াৰ দেশ', লক্ষ্মীনাথ ফুকনৰ 'মৰমৰ মাধুৰী' গ্ৰন্থৰ উপৰি আহোম ভাষাৰ 'বৰ অম্ৰ' আৰু 'লতী অম্ৰ' নামৰ দুখন শব্দকোষ আৰু 'চন্দ্ৰকান্ত অভিধান'ৰ পৰিচয় সংশ্লিষ্ট লেখাবোৰৰ মাজত প্ৰকাশ পাইছে। 'ত্ৰিপুৰা বুৰঞ্জী', 'হস্তিবিদ্যাৰ্ণৱ' আৰু 'দশম স্কন্ধ কথা ভাগৱত'ৰো পৰিচয় আছে আন তিনিটা লেখাত। এইলানি লেখাৰ ভিতৰত বিশেষভাৱে উল্লেখ-যোগ্য এটা লেখা হ'ল—চিলং-গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ 'কবিকণ্ঠ' শিতানত প্ৰচাৰিত (২৯/৭/৫১) 'নিৰ্মালি' (নিৰ্মালিৰ কথা) শীৰ্ষক আত্মকথনটো। সূৰ্যকুমাৰ ভূঞাৰ মনৰ বিচৰণ-ক্ষেত্ৰ আছিল বুৰঞ্জীহে, বুৰঞ্জীমূলক আলোচনাহে; কবিতাৰ ক্ষেত্ৰখন আবাদ কৰাৰ আহৰি আছিল তেখেতৰ নিচেই কম; এফাঁকি কবিতাত তেখেতে কৈছে :

'কবিতাৰ পৰাজয় হ'ল
সংসাৰৰ তুমুল ৰণত;
হেৰুৱালোঁ সোণৰ শিকলি,
আলোচনা বুৰঞ্জী বনত।'

তৎসত্ত্বেও তেখেতে কেইবাটাও সাৰ্থক কবিতা সৃষ্টি কৰি গ'ল। নিজৰ কবি প্ৰতিভা সম্পৰ্কে ভূঞাৰ বিশ্বাস আছিল গভীৰ। সেইবাবেই তেখেতে নিজৰ তিনিকুৰি বছৰ বয়সতো (১৯৫১) ক'ব পাৰিছে 'মোৰ কবিতা এতিয়াও ম্লান হোৱা নাই, মোৰ ভাৱ সমষ্টিয়েই এতিয়াও ছন্দোময় ৰূপ ধাৰণ কৰে; কিন্তু প্ৰতিকূল অৱস্থাৰ কাৰণে সেই ভাববোৰক সজাব পৰা নহয়।" 'সংসাৰৰ তুমুল ৰণ' আৰু 'বুৰঞ্জী-বন'ৰ ব্যাপৃতিয়েই নিশ্চয় উক্ত 'প্ৰতিকূল অৱস্থা'ৰ কাৰণ। ড° ভূঞাৰ কবিতাৰ অন্তৰালত ক্ৰিয়া কৰিছিল তেখেতৰ স্বৰ্গীয়া মাতৃৰ সোঁৱৰণিয়ে, নিজ অন্তৰৰ দেশপ্ৰেমে, প্ৰেমে আৰু আধ্যাত্মিক ভাবে।

সূৰ্যকুমাৰ ভূঞাৰ মতে কবি তথা সৃজনধৰ্মী লেখকৰ 'অন্তৰখনি আলসুৱা অতি'। উপকৰুৱা মনেৰে তেওঁৰ প্ৰাণৰ কথা বুজিব নোৱাৰি। জ্ঞানগৰ্বী তাৰ্কিকৰ বিপৰীত বিন্দুতহে সৃজনধৰ্মী লেখকৰ অৱস্থান। কবি ভূঞাই সেইবাবে কৈছে,

'প্ৰাণহীন কাঠ হাঁহি, বিদ্ৰূপৰ ঢউ,
প্ৰতিধ্বনি সংকীৰ্ণ প্ৰাণৰ,
থক দূৰ দূৰণিতে নিদিবা বিঘিনি
প্ৰেমভৰা কবিৰ অন্তৰ।'

কবি আৰু সৃজনধৰ্মী লেখকৰ হৃদয়বৃত্তিৰ কথা তেখেতে বাৰুকৈয়ে জানিছিল। আনৰ সৃষ্টিৰ বেলিকা সেইবাবেই স্ৰষ্টাক বিচাৰৰ কাঠগৰাত তুলি নিজে দণ্ডহস্ত বিচাৰকৰ আসনত বহা নাছিল সূৰ্যকুমাৰ ভূঞা। তেখেতৰ সাহিত্য-বিচাৰ আছিল আলফুলীয়া। সমালোচক হিচাপে থাকিবলগীয়া যথেষ্ট গুণৰ অধিকাৰী হৈও তেখেতে আনৰ সৃষ্টি কৰ্মক সপ্ৰশংস দৃষ্টিৰেহে চাইছিল। সেই দিশৰ পৰা সূৰ্যকুমাৰ ভূঞাক এজন গুণগ্ৰাহী সমালোচক (appreciative critic) বুলি ক'ব লাগিব।

লেখক সূৰ্যকুমাৰ ভূঞাৰ জীৱনৰ প্ৰধান চালিকা-শক্তি আছিল দেশপ্ৰেম। অসমৰ ইতিহাস-চৰ্চা, অসমৰ সামাজিক-সাংস্কৃতিক জীৱনৰ অধ্যয়ন—এই সকলো কথাৰ অন্তৰালত ক্ৰিয়া কৰিছিল দেশপ্ৰেমে। ভূঞাদেৱৰ সমসাময়িক কালত প্ৰচলিত অৰ্থত 'দেশ' বুলিলে অসমকে

বুজা হৈছিল। কেৱল সূৰ্যকুমাৰ ভূঞা নহয় তেখেতৰ পূৰ্বসূৰী হেমচন্দ্ৰ গোস্বামী, লক্ষ্মীনাথ বেজবৰুৱা পদ্মনাথ গোহাঞিবৰুৱা, হেমচন্দ্ৰ বৰুৱা গুণাভিৰাম বৰুৱা আদি প্ৰতিভগৰাকী অসমীয়াই 'দেশ' শব্দেৰে অসমকে বুজাইছিল। 'আগৰ দিনত আমাৰ দেশত নানান জন মানুহ ৰজা হৈছিল। .... অইন দেশৰে সৈতে আমাৰ যুদ্ধ হৈছিল।' ভূঞাৰ উদ্ধৃত অংশটোৰ 'দেশ' শব্দই এসময়ৰ স্বাধীন আৰু সাৰ্বভৌম অসমৰ সংজ্ঞা-টোকে মনলৈ আনে। এই ক্ষেত্ৰত 'দেশ' শব্দৰ প্ৰয়োগ ভৌগোলিক সংজ্ঞা-সিদ্ধ অৰ্থতেই ঘটিছে বুলিব লাগিব। সেয়া 'আগৰ দিন'ৰ কথা। কিন্তু অসমত বৃটিছ প্ৰশাসন আৰম্ভ হোৱাৰ পাছতো, অৰুনোদইৰ পাততো, নিধি লেভি ফাৰৱেল, আনন্দৰাম ঢেকিয়াল ফুকন আৰু গুণাভিৰাম বৰুৱাৰ মানতো 'দেশ' বুলিলেই ভাৰত নহয় অসমহে। 'তেহে আমাৰ অসম দেস ভাল হৈ আন দেসৰ আগত প্ৰসংসনিয় হ'ব' (ন.ল ফ.); 'এই অসম দেস নিবাসি লোকসকলে স্বদেসত বাজে প্ৰিথিবিত আন আন জি সকল দেস আচে তাৰ একো কথাৰ ভু নেপায়।' (আ. ঢে. ফু.); 'বঙ্গাল দেসৰ পৰা জি সকল লোক গৈ আমাৰ দেসত বাস কৰিচে, তেওঁবিলাককো আমাৰ দেসৰ দুৰৱস্থাৰ এক কাৰণ বুলিব পাৰি' (গু ব.)। গতিকে সূৰ্যকুমাৰ ভূঞাৰ দেশপ্ৰেম বুলিলে অসম প্ৰেম বুলিয়েই বুজিব লাগিব যদিও তেওঁৰ দৃষ্টিত সেই অসম দেশ মহাভাৰতীয় জীৱন-প্ৰবাহৰ পৰা পৃথক অস্তিত্ব-বিশিষ্ট নাছিল। সেই অসম-প্ৰেম আছিল ভূঞাৰ প্ৰতিটো কথা আৰু কামৰে অন্তঃসলিলা ফল্গু।

সূৰ্যকুমাৰ ভূঞাৰ এই প্ৰবন্ধলানিৰ কেইটামানত কেইগৰাকীমান বৰণীয় আৰু স্মৰণীয় ব্যক্তিৰ কৃতি আৰু কীৰ্তিৰ বিষয় আলোচিত হৈছে। কেউটা লেখাতে সংশ্লিষ্ট ব্যক্তিকেইগৰাকীৰ প্ৰতি লেখকৰ শ্ৰদ্ধাশীল মনোভাব প্ৰকাশ পাইছে। নানা ধৰণৰ প্ৰতিকূলতাৰ মাজতো যে এই ব্যক্তিসকলে অসমীয়া ভাষা-সাহিত্যৰ হকে, অসমৰ জাতীয় জীৱনৰ হকে আত্মনিয়োগ কৰি উত্তৰপুৰুষৰ বাবে বিভিন্ন পথ প্ৰশস্ত কৰি গৈছে, সেইবাবেই সেইসকল লোক শ্ৰদ্ধাভাজন হৈ ৰৈছে। এনে বিধৰ প্ৰবন্ধৰ এটাত ভূঞাদেৱে 'অসমীয়া বুৰঞ্জী লিখক আতন বুঢ়াগোহাঁই ৰাজমন্ত্ৰী ডাঙৰীয়া'ৰ বিষয়ে অসমৰ শিশু-কিশোৰসকলক সহজ-সৰল ভাষাৰে কৈছিল গুৱাহাটী অনাতাঁৰ কেন্দ্ৰযোগে। আনটো প্ৰবন্ধ ১/১০/৬০ আৰু ১০/১০/৬২ তাৰিখে গুৱাহাটীৰ শ্ৰীমন্ত শঙ্কৰ কৃষ্টি-বিকাশ সমিতিৰ উদ্যোগত অনুষ্ঠিত মহাপুৰুষ শংকৰদেৱৰ যথাক্ৰমে ৫১২শ আৰু ৫১৪শ বাৰ্ষিকী জন্মোৎসৱৰ সভাপতিৰ ভাষণ। শংকৰদেৱৰ ৰচনাৱলীৰ সম্যক অধ্যয়নেৰে তেওঁৰ প্ৰতিভা আৰু আদৰ্শৰ যুগোপযোগী মূল্যায়নৰ বাবে চিন্তা আৰু চেষ্টা কৰাৰ প্ৰয়োজনীয়তাত গুৰুত্ব আৰোপ কৰা হৈছে এই লেখাটোত। আনকেইটা প্ৰবন্ধত পণ্ডিত হেমচন্দ্ৰ গোস্বামী, ছাৰ এডৱাৰ্ড গেইট, বাণীকান্ত কাকতি, ৰাধাকান্ত সন্দিকৈ আৰু ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ জীৱন আৰু প্ৰতিভাৰ জিলিঙনি প্ৰকাশ পাইছে।



উপৰোক্ত কেউজন ব্যক্তিকে ভূঞাই ব্যক্তিগতভাৱে লগ পাইছিল। তেখেতসকলৰ সান্নিধ্য-সাহচৰ্যই তেখেতসকলৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ প্ৰতি ভূঞাক স্বাভাৱিকতে আকৰ্ষণ কৰিছিল। 'Men I Have Met' (1962) নামৰ গ্ৰন্থত ড° ভূঞাই যিবোৰ শব্দচিত্ৰ আঁকিছে, তাত এই কেইগৰাকীৰ ছবিও আছে। (কৈ থোৱা ভাল যে এইবোৰ নিচেই সৰু সৰু খণ্ডচিত্ৰ বা চিত্ৰাংশ মাত্ৰ।) পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ বিষয়ে পিতৃ ৰবিলাল ভূঞাৰ পৰা শুনিছিল। তদুপৰি ১৯১৮ আৰু ১৯২৮ চনৰ মাজত গোস্বামীক তেখেতে ঘনিষ্ঠভাৱে লগ পাইছিল (...at Gauhati I met him almost daily during the years 1918 to 1928)। ভূঞাৰ মনত গোস্বামীৰ চাপ আছিল সবাতোকৈ গভীৰ (...no one left such a deep impression upon my mind as did Pundit Hemchandra Goswami.)। গোস্বামীৰ বিষয়ে তেখেতৰ জীৱদ্দশাতে (১৯২৫) সূৰ্যকুমাৰ ভূঞাই লিখা কথাখিনি গোস্বামীয়ে নিজে পঢ়ি চাই সংশোধন কৰি দিছিল। তাৰ

পিছত লেখাটো প্ৰকাশ হয় মিলন'ত। হেমচন্দ্ৰ গোস্বামীৰ বিষয়ে লিখা ভূঞাৰ এই প্ৰবন্ধটোৰ গুৰুত্ব সেইবাবেই যথেষ্ট। গোস্বামীৰ মৃত্যুৰ পিছত লিখা কথাখিনিত বাৰুকৈয়ে প্ৰকাশ পাইছে যে পণ্ডিত হেমচন্দ্ৰ গোস্বামী এজন ব্যক্তি মাথোন নাছিল, নাইবা অসম আৰু অসমীয়াৰ কেৱল অতীত গৌৰৱৰ উদ্ধাৰ কৰ্তা আৰু ভৱিষ্যত সপোনৰ ৰূপদ্ৰষ্টাই নাছিল; তেখেত আছিল এটা বৃহৎ অনুষ্ঠান। গোস্বামীৰ লগত ভূঞাৰ ব্যক্তিগত মধুৰ সম্পৰ্ক আছিল যদিও লেখাটোত গোস্বামীৰ বিষয়ে অতিৰঞ্জন নাই। গোস্বামীৰ মৃত্যুত ছাৰ এডৱাৰ্ড গেইট আৰু পি.আৰ.টি. গৰ্ডনে প্ৰকাশ কৰা দুখানুভূতিয়েও ভূঞাৰ বক্তব্যৰ যথাৰ্থতাকে প্ৰতিপাদন কৰি দেখুৱাইছে।

ঐতিহাসিক ছাৰ এডৱাৰ্ড গেইটৰ লগতো ভূঞাৰ ব্যক্তিগত সম্পৰ্ক স্থাপিত হৈছিল। সেই সম্পৰ্কই গঢ় লৈ উঠে ১৯২৫ চনৰ পৰা। ভূঞাৰ দ্বাৰা সম্পাদিত কেইবাখনো বুৰঞ্জীৰ সমালোচনা গেইটে লিখি 'ৰয়েল এছিয়াটিক ছোচাইটী'ৰ জাৰ্ণেলত প্ৰকাশ কৰিছিল। ভূঞা লণ্ডনত থাকোঁতেও (১৯৩৬-৩৮) গেইট চাহাবৰ ঘৰৰ লগত তেখেতৰ যাতায়াত আছিল। সূৰ্যকুমাৰ ভূঞাৰ গৱেষণা গ্ৰন্থৰো (East India Company's Relations with Assam, 1771-1826) অন্যতম পৰীক্ষক আছিল ছাৰ এডৱাৰ্ড গেইট। কিন্তু ভূঞাৰ দৃষ্টিত গেইট চাহাবৰ মহত্ত্ব তেওঁৰ পাণ্ডিত্যত, 'অসম বুৰঞ্জীৰ অনুসন্ধানৰ ভেটি সুদৃঢ়ভাৱে স্থাপন কৰি' যোৱাত, আৰু এটা সৰল মন আৰু মানৱীয় গুণেৰে সমৃদ্ধ এখন হৃদয়ৰ অধিকাৰী হোৱাত। গেইট চাহাবৰ বিষয়ে ড° ভূঞাই স্থানান্তৰত (Men I Have Met) কৈছে, 'He was great as a historian and a scholar, but no less greater as a man of simplicity and humanism.' গেইটৰ আদেশত মহাত্মা গান্ধীৰ বিৰুদ্ধে চলা গোচৰ কেনেকৈ প্ৰত্যাহৃত হ'ল, আৰু নীল ব্যৱসায়ীৰ 'তিনিকঠীয়া' প্ৰথা কেনেকৈ ৰহিত হ'ল, সেই কথাও ভূঞাই উল্লেখ কৰিছে। ভূঞাৰ গেইট-প্ৰশস্তিত কোনোবাই অন্ধ বৃটিছ ভক্তি



আৱিষ্কাৰ কৰাটো অসম্ভৱ নহয়; কিন্তু গেইটৰ উদ্যম অবিহনে যে অসমত ইতিহাস-চৰ্চাৰ আৰু ঐতিহাসিক অনুসন্ধানৰ পথটো প্ৰশস্ত নহ'লহেঁতেন, সেই কথা মনত ৰখা বাঞ্ছনীয়। অসমীয়াৰ জাতীয় সম্পত্তি 'হেমকোষ'ৰ ছপা আৰু উদ্ধাৰ-কাৰ্যৰ লগত গেইটৰ পৰিশ্ৰম কেনেদৰে জড়িত আছিল, সেই কথা হেমচন্দ্ৰ গোস্বামীয়েও কৈছে ('মিষ্টাৰ গেইটৰ অদম্য পৰিশ্ৰমৰ ফলত হেমকোষ যমৰ ঘৰৰ পৰা ঘূৰি আহিল')। অসমক তেওঁ কিমান ভাল পাইছিল, সেই কথা গেইটে নিজে কৈছে এনেকৈ: "I am very sorry to leave Assam, but shall never forget it, and shall always be greatly interested in what goes on there. I am taking all the recently translated Buranjis, etc., with me and hope to work them up into a history of the province when I go on furlough next year." (পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃ ৪৪১)। এই উক্তিত বৃটীছ প্ৰশাসনৰ অন্যতম উচ্চপদস্থ বিষয়া ছাৰ এডৱাৰ্ড গেইট নাই. আছে অসমপ্ৰেমী, অসমৰ বুৰঞ্জীপ্ৰেমী গেইট চাহাবজনহে। এনেজন চাহাবৰ প্ৰশস্তিত সূৰ্যকুমাৰ ভূঞাৰ বৃটীছানুগত্যৰ চেঁচোৰ খান্দিবলৈ যত্ন নকৰাই ভাল। সূৰ্যকুমাৰ ভূঞাৰ ৰচনাত গ্ৰীয়াৰ্চন প্ৰশস্তিও আছে; পিছে সেইজনো 'ভাষাবিদ গ্ৰীয়াৰ্চন'হে:

"অনৈক্যৰ মাজে ঐক্য কৰিলা স্থাপন,
ভায়ে চিনি পালে ভাই, আয়ে পুতেকক,
অসাধ্য সাধিলা তুমি হেৰা গ্ৰীয়াৰ্চন
খিলঞ্জীয়া ভাষা ডোলে বান্ধি ভাৰতক।"

(নিৰ্মালি)

সেয়ে হ'লেও, এনে কথাৰে ড° সূৰ্যকুমাৰ ভূঞাক আমি ধোৱা তুলসীপাত কৰিব খোজা নাই; কৈছো মাত্ৰ গুণীৰ পূজাস্থান গুণৰ প্ৰতি থকা ভূঞাৰ দৃষ্টিৰ কথাহে। ৰাধাকান্ত সন্দিকৈ সূৰ্যকুমাৰ

ভূঞাৰ দৃষ্টিত 'শেহৰজন আহোম' ("If I be destined to ever write the biography of Rai Bahadur Handique, I would describe him as the last of the Ahoms."—Men I Have Met)। 'স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া' শীৰ্ষক লেখাটোত ভূঞাই সন্দিকৈক 'বিদ্যোৎসাহী, দানবীৰ, স্বাৱলম্বনপ্ৰিয় মহানুভৱ পুৰুষ' বুলি অভিহিত কৰিছে। লেখাটোৰ একাংশ প্ৰকাশ পাইছিল ১৯৫২ চনৰ তিনি ফেব্ৰুৱাৰী সংখ্যা 'নতুন অসমীয়া'ত। বাকী অংশ ১৯৬০ চনৰ ৩০ ডিচেম্বৰত অসম সাহিত্য সভাৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনত ৰাধাকান্ত সন্দিকৈৰ প্ৰতিমূৰ্তি উন্মোচনী অনুষ্ঠানত দিয়া ভাষণ।

ড° বাণীকান্ত কাকতিৰ লগত ভূঞাৰ বন্ধুত্ব স্থাপিত হৈছিল ১৯১৩ চনত প্ৰেছিডেন্সী কলেজত পঢ়িবলৈ লোৱাৰে পৰা। কটন কলেজত দুয়ো প্ৰায় সমসাময়িকভাৱে যোগদান কৰিছিল। ধ্যান-ধাৰণাৰ ক্ষেত্ৰত এজন আনজনৰ পৰিপূৰক বুলিব পাৰি। তথাপি ড° কাকতিৰ বিষয়ে ড° ভূঞাৰ ধাৰণা আছিল উচ্চ। কাকতিৰ মৃত্যু ড° ভূঞাৰ বাবে কেৱল ব্যক্তিগত বন্ধু-বিয়োগ আৰু অসমৰ অপূৰণীয় ক্ষতিয়েই নাছিল, ভাৰতীয় ভাষা-ক্ষেত্ৰ আৰু বিশ্ব সাহিত্যলৈও ক্ষতি বুলি তেখেতে স্থানান্তৰত (Studies in the Literature of Assam') কৈছে—('....in his demise I have lost a dear and esteemed friend, Assam an eminent scholar and an able interpreter of her culture and civilization, India a great philologist, and the world a devoted student of literature and learning.')। ড° কাকতি সম্পৰ্কীয় লেখাটোত (ৰামধেনু, আঘোণ, ১৮৭৪) ড° ভূঞাই কৈছে, 'বিদ্যাচৰ্চা আৰু পাণ্ডিত্যৰ একাগ্ৰতীয়া সাধনাৰ কি ফল, তাৰে তেওঁ এক জীৱন্ত উদাহৰণ আছিল।'

হেমচন্দ্ৰ গোস্বামীৰ কৰ্ম-কুশলতা, ৰাধাকান্ত সন্দিকৈৰ বদান্যতা আৰু মহানুভৱতা, এডৱাৰ্ড গেইটৰ অসম আৰু অসমৰ ইতিহাস মুগ্ধতা আৰু বাণীকান্ত কাকতিৰ সাৰস্বত সাধনাৰ ঐকান্তিকতাই ড° ভূঞাক



আকৰ্ষণ কৰিছিল যেনেকৈ ভ্ৰমৰচন্দ্ৰ শইকীয়াৰ লেখীয়া আপেক্ষিকভাৱে অখ্যাত বা নাতিখ্যাত ব্যক্তিৰ সাহিত্য সেৱাত একনিষ্ঠতায়ো তেখেতক মুগ্ধ কৰিছিল তেনেকৈয়ে। ভূঞাই নিজে কোৱা মতে ভ্ৰমৰচন্দ্ৰ শইকীয়া 'বিশ্ববিদ্যালয়ৰ ডিগ্ৰীধাৰী নাছিল, আৰু চাকৰিয়াল হিচাপে তেওঁ উচ্চ আসন ভোগ কৰা নাছিল। তেওঁ আগৰ দিনৰ মধ্যবিত্ত শ্ৰেণীৰ অসমীয়াৰ দৰে জীৱন যাপন কৰিছিল। নিজে দা-কোৰ লৈ বাবীৰ বন কৰিছিল, প্ৰয়োজন হ'লে নিজে হাল বাইছিল, আৰু ঘৰত বোৱা চোলা চুৰিয়া পিন্ধি ঘৰতো আৰু সমাজতো ওলাই-সোমাই ফুৰিছিল।' এইজন ভ্ৰমৰচন্দ্ৰ শইকীয়াৰ মাজত ড° সূৰ্যকুমাৰ ভূঞাই দেখিছিল দেশ-প্ৰেম। সংকীৰ্ণ সুবিধাৰ মাজতো তেওঁৰ অন্তৰৰ একোণত দেশপ্ৰেমৰ ফিৰিঙতি অখণ্ড প্ৰদীপৰ দৰে জ্বলি আছিল। সংসাৰৰ বা-বতাহে সেই পবিত্ৰ বন্তিগছ কেতিয়াও নুমুৱাব নোৱাৰিছিল। এই একাগ্ৰতা হৈছে শইকীয়াদেৱৰ জীৱন-কাহিনীৰ পৰা পোৱা অসমীয়াৰ শিক্ষাপ্ৰদ সম্বল।' 'Men I Have Met' গ্ৰন্থতো ড° ভূঞাই ভ্ৰমৰচন্দ্ৰ শইকীয়া সম্পৰ্কে কৈছে, 'I used to be very much moved by his sincerity and ability.'। এয়া নিশ্চয় ড° ভূঞাৰ বৌদ্ধিক উদাৰতা।

ড° সূৰ্যকুমাৰ ভূঞা ইংৰাজী সাহিত্যৰ ছাত্ৰ আৰু অসম-ইতিহাসৰ ভক্ত। স্বাভাৱিকভাৱেই তেখেতৰ চিন্তা-চৰ্চাৰ বিভিন্নগামিতা এই প্ৰবন্ধ-লানিত প্ৰকাশ পাইছে। তেখেতৰ দৃষ্টি এফালে যেনেকৈ অসমৰ জাতীয় জীৱনৰ সমৃদ্ধিশালী অতীতত, আনফালে তেনেকৈ সমসাময়িক কালৰ নিশ্চেষ্ট অসমীয়াৰ সম্ভাৱনাহীন ভৱিষ্যতত। এফালে ছাৰ এডৱাৰ্ড গেইট চাহাব, আনফালে ভ্ৰমৰচন্দ্ৰ শইকীয়া। এহাতে হস্তিবিদ্যাৰ্ণৱ আনহাতে টলষ্টয়ৰ সাধু। ভূঞাৰ দৃষ্টি কেতিয়াবা বৈষ্ণৱ সাহিত্যৰ সাৰ্বজনীনতাৰ প্ৰতি, কেতিয়াবা আৰবী-পাৰ্চী ভাষা-সাহিত্যত নিহিত দৰবেশ-নবীসকলৰ ভগৱৎ প্ৰেমৰ প্ৰতি, চুফী কাব্যৰ ভাব-সম্পদৰ প্ৰতি। এনে দুই মেৰুৰ মাজতে এই প্ৰবন্ধলানিত তেখেতৰ মননৰ অৱস্থান।

যত্নশীল হোৱা হ'লে এইলানি প্ৰবন্ধৰ মাজতে ড° সূৰ্যকুমাৰ ভূঞাই নিজৰ বিশিষ্ট গদ্যৰীতি এটাও প্ৰতিষ্ঠা কৰিব পাৰিলেহেঁতেন। কিন্তু সেই দিশৰ প্ৰতি তেখেত বৰ সচেষ্ট-সতৰ্ক আছিল যেন নালাগে। সেইবাবেই এই প্ৰবন্ধলানিত তেখেতৰ কথনভংগীয়ে নিটোল ৰূপ এটা পৰিগ্ৰহ কৰিব নোৱাৰিলে। কি ক'ব, সেইটোহে আছিল ভূঞাৰ মানত গুৰুত্বপূৰ্ণ কথা ; কেনেকৈ ক'ব পাৰি, সেই বিষয়ে যেন চিন্তা কৰাৰ অৱকাশ তেখেতৰ নাছিলেই। অথচ স্কুলীয়া ছাত্ৰাৱস্থাতে সূৰ্যকুমাৰে চুটি চুটি বাক্যৰ মনোৰম গদ্যশৈলী এটাক নিজৰ আয়ত্তলৈ আনিব পাৰিছিল। কোৱাৰ ধৰণটোৱেই আছিল তেতিয়াৰ লেখাবোৰৰ আকৰ্ষণ। 'সাধাৰণৰ স্বাস্থ্য ভাল। বতৰ খৰাং।' 'বতৰবো ঠিক নাই. কেতিয়াবা দোপালপিটা বৰষুণ. কেতিয়াবা টিকা ফটা ৰ'দ। নতুবা 'আলোচনীকনো কেনেকৈ সহায় কৰিব পাৰি ? আলোচনী যাতে চলে তাৰ বিধান কৰিলেই। গাইগতি এখনি লৈ তালৈ প্ৰবন্ধ লিখিলেই।' আসাম বন্তিত প্ৰকাশ পোৱা এনে ৰীতিযুক্ত লেখাখিনিয়ে তেখেতৰ ভৱিষ্যত গদ্যৰীতিলৈ যি সম্ভাৱনা আৰু প্ৰতিশ্ৰুতি কঢ়িয়াই আনিছিল, পৰৱৰ্তী কালত বুৰঞ্জীৰ গদ্যৰ লগত ঘটা সুপৰিচয়ে তাত অধিক ওজন-আয়তন সংযোগ কৰি অসমীয়া গদ্য-সাহিত্যক অতুলন ৰীতি-বৈভৱেৰে সমৃদ্ধ কৰিব পাৰিলেহেঁতেন। বেণুধৰ শৰ্মাদেৱৰ ক্ষেত্ৰত তেনে হৈছিল। বেণুধৰ শৰ্মা যত্নৱান, সচেতন গদ্যকাৰ। একে ধৰণৰ সম্পদৰ গৰাকী হৈও সূৰ্যকুমাৰ ভূঞাৰ ৰচনা যেন অযত্নপালিত হৈ ৰ'ল। সেয়ে হ'লেও, পৰিণত বয়সতো, মন-মগজু জোকাৰিব পৰা কিছু সংখ্যক বাক্য সূৰ্যকুমাৰ ভূঞাৰ ৰচনাত প্ৰকাশ পাইছে সচেতন প্ৰয়াস অবিহনেও। যেনে. 'এই ৰোস্তমে অকল ছোৰাবকে বধ কৰা নাছিল. ৰোস্তমে কামৰূপৰ ৰজাসকলকো হত্যা কৰিছিল।' 'খং ন'হলে কবিতা নহয় ; সোপা-সেৰেলুৱা. চেতনাবিহীন স্বাৰ্থপৰ মানুহে কবিতা লিখিব নোৱাৰে।' বাক্যৰ হ্ৰস্বতা গদ্য লেখক সূৰ্যকুমাৰ ভূঞাৰ এটা বিশেষত্ব বুলি ক'ব পাৰি। গঠনৰ ঋজুতা আৰু অৰ্থৰ স্পষ্টতা সেই বিশেষত্বৰে লগৰীয়া। অন্ততঃ এইলানি প্ৰবন্ধত তেনে বিশেষত্বৰেই প্ৰকাশ ঘটিছে।

# ভূঞা ছাৰৰ সোঁৱৰণত

নৰেন্দ্ৰনাথ শৰ্মা

সৰু কালত নগাঁৱৰ আমোলাপট্টিত থাকি পঢ়োঁতে নগাঁৱৰে ফৌজদাৰী পট্টিৰ দুজন নামজ্বলা ভূঞাৰ নাম শুনিছিলোঁ। —এজন শ্ৰীসূৰ্য ভূঞা আনজন শ্ৰীহিৰণ্য ভূঞা। দুই জনেই গুৱাহাটীৰ কটন কলেজৰ অধ্যাপক। তেতিয়া অসমত এখনেই কলেজ, তাৰে তেওঁলোক অধ্যাপক। তেওঁলোকক দেখা পালে, লগ পালে মনটো ভাল লাগিব। মনত চাগৈ ভাব হৈছিল —এজনে পৃথিৱীক পোহৰ দিয়ে, আনজনে উজ্জ্বলতাৰে মানুহক আনন্দ দিয়ে। পিছে, কেইবছৰমানৰ পিছতহে দেখা পোৱাৰ ভাগ্য হ'ব হাইস্কুলৰ শিক্ষা শেষ কৰি কলেজত পঢ়িবলৈ পালেহে।

বছৰ কেইটা গ'ল। ১৯৩৭ চন। প্ৰচণ্ড বানপানীয়ে নগাওঁ-গুৱাহাটীৰ যাতায়াতৰ পথ বুৰাই পেলালে। জাহাজেদি তেজপুৰ হৈ আহিহে গুৱাহাটী পালোহি। লগত আহিছিল মোৰ এজন আপোন মানুহ, সেই কালৰ প্ৰখ্যাত মঞ্চাভিনেতা পুষ্পকান্ত বৰকটকী। গুৱাহাটীত দুই এদিন থাকি, আগতে মই নেদেখা চহৰখনৰ বাট-পথ মোক চিনাই দিছিল তেখেতে। এনেকৈ ফুৰোঁতে এদিন তেখেতৰ সহপাঠী অধ্যাপক হিৰণ্য ভূঞাৰ ঘৰলৈ মোক নি তেখেতক কৈছিল, 'এওঁ তোমালোকৰ কলেজতে পঢ়িব। টানে-আপদে চাবা।' এনেকৈয়ে সাক্ষাৎ হ'ল চাবলৈ হেপাহ থকা এজন ভূঞাৰ লগত। সিজনক দেখা পাবলৈ কলেজত নাম ভৰ্তি হোৱালৈ ৰ'ব লাগিব।

হ'ল নাম ভৰ্তি। ক্লাছো আৰম্ভ হ'ল। ইংৰাজীৰ ক্লাছ। ভূঞা ছাৰ আহিব। দেখা পাম। ------আহিল। গহীন গম্ভীৰ খোজেৰে সোমাই আহিল প্ৰফেচাৰ সূৰ্যকুমাৰ ভূঞা। ৰোল কল

কৰাৰ পিছত পঢ়াবলৈ আৰম্ভ কৰিলে। সেইদিনা তৃতীয় কি চতুৰ্থ শাৰীত বহিছিলোঁ। ভূঞা ছাৰৰ মাতটো সৰু কাৰণে ছাৰৰ লেকচাৰ ভালকৈ শুনা নাছিলোঁ। তাৰ পিছৰপৰা যুদ্ধ-বাগৰ কৰি হ'লেও প্ৰথম শাৰীত বহিবলৈ লৈছিলোঁ। সৰু সৰু বাক্যত সহজ সৰল শব্দেৰে অসমীয়া কোৱাদি শল শলীয়াকৈ ইংৰাজীবোৰ কৈছিল ছাৰে। শুনি ভাল লাগিছিল। কথাবোৰ মনত ৰৈ গৈছিল। পিছত সহায়িকাৰ সহায় নোলোৱাকৈ পৰীক্ষাত বহিবলৈ সক্ষম হৈছিলোঁ। ছাৰে পঢ়ুৱাওঁতে মন কৰিছিলোঁ, 'পঢ়ে, পঢ়ুৱাই, বোৱে পাণ ঃ ই তিনি নিচিন্তে আন' প্ৰবচন ফাকি এইজন ছাৰৰ গাত সম্পূৰ্ণ খাটে। পাণবজাৰৰ আলিৰ দাঁতিতে আমাক পঢ়ুওৱা কোঠাটো। ওচৰত বজৰুৱা হাই-কাজিয়া, চিঞৰ-বাখৰ হৈ থাকে। সেইবোৰে ছাৰৰ মনোযোগ অকণো কাঢ়ি নিব পৰা নাছিল। এই বিষয়ে আমাৰ সম-সাময়িক জ্যেষ্ঠ ছাত্ৰ শ্ৰীসতীশ চন্দ্ৰ কাকতিয়ে লেখিছে, 'কটন কলেজৰ টিউটৰিয়েল শ্ৰেণীত যেতিয়া আমাক তেখেতে পাঠদান কৰি আছিল, তেতিয়া কোনো চিঠি বা টেলিগ্ৰাম আহিলে তৎকালেই খুলি চোৱা নাছিল। ----ছাৰে কৈছিল— তোমালোকক পাঠদান কৰা সময়ত মই চিঠিপত্ৰ নোখোলো ----পাঠদানৰ কামত ব্যাঘাত হ'ব।'

তাৰ দুবছৰৰ পিছত ১৯৩৬ চনত ভূঞা ছাৰ গৱেষণাৰ কাৰণে লণ্ডন বিশ্ববিদ্যালয়লৈ গ'ল। আমিও ১৯৩৮ চনত কলেজৰপৰা ওলালোঁ। তাৰ পিছত আৰু বহুত দিন ছাৰক লগ পোৱা নাছিলোঁ। বিলাতৰপৰা ঘূৰি আহি ভূঞা ছাৰে আকৌ কটন কলেজৰ অধ্যাপকৰ কামত যোগ দিলে। তেতিয়াৰপৰা আগতকৈও বেছি ঐকান্তিক প্ৰচেষ্টাৰে ভূঞা ছাৰে মনোনিবেশ কৰিলে তেখেতৰ যিটো আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয় বুৰঞ্জী আৰু পুৰাতত্ত্বৰ গৱেষণা। প্ৰতিষ্ঠা হ'ল অসম চৰকাৰৰ 'বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ'। এই বিভাগৰ তেখেত সঞ্চালক হৈছিল। প্ৰথমে কিছুদিন অবৈতনিক ভাৱে ( ১৯৪৭ চনত বিলাতৰপৰা ঘূৰি অহাৰ পিছত ) আৰু পিছত নিয়মিত ভাৱে ( শিক্ষাধিকাৰ পদৰ পৰা অৱসৰ লোৱাৰ পিছত ১৯৪৯ চনত )। এই দৰে বিদ্যায়তনিক আৰু প্ৰশাসনীয় ক্ষেত্ৰত সুদক্ষ অভিজ্ঞতাৰে ভূঞা ছাৰ ১৯৫৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য পদত অধিষ্ঠিত হয়। প্ৰথম উপাচাৰ্য পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈদেৱৰ পিছত ভূঞা ডাঙৰীয়াই তিনিবছৰীয়া কাৰ্যকাল নিয়াৰিকৈ কটাই আকৌ তেখেতৰ মূল সাধনাৰ পথেদি অগ্ৰসৰ হৈ বুৰঞ্জী আৰু পুৰাতত্ত্বৰ গৱেষণা আদিৰে মৃত্যুৰ আগমুহূৰ্তলৈকে অসমৰ হিতৰ অৰ্থে অহৰহ সেৱা আগ বঢ়াই ১৯৬৪ চনৰ জুলাই মাহত শেষ নিশ্বাস ত্যাগ কৰিলে।



বিশ্ববিদ্যালয়ৰ উপাচাৰ্যজন প্ৰশাসনীয় আৰু বিদ্যায়তনিক দুয়ো ক্ষেত্ৰৰে শীৰ্ষতম বিষয়া। মই যদিও তেখেত উপাচাৰ্য থাকোঁতে বিশ্ব-বিদ্যালয়তে কাম কৰিছিলো, প্ৰশাসনীয় ক্ষেত্ৰত তেখেতৰ সান্নিধ্য মই বৰকৈ পোৱা নাছিলো। তেখেতৰ নিৰ্দেশতে কিবা কৰিবলগীয়া হ'লেও সেই নিৰ্দেশ আহিছিল ৰেজিষ্ট্ৰাৰ শ্ৰীযুত চিদানন্দ দাস ডাঙৰীয়াৰ যোগেদিহে। অৱশ্যে বেলেগ বেলেগ পৰিস্থিতিত ভূঞা ছাৰক লগ পোৱাৰ সুবিধা পাইছিলো। যেনে জালুকবাৰীলৈ অহা-যোৱা কৰোঁতে।

বিশ্ববিদ্যালয়ৰ স্থায়ী ক্ষেত্ৰ জালুকবাৰীলৈ স্থানান্তৰিত কৰাৰ আগতে প্ৰশাসনীয় কাৰ্যালয় আছিল কটন কলেজৰ নতুন ছাত্ৰাবাসৰ ( নিউ হোষ্টেল ) এটা ঘৰত। জালুকবাৰীত প্ৰশাসনীয় ভৱনৰ নিৰ্মাণ কাৰ্য সম্পূৰ্ণ হোৱাৰ পিছতো ভৱনটো সেই সময়ত বহা কংগ্ৰেছ অধিৱেশনৰ কামত ব্যৱহাৰ কৰিব লগা হোৱাৰ কাৰণে প্ৰশাসনীয় কাম-কাজ গুৱাহাটীৰ পৰাই চলাব লগীয়া হৈছিল। ১৯৫৭ চনত উপাচাৰ্যৰ কাৰ্যালয় জালুকবাৰীলৈ স্থানান্তৰিত হৈছিল। কিন্তু তাত তেতিয়াও উপাচাৰ্যৰ বাবে কোনো আৱাস গৃহ নিৰ্মিত নোহোৱা কাৰণে উপাচাৰ্য ভূঞা ছাৰে গুৱাহাটীৰপৰা অহা-যোৱা কৰি কাম চলাব লগীয়া হৈছিল। এনেকৈ অহা-যোৱা কৰোঁতে ছাৰে প্ৰায়ে মোকো তেখেতৰ গাড়ীতে লৈছিল।

দ্বিতীয়তে, জালুকবাৰীৰ উপাচাৰ্যৰ প্ৰশাসনীয় কক্ষত চাহ খাবৰ

সময়ত ছাৰে মোকো মাতি নি নেমুৰস আৰু চেনি মিহলোৱা ফিকা চাহ বিস্কুতৰ সৈতে তেখেতেও খাইছিল আৰু মোকো খাবলৈ দিছিল।

তদুপৰি প্ৰায়ে ঘৰলৈ গৈ ঘৰুৱা পৰিৱেশতো ছাৰক লগ পাইছিলো। এইদৰে বিভিন্ন পৰিস্থিতিত লগ পাওঁতে তেখেতৰ লগত নানা ধৰণৰ কথা-বতৰা পতা আলোচনা-বিলোচনা কৰাৰ সুবিধা পাইছিলো। এনে কথা-বতৰাত ভূঞা ছাৰে কেতিয়াও পদবীৰ উচ্চ-নীচতাৰ ব্যৱধান নাৰাখি মোৰ লগত অতি মুকলিভাৱে কথা পাতিছিল। এই কথা-বতৰাৰ মাজেদি মই তেখেতৰ মৰম আৰু উদাৰ হৃদয়ৰ পৰিচয় পাইছিলো। দৰাচলতে মৰম আৰু উদাৰতা আছিল তেখেতৰ স্বাভাৱিক গুণ। সকলোকে মাত বোল লগোৱা, টানে আপদে সহায় কৰি ভাল পোৱা ড° ভূঞা আছিল এজন খাটি অসমীয়া ডাঙৰীয়া।

এইখিনিতে মনত পৰে ভূঞা ছাৰৰ আৰু এটা গুণৰ কথা। সেয়া হৈছে গুৰু-ভক্তি। শ্ৰীঅতুল বৰুৱাৰ পৰা শুনিছিলো এটা ঘটনা— ড° ভূঞা তেতিয়া শ্বিলঙত শিক্ষাধিকাৰ পদত। এদিন দুপৰীয়া তেখেতে গোসাঁই ঘৰৰ পৰা ওলাই আহি কোনোবা বৰা এজন অহা বুলি শুনি বাহিৰলৈ ওলাই গ'ল। গৈ দেখে যে সেয়া তেখেতৰ সৰুকালৰ শিক্ষাগুৰু ধনাই বৰা। ক'ত অসমৰ শিক্ষাধিকাৰ আৰু ক'ত নিম্ন প্ৰাইমেৰী স্কুলৰ শিক্ষক, তাতে অৱসৰপ্ৰাপ্ত। কিন্তু সেই ব্যৱধানে ভূঞা ছাৰৰ মনত অকণো ক্ৰিয়া নকৰিলে। ছাত্ৰ হিছাপেই শিক্ষাগুৰুক সন্মান জনালে। ভৰিৰ চটি জোতা খুলি আঁতৰাই থৈ বৰা ডাঙৰীয়াৰ ভৰি ছুই সেৱা জনালে আৰু ভিতৰলৈ মাতি নি বহুৱাই, খুৱাই বুৱাই দুদিন নিজ ঘৰতে আলহি ৰাখিহে পঠিয়ালে। ছাৰ ঢুকোৱাৰ পিছতে ভূঞানী মাহীদেৱেও লিখি থৈ গৈছে ' ---এই শিক্ষকজনা আহিলে সেৱাটি কৰি ভক্তিভাৱে যিহে সেৱা সংকাৰ কৰিব, সেই পবিত্ৰ দৃশ্য এতিয়াও মোৰ চকুত ভাহি আছে।'

ওপৰত কৈ অহা ধৰণে লগ পাওঁতে এদিন ছাৰে কৈছিল 'বুজিছা ফাইল deal কৰোঁতে red tape অৰ পিছ ফালে এখন kind heart



থাকিব লাগে। তেতিয়াহে প্ৰকৃত ন্যায় বিচাৰ কৰা হয়।' আন এদিন কৈছিল—'সকলো বিষয়ৰে অলপ অলপ জনা ভাল কিন্তু এটা বিষয়ৰ সকলোখিনি জানিবলৈ চেষ্টা কৰিবা— Learn something of everything but learn everything of something.'

১৯৫৬ চনত অসমীয়া (ভাষাতত্ব শাখা)ত প্ৰাইভেটকৈ এম্. এ. পৰীক্ষা দি উচ্চ স্তৰৰ নম্বৰেৰে দ্বিতীয় শ্ৰেণীত প্ৰথম স্থান পাই এম্. এ. পাছ কৰিছিলো। তেতিয়া ভূঞা ছাৰ উপাচাৰ্য। মোক মাতি নি ছাৰে কৈছিল, 'তুমি প্ৰাইভেটকৈ পঢ়িয়েই ইমানখিনি কৰিলা; এতিয়া আৰু অলপ কৰাঁ। সেইটো হৈছে research, বিষয়টো মই দিওঁ— Charit Puthis of Assam তাৰ বাবে ময়ে তোমাক guide কৰিম।' উত্তৰত কৈছিলো, 'ছাৰ, জালুকবাৰী-গুৱাহাটীৰ পথশ্ৰম আৰু দহ বজাৰপৰা চাৰে চাৰি/পাঁচ বজালৈ প্ৰশাসনীয় কামৰ অবিৰত হেঁচাৰ অৱসাদ —পাৰিম জানো!' আনে হোৱা হ'লে ইমানতে প্ৰসংগৰ অন্ত পেলালেহেঁতেন। ছাৰে কিন্তু নেৰিলে। আকৌ ক'লে, তুমি আৰম্ভ কৰাচোন। তিনি বছৰত নোৱাৰিলে পাঁচ বছৰত কৰিবা।' এটা বিদ্যায়তনিক কামত এনেদৰে নিঃস্বাৰ্থভাৱে প্ৰেৰণা যোগোৱা মানুহ কিমান আছে বাৰু ?

কিন্তু নোৱাৰিলোঁ। ছাৰৰ সেই পিতৃ-সুলভ উপদেশ কাৰ্যত পৰিণত কৰিব নোৱাৰিলোঁ। প্ৰথমতে অলপ দিন চেষ্টা কৰিও চাইছিলো। কিন্তু কায়িক আৰু মানসিক শ্ৰমৰ হেঁচা সহিব নোৱৰা দুৰ্বল স্বাস্থ্যই বাট ভেটি ধৰিলে।

এনেবোৰ গহীন কথাৰ লগতে এদিনৰ এটা ৰসাল কথালৈ মনত পৰিছে। গুৱাহাটীৰপৰা জালুকবাৰীলৈ গৈ থাকোঁতে বাটত এদিন কিবা কথাৰ মাজতে কিতাপ কেনেকৈ ৰাখিব লাগে, লোকক কিতাপ দিলে কি হয় এইবোৰ কথা ছাৰে কৈ আছিল। ময়ো মোৰ এটা অভিজ্ঞতাৰ কথা ক'লো : ১৯৫০ চন মানতে শ্বিলঙত পাই এখন কিতাপ কিনি আনিছিলো। সেইখন আছিল George Orwell অৰ 1984.

কিতাপখন পঢ়ি শেষ কৰি ৰেকত থৈ দিছিলোঁ। ভাবিছিলোঁ সেই চনটোলৈকে জীয়াই থাকিলে উলিয়াই চাম। কেইবছৰমান পিছত কিবা এটা প্ৰসংগত কিতাপখনত থকা 'Big Brother', 'Telescreen', 'Double Think' আদি উপহাসৰ চলেৰে কৰা উদ্ভট কল্পনাবোৰ পঢ়ি চাবলৈ ৰেকত চাই দেখোঁ যে কিতাপখন নাই। ঘৰ গোটেইখনতে অ'ত ত'ত বিচাৰি চলাথ কৰি যেতিয়া কিতাপখন নেপালোঁ তেতিয়া থিৰাং কৰিলো যে কিতাপ আৰু নেপাওঁ। কোনোবাই নি পহৰালে। তেতিয়া ছাৰে মিচিকিয়া হাঁহি এটা মাৰি ক'লে— এজন ছাহাবে এই বিষয়ে কি কৈছিল জানা? কৈছিল বোলে 'It is foolish to lend a good book, it is foolish to return a good book'. হাঁহি এটা মাৰি মই কৈছিলোঁ— 'তেতিয়া দেখোন ছাৰ, মই যদি কাকো কিতাপ নিদিওঁ, ময়ো লোকৰপৰা কিতাপ অনাৰ মুদা মৰিব।' ছাৰে কৈছিল ঃ 'দিবা। কিন্তু হিছাপ ৰাখিবা।' পিছত ভাবি চাইছো এয়া ছাৰে কাৰ্যক্ষেত্ৰত লাগতিয়াল উপদেশকে দিছিল।

আৰু এটা কথা। দুপৰীয়া চাহ খাবৰ সময়তো ছাৰে প্ৰশাসনীয় file অৰ কাম কৰি থাকিছিল। তাৰ মাজত এটা কথা লক্ষ্য কৰিছিলো। সেইটো হৈছে প্ৰত্যেক কামতে নিজেও পৰিপাটি আৰু আনকো পৰিপাটি হোৱাটো তেখেতে বিচাৰিছিল। অকল ময়ে নহয়, তেখেতৰ সান্নিধ্যলৈ অহা সকলো লোকেই সেই কথা লক্ষ্য কৰিছিল। অকল অফিচৰ কামতে নহয়, ঘৰুৱা কামতো তেখেত আছিল অতি পৰিপাটি। তেখেতৰ ঘৰত দেখিছিলো বাহিৰৰ দীঘলীয়া কোঠাটোৰ টেবুলৰ ওপৰত সদায় একে ঠাইতে সৰু এটা 'ব্ৰীফ কেছ', ফাইলৰ ঠাইত ফাইল, কলম পেঞ্চিল থকা ঠাইত কলম-পেঞ্চিল, কিতাপৰ ঠাইত কিতাপ. কাগজৰ ঠাইত কাগজ। কোনো বস্তুৱে ক'তো খেলি মেলি নাই। ছাৰৰ লগত ঘনিষ্ঠভাৱে থকা এজনৰ পৰা শুনিছিলো তেখেতে বোলে আনকি তেখেতৰ ঘৰত বিয়ালৈ নিমন্ত্ৰণ কৰা লোকৰ লিষ্টি প্ৰথমখনৰপৰা শেহৰখনলৈকে টাইপ কৰি পৰিপাটিকৈ ৰাখি থৈছিল।



অফিচৰ কামত দেখিছিলো উপাচাৰ্যৰ চহীত পঠাব লগীয়া বা উপাচাৰ্যৰ নিৰ্দেশত ৰেজিষ্ট্ৰাৰে পঠাব লগীয়া চিঠি-পত্ৰ নিজে দুবাৰ তিনিবাৰ চাই-চিতি ভুল-চুক শুধৰাই সদায় তিনিটা কপি কৰাইছিল। এটা যাবলৈ পঠিয়াব লাগিব তেওঁৰ কাৰণে, এটা সংশ্লিষ্ট ফাইলৰ কাৰণে আৰু এটা তেখেতৰ নিজা ফাইললৈ। তিনিটা কপি কিয় লাগে সোধোতে ছাৰে কৈছিল, 'যিটো অধিকাকৈ কৰোৱা বুলি ভাবিছা সেইটো মোৰ ফাইলৰ কাৰণে। এইবোৰ গুৰুত্বপূৰ্ণ বিষয়ৰ কথা। কিবা এটা বিচাৰিলে তোমালোকে এশ এবুৰি ফাইলৰ মাজৰপৰা মোক লগা কাগজখন তৎক্ষণাৎ বিচাৰি দিব পাৰিবা জানো? ডাঙৰ কাম. সৰহ কাম কৰিবৰ হ'লে কাগজ-পাতি হাত দিলেই পোৱাকৈ ৰাখিব লাগে। নহ'লে তোমাক লগা বস্তু ঘূৰ্মূটিয়াই বিচাৰি ফুৰোঁতেই বহুত সময় নষ্ট হ'ব।'

সকলো বিষয়ৰে খুটি-নাটি সম্পৰ্কে তেখেতে সদায় চকু ৰাখিছিল। কাম কৰোঁতে লাগিব পৰা সকলো বস্তু নিজে যতনাই বা সংগ্ৰহ কৰি সময় মতে হাত দিলেই পোৱাকৈ ৰখাত গুৰুত্ব দিছিল। এই সম্পৰ্কে এটা ঘটনা আজিও পাহৰা নাই। ভূঞা ছাৰে 'Culture and Civilisation of Assam' নাম দি বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ পৰ্যায়ৰ এটা বিষয় হিছাপে প্ৰৱৰ্তন কৰিছিল। ভূপেন চৌধুৰী নামৰ এজন ডেকা সেই বিষয়ৰে অধ্যাপক আছিল। ডেকাজন ছাৰৰ ওচৰ সম্পৰ্কীয়। তেওঁ এদিন দুপৰীয়া ছাৰে ময়ে চাহ খাই থাকোঁতে সোমাই আহি পোনে পোনে ছাৰৰ ওচৰলৈ গৈ সৰু সৰুকৈ ক'লে, 'মোক এটা ৰেভিনিউ টিকট লাগিছিল। আপোনাৰ হাতত আছে যদি দিব পাৰিবনে কি?' ছাৰে তেওঁৰ ফালে নোচোৱাকৈ তললৈ কৰিয়েই ক'লে. 'আছে মোৰ হাতত। কিন্তু নিদিওঁ। তোমাৰ কিয় নাই?' ভূপেনক ছাৰে বৰ মৰম কৰিছিল বুলি আমি জানিছিলো। গতিকে, তেনেকৈ ওভতাই পঠাব খোজাত আচৰিত হৈছিলো। ভূপেনেও থৰমৎ খাই উভতি গৈছিল। পিছত জানিবা তেওঁ গৈ

দুৱাৰৰ ওচৰ পাওঁতেই মাতি আনি ক'লে, 'নিয়া বাৰু। আজিলৈ দিলো। আজিৰপৰা নোপোৱা। তোমাক লগা বস্তু সদায় যোগাব ৰাখিবা। পৰাপক্ষত লোকৰ ওপৰত নিৰ্ভৰ নকৰিবা।' স্বাবলম্বিতা আৰু তৎপৰতাৰ প্ৰতি এয়া এজন কৰ্মপ্ৰৱণ লোকৰ গুৰুত্বপূৰ্ণ চাৰিত্ৰিক বৈশিষ্ট্যৰ চানেকি।

প্ৰশাসনৰ ক্ষেত্ৰতে হওক বা লেখা-পঢ়াৰ কামতে হওক ভূঞা ছাৰে যি কামকে কৰিছিল, সেয়ে আছিল পৰিপাটি আৰু নিয়াৰি। কাম কৰিবলৈ লওঁতে তেখেতে বাহুল্যভাৱে পৰিকল্পনা কৰি শেহত কলো জপো হোৱাতকৈ কাম কেনেকৈ সুসম্পাদন কৰিব কৰিব পাৰি তাৰ ওপৰত বেছি গুৰুত্ব দিছিল। তেখেতে লিখি গৈছে 'পৰিকল্পনাৰ প্ৰাচুৰ্যত কোনো গৌৰৱ নাই; গৌৰৱ আছে তাকৰীয়াকৈ হ'লেও তাক নিখুঁতভাৱে সম্পাদন কৰি তোলাতহে। এশ জোপা বৰগছৰ পুলি ৰুই অযত্নত তাক মৰিবলৈ দিয়াতকৈ এজোপা বকুলৰ পুলি প্ৰতিপাল কৰি তাক জীয়াই ৰাখি ফলে-ফুলে জাতিষ্কাৰ কৰি তোলাটোহে বেছি কৃতিত্বৰ কথা।"

ভূঞা ছাৰৰ জীৱন আৰু কৰ্মৰাজি আলোচনা কৰি চালে দেখা যায় তেখেতৰ সমলো কৰ্মৰ উৎস আছিল দেশপ্ৰেম। দেশ-সেৱাৰ কাৰণেই তেখেতে অতীত বুৰঞ্জীৰ টোপোলা মেলি তাৰপৰা অনুপ্ৰেৰণা লাভ কৰিছিল। তেখেতে বিশ্বাস কৰিছিল, 'উচ্চ মনোবৃত্তি আৰু ঐকান্তিক দেশপ্ৰেমৰ বতাহ-পোহৰ নাপালে স্বাধীনতা-বৃক্ষ কেতিয়াও জীয়াই থাকিব নোৱাৰে। সেই মনোবৃত্তি আৰু দেশপ্ৰেমৰ দৃষ্টান্ত অসমীয়াৰ অতীত কাহিনীত অগণনভাৱে সিচঁৰতি হৈ আছে।'

দেশপ্ৰেমৰ পৰাই তেখেতৰ অন্তৰত জন্মিছিল সাহিত্য-সৃষ্টিৰ হেঁপাহ। তেখেতে বিশ্বাস কৰিছিল, 'সাহিত্যই হৈছে দেশত ঐক্য সাধনৰ প্ৰধান উপায়। প্ৰত্যেক জাতিৰে অতীজ সম্ভাৰ আছে; এই অতীজ সম্ভাৰ হৈছে জাতিৰ এজমালি সম্পত্তি। এই এজমালি সম্পত্তিৰ ভাগ-বিতৰণ যিমানেই ব্যাপক হয় তিমানেই জাতিৰ ভিন্-ভিন্



মানুহৰ মাজত একে মনোভাৱ সৃষ্টি হয়। ---- ভেদভাব নিৰাকৰণ কৰাৰ উপায় হৈছে সাহিত্যৰ জৰিয়তে মানুহৰ মনত এক চেতনা আৰু এক মনোবৃত্তিৰ প্ৰৱৰ্তন কৰাটো।'

সাহিত্য চৰ্চা তেখেতে কৰিছিল ঘাইকৈ বুৰঞ্জীৰ ক্ষেত্ৰত, কাৰণ তেখেতে কৈছিল, 'সভ্য জগতৰ আগত অসমৰ অতীত গৌৰৱৰ চিনাকি দিবলৈ অসমত বুৰঞ্জী-চৰ্চা কৰা প্ৰধান আৱশ্যক। তেনেহ'লেহে আনে আমাক সম্মানৰ চকুৰে চাব আৰু আমাৰ নিজৰ মাজতো আত্মবিশ্বাসৰ ভেটি বন্ধোৱা হ'ব।

কিন্তু ড° ভূঞা ডাঙৰীয়াই অকল বুৰঞ্জীকে বা বুৰঞ্জীমূলক সাহিত্যকে ৰচনা কৰা নাছিল। বুৰঞ্জীৰ বাহিৰেও তেখেতে 'গোপাল কৃষ্ণ গোখলে', 'ৰবীন্দ্ৰনাথ ঠাকুৰ', 'আনন্দৰাম বৰুৱা', 'হৰিহৰ আতা' আদি জীৱনী; 'নিৰ্মালি', 'পঞ্চমী' আদি কবিতা আৰু গল্পৰ পুথি আৰু আন প্ৰৱন্ধমালা ৰচনা কৰিছিল।

এইখিনিকে, কিছু প্ৰত্যক্ষ অভিজ্ঞতা আৰু কিছু পৰোক্ষ জ্ঞানেৰে লিখি সেই মৰমিয়াল, উদাৰ শিক্ষাগুৰুজনাৰ পুণ্য সোঁৱৰণত শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিলো।

# ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ চুটিগল্প

ড° পৰীক্ষিত হাজৰিকা

অসমীয়া চুটিগল্প বঙলা আৰু ইংৰাজী সাহিত্য পঠন-পাঠনৰ ফলত ৰূপ লোৱা এবিধ কলা। ইয়াৰ উদ্ভৱ কাল উনবিংশ শতিকাৰ শেষাৰ্দ্ধ। প্ৰকৃতাৰ্থত আধুনিক গল্প শৈলীৰে পৰিভূষিত হৈ অসমীয়া চুটিগল্পই ১৮৯১ চনৰ 'জোনাকী' কাকতত দেখা দিয়ে। 'জোনাকী'ত প্ৰকাশ পোৱা লক্ষ্মীনাথ বেজবৰুৱাৰ 'ভদৰী' নামৰ গল্পটিকে প্ৰথম প্ৰকাশিত মানবিশিষ্ট অসমীয়া চুটি গল্প বুলি ধৰা হয়। সেই কাৰণে বেজবৰুৱাক অসমীয়া চুটিগল্পৰ জনক বুলি আখ্যা দিয়া হৈছে। বেজবৰুৱা প্ৰমুখ্যে জোনাকী দলৰ লেখকসকলে আধুনিক দৃষ্টিভঙ্গীৰে সৃষ্টিধৰ্মী সাহিত্য ৰচনা কৰিব পৰাৰ ঘাই কাৰণ হ'ল তেওঁলোকে পূব আৰু পশ্চিমৰ শিক্ষা-সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ স্বৰূপ কলিকতা মহানগৰীত থাকি উচ্চ শিক্ষা লাভ কৰা হেতুকে আৰু পাশ্চাত্যৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত হোৱা কাৰণে।

বেজবৰুৱাৰ সমসাময়িকভাৱে আৰু কেইজনমানে জোনাকী কাকতত চুটিগল্প লিখিছিল। বেজবৰুৱাতকৈ বয়সত ভালেখিনি কনিষ্ঠ শৰৎচন্দ্ৰ গোস্বামীয়েও জোনাকীত গল্প লিখিছিল। জোনাকী কাকতৰ প্ৰেৰণাত কুৰি শতিকাৰ প্ৰথম তিনিটা দশকৰ ভিতৰত আৰু কেইখনমান জনপ্ৰিয় আলোচনী প্ৰকাশ হৈছিল। সেইবোৰৰ ভিতৰত উষা (১৯০৭ খৃঃ), বাঁহী (১৯০৯ খৃঃ), আলোচনী ১৯১৫ খৃঃ). আসাম বান্ধৱ (১৯১০ খৃঃ), অৰুণ (১৯১৬ খৃঃ), চেতনা (১৯১৯ খৃঃ), আসাম হিতৈষী (১৯২৫ খৃঃ), অসম প্ৰদীপিকা (১৯২৬ খৃঃ) আৰু আৱাহন (১৯২৯ খৃঃ) আলোচনীৰ ভূমিকা বিশেষভাৱে উল্লেখযোগ্য আছিল। বেজবৰুৱা আৰু গোস্বামীৰ আদৰ্শ অনুসৰণ কৰি অনেকজনে চুটিগল্প লিখিবলৈ লৈছিল। সেইসকলৰ ভিতৰত দণ্ডিনাথ কলিতা, সূৰ্যকুমাৰ ভূঞা, লক্ষ্মীনাথ ফুকন, নকুলচন্দ্ৰ ভূঞা,



মিত্ৰদেৱ মহন্ত, মছলেহ উদ্দিন আহমদ প্ৰভৃতিৰ নাম সততে স্মৰণীয়। আলোচনীৰ পাতত ওলোৱাৰ পাছত এওঁলোকৰ গল্প-পুথিও প্ৰকাশিত হৈছে।

সূৰ্যকুমাৰ ভূঞা আৰু লক্ষ্মীনাথ ফুকন দুয়ো সাহিত্যিক বন্ধু আছিল। সাহিত্য-চৰ্চাৰ প্ৰসঙ্গত লক্ষ্মীনাথ ফুকনে লিখিছে যে ভূঞাই কলিকতাৰ প্ৰেচিডেন্সী কলেজত (১৯১১-১৫ খৃঃ) বি. এ. পঢ়ি থকা কালতে কবিতাৰ যোগেদি দুয়োৰে মাজত পৰিচয় হয়। ফুকনে ১৯১৫ চনৰ পৰা ডিব্ৰুগড়ত থাকি 'আলোচনী' কাকতখনৰ সহকাৰী সম্পাদক হিচাপে কাম কৰিছিল। সেই কাকতত প্ৰকাশৰ বাবে পঠোৱা ভূঞাৰ কবিতা এটিৰ দুটামান শব্দ সলাই শ্ৰুতিমধুৰ কৰাৰ প্ৰসঙ্গত ভূঞাই চিঠিৰে আনন্দ প্ৰকাশ কৰিছিল। সেইদৰেই দুয়োৰে মাজত চিঠি-পত্ৰৰ আদান-প্ৰদান হৈছিল। প্ৰভাতকুমাৰ মুখোপাধ্যায়ৰ দুটা গল্প বঙলাৰ পৰা অসমীয়ালৈ ভাঙি ভূঞাই 'উষা' আৰু 'বাঁহী' কাকতত উলিয়াইছিল। তাকে দেখি তেওঁ ভূঞাক ৰবি ঠাকুৰৰ কোনো এটা গল্প অসমীয়ালৈ ভাঙি 'আলোচনী' কাকতলৈ পঠাবলৈ অনুৰোধ কৰিলে। উত্তৰত ভূঞাই জনালে যে কবিগুৰুৰ পৰা অনুবাদৰ অনুমতি লৈ থৈছে। তেতিয়া ফুকনে ৰবি ঠাকুৰৰ 'দালিয়া' গল্পটো অসমীয়ালৈ ভাঙি তলত দুয়োৰে নাম দি ১৮৩৮ শকৰ বহাগ মাহৰ সংখ্যাত (৭ম বছৰ ৭ম সংখ্যা, আলোচনী ছপাই উলিয়ালে। গল্পটো ছয়টা অধ্যায়ত বিভক্ত। অসমীয়ালৈ অনুবাদ কৰা এইটোৱে ৰবি ঠাকুৰৰ প্ৰথম গল্প।

প্ৰাক্ স্বাধীনতা যুগৰ অসমৰ অন্যতম শিক্ষাবিদ আৰু পুথি-প্ৰকাশক দুৰ্গাধৰ বৰকটকীয়ে উষা আৰু বাঁহী কাকতত ওলোৱা ভূঞাৰ পাঁচোটা চুটিগল্প 'পঞ্চমী' নাম দি ১৯২৭ চনৰ জানুৱাৰী মাহত কলিকতাৰ পৰা প্ৰকাশ কৰে। এইখনেই সূৰ্যকুমাৰ ভূঞাৰ একমাত্ৰ গল্প-পুথি। পুথিখনৰ আকাৰ ক্ৰাউন চাইজ, পৃষ্ঠা সংখ্যা ৫৮, মূল্য পাঁচ অনা মাথোন। প্ৰকাশকৰ নিবেদনত বৰকটকীয়ে লিখিছে— 'শ্ৰীমান সূৰ্যকুমাৰ ভূঞা অধ্যাপকদেৱৰ 'পঞ্চমী'ৰ পাঁচোটা গল্প তাহানি উষা আৰু বাঁহীত

ওলাইছিল । সি আজি চৈধ্য-পোন্ধৰ বছৰৰ কথা । এই গল্প কেইটাৰ সৰল স্বাভাৱিকতা আৰু ভাষা লালিত্যৰ কাৰণে অসমীয়া ৰাইজে তাত বৰ সোৱাদ পাইছিল । এই চৈধ্য-পোন্ধৰ বছৰৰ ভিতৰত অসমীয়া সাহিত্যৰ ওপৰেদি অনেক প্ৰকাৰৰ বা বতাহ বৈ গৈছে। তথাপি বোধকৰোঁ অসমীয়া পাঠকসকলে বৰুণা, বিজুলী, শীতলা, আমিনা—এই কেগৰাকী নায়িকাৰ মনোমোহা চিত্ৰ পাহৰিব পৰা নাই।'

'পঞ্চমী' পুথিত সন্নিৱিষ্ট গল্পকেইটা হ'ল, ক্ৰমে শিলা নহয় ফুল, তেতিয়া আৰু এতিয়া, বিজুলী, মাণিক বৰা আৰু আমিনা। প্ৰায় ৬৮ বছৰ আগতে প্ৰকাশিত পুথিখন সম্প্ৰতি দুষ্প্ৰাপ্য হৈ পৰিছে ; গতিকে ইয়াৰ গল্পসমূহৰ কাহিনীকেইটা সমালোচক আৰু পাঠকবৰ্গৰ ৰসাস্বাদনৰ সুবিধাৰ কাৰণে চমুকৈ দাঙি ধৰিলে অপ্ৰাসঙ্গিক নহ'ব বুলি ভাবিছোঁ।

প্ৰথম গল্পৰ কাহিনীটো এনে ধৰণৰ—বুঢ়ী মাকত বাহিৰে পুষ্পৰ সংসাৰত আপোন বুলিবলৈ কেও নাই। এদিন বুঢ়ীমাকে চকুলো টুকি টুকি পুষ্পক ক'লে—'পুষ্প, মোৰ সৰহদিন ভাবস্তত আয়ুস নাই, ইয়াৰ ভিতৰতে তোৰ বিয়াখন পাতি যাব পাৰিলে মোৰ কৰিব লগা হ'ল বুলি ভাবিম।' বুঢ়ীমাকৰ বেদনা বুজি নিঠৰুৱা পুষ্পই বিয়া কৰাবলৈ মান্তি হ'ল। সেইমতে আইতাকে বৰুণা নামৰ এজনী সৰু ছোৱালীৰ লগত তাৰ বিয়াখন পাতি দিলে। বৰুণাই বিয়া আৰু প্ৰেমৰ মোল তেতিয়া বুজা হোৱা নাছিল। তাই পুষ্পৰ ঘৰলৈ আহি মাকৰ ঘৰৰ খেলাৰ সঁজুলিবোৰ নাপাই কান্দিবলৈ ধৰে। কেইদিনমান পাছত পুষ্পই হতাশ মনেৰে কলিকতালৈ পঢ়িবলৈ গ'ল। যাওঁতে সি বৰুণাক কৈ গ'ল—'যেতিয়ালৈকে তুমি মোক চিঠি দি নামাতা তেতিয়ালৈকে জানিবা মই প্ৰৱাসুৱা'। এইদৰে কৈ পুষ্প কলিকতালৈ গুচি গ'ল ; ইপিনে বৰুণাও মাকৰ ঘৰলৈ গুচি আহিল। কেইদিনমান যোৱাৰ পাছত বৰুণাই মাকৰ ঘৰতো শান্তি নোপোৱা হ'ল। তাই আকাশ-পাতাল গুণি পূৰ্বৰ কথা সুঁৱৰি মনে মনে এখন চিঠি লিখি



পুষ্পলৈ ডাকত পঠিয়ালে। কিন্তু সেই চিঠি পুষ্পই নাপালে। এটা বছৰ পাব হ'ল। ইপিনে বৰুণাৰ ককায়েকজন কলিকতাৰ পৰা বন্ধত ঘৰলৈ আহিছে। এইবাৰ ককায়েকৰ জৰিয়তে তাই শুদ্ধ ঠিকনাত পুষ্পলৈ চিঠি দিলে। চিঠি পাই পুষ্পৰ অভিমান ভাঙিল ; সি ততালিকে ঘৰলৈ আহিল। আনহাতে বৰুণাও তাৰ ঘৰত উপস্থিত হ'ল। তেতিয়া পুষ্পই হৃদয়ঙ্গম কৰিলে যে সদ্য যুৱতী বৰুণাৰ অন্তৰখন অতি কোমল—শিলা নহয়, ফুলহে।

এই সহজ সৰল কাহিনীটো ভূঞাই চাৰিটা ভাগত উপস্থাপন কৰিছে। প্ৰথম ভাগত দেখুওৱা হৈছে—পুষ্প নামৰ ল'ৰাজনে সৰুতে পিতৃ-মাতৃহীন হৈও বুঢ়ীমাকৰ যত্নত বি. এ. পাছ কৰি কলিকতাত এম্. এ. পঢ়িছে। মাজতে ঘৰলৈ অহাত বুঢ়ীমাকে তাৰ বিয়াখন পাতি দিব খোজে। সি সন্মতি দিয়াত অলপ আঁতৰৰ ভাল ঘৰৰ তেনেই সৰু ছোৱালী এজনীৰ লগত তাৰ বিয়াখন পতা হ'ল। দ্বিতীয় ভাগত দেখুওৱা হৈছে কাপোৰৰ দৰা-কইনা খেলা আৰু বিয়া-প্ৰেম আদিৰ আও-ভাও নুবুজা বৰুণাৰ কিশোৰী মনৰ অৱস্থা। তৃতীয় ভাগত লেখকে দেখুৱাইছে—পুষ্প কলিকতালৈ গুচি যোৱাত বৰুণা মাকৰ ঘৰলৈ আহি ক্ৰমে উদাসিনী হোৱা, পুষ্পৰ প্ৰতি গোপনে আকৰ্ষণ বঢ়া, বিৰহৰ বেদনা অনুভৱ কৰা আদি মানসিক অনুভূতিবোৰৰ খণ্ড চিত্ৰ। চতুৰ্থ ভাগত প্ৰতীয়মান কৰা হৈছে বিৰহ-ব্যথিত স্বামী-স্ত্ৰীৰ আনন্দময় মিলনৰ চিত্ৰ।

কাহিনীটোত জটিলতা মুঠেই নাই ; চৰিত্ৰবোৰ স্বভাৱতেই সৰল প্ৰকৃতিৰ ; সংলাপবোৰ পৰিমাৰ্জিত। পৰিৱেশ-সৃষ্টিত লেখকে গুৰুত্ব দিয়া নাই, সম্ভৱ চুটি পৰিসৰৰ গল্প কাৰণে। এই কম পৰিসৰতে ভূঞাই উৎকণ্ঠা সৃষ্টি কৰিবলৈ যত্ন কৰিছে। বাল্য বিৱাহৰ পৰবৰ্তী সমস্যা, কিশোৰী কইনাৰ মনৰ অৱস্থা, প্ৰেমজনিত আকৰ্ষণৰ স্বৰূপ আৰু বিৰহ মিলনৰ মাধুৰ্য গল্পটিত ফুটি উঠিছে। গল্পকাৰৰ উপস্থাপন-ৰীতি প্ৰশংসনীয়।

জীৱনৰ সাতটা তৰঙ্গৰ খণ্ড চিত্ৰৰ সমষ্টি হ'ল ভূঞাৰ 'তেতিয়া আৰু এতিয়া' নামৰ গল্পটি। উদাৰ দৃষ্টিৰ খোলা মনৰ দয়ালু হিয়াৰ

নামজ্বলা উকিল পীতাম্বৰ হাজৰিকা জিলাখনৰ ভিতৰতে এজন নামী পুৰুষ। বন্ধু-বান্ধৱ, মিতিৰ-কুটুম, বিষয়া-মহৰী, চাকৰ-নাকৰেৰে তেওঁৰ ঘৰ ভৰি থাকে। কিন্তু মৰিবৰ বেলিকা মাতৃহীনা পুতেক চৈধ্য বছৰীয়া নীলাম্বৰৰ কাৰণে টকা-পইচা, সা-সম্পত্তি একো থৈ নগ'ল। ঘৰৰ বিশ্বাসী বিহাৰী লগুৱা ৰামৰতনে এৰা নিদি অসহায় নীলাম্বৰক চোৱা-চিতা কৰি ৰ'ল। ৰামৰতনে উকীলৰ বন্ধু-বান্ধৱৰ পৰা সহায় খুজিও একো নাপালে। আনকি চহৰখনৰ চহকী মুঞ্চিপ আৰু পীতাম্বৰৰ নলে-গলে লগা বন্ধু ৰত্নধৰৰ পৰাও সি গঞ্জনা—লাঞ্চনা পালে। উপায়ন্তৰ হৈ ৰামৰতনে কিছু দূৰৰ উপকাৰী লোক শুকুলা গাওঁবুঢ়াক নীলাম্বৰৰ দুখৰ কথা বিবৰি ক'লে। উকীলৰ প্ৰতি কৃতজ্ঞতা সুঁৱৰি শুকুলা গাওঁবুঢ়াই দুয়োৰে জোখাই খোৱা মূঠিৰ যোগান ধৰিবলৈ গাত ল'লে। ইয়াৰ পিছত ৰামৰতণে দিন—হাজিৰা কৰি যি পায় তাৰে লোণ-তেলৰ খৰচ, নীলাম্বৰৰ পঢ়াৰ মাচুল, কিতাপ আদিৰ পইচা যোগাবলৈ ধৰিলে। ৰামৰতন আৰু শুকুলা গাওঁবুঢ়াৰ সৰু পৰিয়ালটিৰ মৰম-স্নেহত অনুপ্ৰাণিত হৈ সৎ স্বভাৱী বুদ্ধিমান নীলাম্বৰে প্ৰৱেশিকা পৰীক্ষাত বৃত্তি লাভ কৰি কলেজত পঢ়িবলৈ গ'ল। চাৰি বছৰ কলেজত পঢ়ি অতি সন্মানেৰে বি. এ. পাছ কৰি নীলাম্বৰ ঘৰলৈ উভতি আহিল। তেওঁ মুঞ্চিপ পদৰ বাবে চৰকাৰলৈ আবেদন কৰিলে।

ইপিনে স্বাৰ্থপৰ ৰত্নধৰ মুঞ্চিপে দুৰ্দিনৰ সময়ত অৱহেলা কৰা নীলাম্বৰক এতিয়া তেওঁৰ যোগ্যতা আৰু ব্যক্তিত্বৰ কাৰণে জোঁৱাই পাতিবলৈ নানা ষড়যন্ত্ৰৰ জাল তৰিছে। কিন্তু ধীৰ-স্থিৰ বিবেচক নীলাম্বৰে চৰকাৰৰ পৰা মুঞ্চিপ পদ পাই অতি দৃঢ়তাৰে সেই জাল ফালি পেলালে। তেওঁ কুটিল ৰত্নধৰৰ আধুনিকা ছোৱালী ইন্দুমতীক আৰু আন উচ্চ বিষয়াৰ কন্যাকো প্ৰত্যাখ্যান কৰি পিতৃতুল্য ৰামৰতনৰ পৰামৰ্শ অনুযায়ী মৃত শুকুলা গাওঁবুঢ়াৰ লক্ষ্মীস্বৰূপা কন্যা শীতলাকে বিয়া কৰালে। দুটি পৱিত্ৰ জীৱনৰ মিলন হ'ল।

গল্পটোৰ ঘটনা-বস্তু কিছু জটিল প্ৰকৃতিৰ। সেই জটিলতা আনি দিছে ক্ষমতাশালী মুঞ্চিপ ৰত্নধৰে আৰু তেওঁৰ পুত্ৰবৰ্গই। সিহঁতে নীলাম্বৰক ছাত্ৰ অৱস্থাতে নানা প্ৰকাৰে অপমান কৰিছিল। আনকি নীলাম্বৰে শীতলাক বিয়া কৰোৱাৰ আগতেও নিন্দাৰ শিলাবৃষ্টি হৈছিল। লেখকে ইচ্ছা কৰা হ'লে শীতলাৰ লগত ৰত্নধৰৰ পুতেক এজনক জড়িত কৰি ঘটনাটো অধিক জটিল কৰি তুলিব পাৰিলেহেঁতেন। কিন্তু সৰল মনৰ গল্পকাৰে সিমান জটিল স্তৰলৈ যাব খোজা নাই।



কাহিনীটোৰ কিছু জটিল চৰিত্ৰ হিচাপে ৰত্নধৰ বা তেওঁৰ পুত্ৰবৰ্গ উপনীত হৈছে যদিও সিবিলাকৰ কুকাৰ্য বা কুচিন্তাবোৰ লেখকৰ বৰ্ণনাতহে চমুকৈ ফুটি উঠিছে। আনহাতে সৎ চৰিত্ৰ হিচাপে আঙ্কিত হৈছে— ৰামৰতন, শুকুলা গাওঁবুঢ়া আৰু নীলাম্বৰ। গাওঁবুঢ়ানী শীতলা নিমাখিত প্ৰাণী। নিৰহঙ্কাৰী পীতাম্বৰ উকীল এজন উদাৰমনা, দয়ালু আৰু ভোগী। চৰিত্ৰবোৰে নিজাকৈ খুব কম কথা কৈছে; কিছুমানে কোৱাই নাই, লেখকৰ বৰ্ণনাতহে সিবিলাকৰ চাৰিত্ৰিক পৰিচয় প্ৰকাশ পাইছে। লেখকৰ প্ৰকাশ-ভঙ্গী মনোৰম হৈছে।

তৃতীয় গল্প 'বিজুলী' এটি ৰূপকধৰ্মী গল্প। ইয়াৰ পৰিৱেশনশৈলী কথা-কবিতাৰ দৰে। লেখকে নিজে নায়কৰ ভূমিকাত অৱতীৰ্ণ হৈ তেওঁৰ অতীত জীৱনৰ কথা, প্ৰেয়সী বিজুলীৰ অকাল-বিয়োগ, তেওঁৰ স্মৃতি-ৰোমন্থন, আগৰ প্ৰকৃতি-ৰাজ্য ওখ টিলাৰ ঘৰ এৰি কৃত্ৰিম চহৰত প্ৰৱেশ, দ্বিতীয় বাৰ বিৱাহ-পাশত আৱদ্ধ, তথাপিও মনৰ শান্তি ঘূৰাই নোপোৱা অৱস্থা, লোকৰ দৃষ্টিত বলিয়া মানুহ—ইত্যাদি খণ্ড খণ্ড চিত্ৰ আৰু ভাৱ-তৰঙ্গ ইয়াত থুপ খাই পৰিছে। লেখকৰ ভাৱ-প্ৰকাশিকা দক্ষতাৰ বাবেই গল্পটো সুখপাঠ্য হৈ পৰিছে।

'পঞ্চমী'ৰ চতুৰ্থ গল্পটো হ'ল 'মাণিক বড়া'। ছাত্ৰ অৱস্থাৰে পৰা বুৰঞ্জীপ্ৰিয় ভূঞাই ইতিহাসসৰ পটভূমিত গল্পৰ কাহিনীটো সংস্থাপন কৰিছে। ১৭৪০ শকৰ ফাগুণ মাহৰ আদিতে কলিয়াবৰৰ সলাল গোহাঁই আৰু তেওঁৰ প্ৰধান বিষয়া সুতাৰ গাঁৱৰ মাণিক বৰাৰ মাজত মান সেনাৰ অসম আক্ৰমণ প্ৰতিহত কৰাৰ উদ্দেশ্যে স্বৰ্গদেউক কুৰি হেজাৰ টকা বৰঙণি আৰু দহ হেজাৰ ৰণুৱা দি সহায় কৰা সম্পৰ্কে আলো-

চনা হয়। মাণিক বৰা এজন দেশপ্ৰেমিক, ৰাজভক্ত আৰু প্ৰজাবৎসল ৰাজবিষয়া। ৰজা ঘৰত মাণিক বৰাৰ সুনাম আছে; প্ৰজাবিলাকেও তেওঁক বৰ ভাল পায় আৰু ভক্তি কৰে। আগৰবাৰত মানৰ আক্ৰমণত জুৰুলা হোৱা প্ৰজাবৰ্গৰ পৰা পুনৰ টকা-পইচা তুলিবলৈ মাণিক বৰাই প্ৰথমতে টান পাইছিল যদিও এইবাৰ ভয়ানক বিপদৰ গুৰুত্ব বুজি দেশ ৰক্ষাৰ অৰ্থে আৰু ৰাজ আজ্ঞা পালনৰ হেতু নিৰ্দ্ধাৰিত টকা আৰু ৰণুৱা গোটাই ৰজাঘৰক সোধালে। ৰাজদণ্ডৰ ভয়ত ৰাইজে টকা পইচা, ৰণুৱা আদি দিলে যদিও কিছুমান কুচিন্তাকাৰী মানুহে মাণিক বৰাক ভাল নাপালে। আনহাতে, সেই সূতাৰ গাঁৱৰে সৰু সুৰা বিষয়া হৰিগতি নেওগে আগৰে পৰাই মাণিক বৰাৰ প্ৰতিপত্তি, যশস্যা আৰু জনপ্ৰিয়তা দেখি তেওঁক নাশ কৰিবলৈ চেলু চাই ফুৰিছিল। টকা-সংগ্ৰহৰ প্ৰসঙ্গত হৰিগতিয়ে এদল মানুহক মাণিক বৰাৰ শত্ৰু কৰি তুলিলে; এদিন সেই মানুহৰ দ্বাৰাই অকস্মাতে আক্ৰমণ কৰি সৎপুৰুষ মাণিক বৰাক হত্যা কৰা হ'ল।

এইটো কাহিনীও গল্পকাৰে জটিল ৰূপত উপস্থাপন কৰিছে। এজন ৰাজভক্ত আৰু দেশপ্ৰেমিকক বিনা দোষত ষড়যন্ত্ৰ কৰি হত্যা কৰাটো অতি বেদনাদায়ক। লেখকে মাণিক বৰাক তেনে অমানুষিক হত্যাকাণ্ডৰ বলি কৰি দেখুৱাইছে। হৰিগতি এজন স্বাৰ্থপৰ, হিংসুক আৰু নীচ প্ৰকৃতিৰ লোক। সলাল গোহাঁই এজন সজাগ, বিবেকী আৰু দায়িত্বশীল ৰাজবিষয়া। গল্পটোৰ সংলাপ ব্যঞ্জনা আৰু পৰিৱেশ সৃষ্টি সুখদায়ক হৈছে। গল্পৰ আৰম্ভণী ৰীতি নাটকীয়, ঘটনা প্ৰৱাহ ক্ৰমবৰ্দ্ধমান আৰু সামৰণি বিয়োগাত্মক। ভূঞাৰ প্ৰকাশভঙ্গী স্বাভাৱিকতেই ৰসাল।

'আমিনা' পঞ্চমীৰ পঞ্চম গল্প। এঘৰ দুখীয়া মুছলমান মানুহৰ দুখ-সুখৰ চিত্ৰ গল্পটোৰ ঘাই উপজীব্য। লেখকে সাতটা স্তৰত ঘটনাটো আগবঢ়াই নিছে। এজন দুখীয়া লোকৰ তিনিটা সন্তান—ওচমান, আমিনা আৰু গফুৰ; মানুহজনৰ পত্নী আৰু বৰপুত্ৰ তচলিম আগতে



ঢুকাইছে। এইবেলি ওচমানে প্ৰৱেশিকা পৰীক্ষা দিছে। সি গাওঁখনৰ ভিতৰতে চোকা ল'ৰা। বুঢ়া দেউতাকে কষ্ট কৰি আৰ্জি তাক পঢ়ুৱাইছে। পৰীক্ষাৰ খবৰ ওলোৱাৰ আগে আগে ওচমান টান নৰিয়াত পৰে। এদিন দুপৰীয়া এঘাৰ বছৰীয়া আমিনা আৰু পাঁচ বছৰীয়া গফুৰক পৰীক্ষাৰ খবৰ ল'বলৈ কলেজত পঢ়ি থকা অলপ দূৰৰ চহৰৰ ল'ৰা এজনৰ ওচৰলৈ পঠিয়াই দিলে। বাপেকৰ আশা—কিজানি পৰীক্ষাৰ ভাল খবৰ পালে ওচমানে সোনকালে আৰোগ্য লাভ কৰেই! সেই খবৰ ল'বলৈ যাওঁতেই কলেজীয়া ছাত্ৰৰ ভূমিকাত লেখকৰ আমিনাহঁতৰ ঘৰখনৰ লগত পৰিচয় হয়। দয়ালু ছাত্ৰজনে আমিনা গফুৰৰ লগতে গাৱঁলৈ গৈ বেমাৰী ওচমানৰ খা-খবৰ লয়, চিকিৎসাৰ ব্যৱস্থা কৰে আৰু আনকি ৰাতিও বেমাৰী ৰখে। ইয়াৰ পিছত দুয়োখন ঘৰৰ মাজত বন্ধুত্ব গঢ়ি উঠে। কেইবছৰমান পাছত সেই শিক্ষিত যুৱকজনৰ লগত আমিনাৰ বিয়া হয়; আমিনাৰ ককায়েক ওচমানে যুৱকজনৰ ভনীয়েকক বিয়া কৰায়। পিছত দুয়োঘৰৰ দুয়োজন বুঢ়া দেউতাকে মক্কালৈ হজ কৰিবলৈ যায়। ইমানতে কাহিনীৰ অন্ত পৰিছে।

'আমিনা' গল্পৰ ঘটনা-বস্তু সৰল আৰু বৰ্ণনাপ্ৰধান। প্ৰথম পুৰুষত কাহিনীটো বৰ্ণনা কৰা হৈছে। ১৯১২-১৩ চনৰ ৰচনা হিচাপে ঘটনাবস্তুৰ এটা বিশেষত্ব হ'ল যে হিন্দু লেখক এজনে দুটা মুছলমান পৰিয়ালৰ ঘৰুৱা অৱস্থা আৰু সম্প্ৰীতিৰ সুখ উপস্থাপন কৰিছে। চন-তাৰিখ হিচাপে পূৰ্বৰ গল্প-লেখকসকলৰ ৰচনাত এনে দৃষ্টিভঙ্গী থকা আমাৰ মনত পৰা নাই। চৰিত্ৰকেইটিও সৰল প্ৰকৃতিৰ; সিবিলাকৰ নৈতিক চৰিত্ৰ আৰু মনোভাৱ ওখ খাপৰ। চহৰবাসী ছাত্ৰ হিচাপে ডেকাজনৰ মন কোনোপধ্যে কলুষিত বা চঞ্চল প্ৰকৃতিৰ নহয়। গল্প লেখকে বৰ সংযম আৰু মাৰ্জিত ৰুচিৰে চৰিত্ৰ কেইটি ৰূপায়ণ কৰিছে। তেওঁৰ বৰ্ণনাকৌশল মিঠা লগা। পৰিৱেশ সৃষ্টিত এক কবিত্ব-ভাৱ অনুভৱ কৰা যায়। চিত্ৰ-ধৰ্মিতা গল্পটোৰ অন্যতম বৈশিষ্ট্য।

সূৰ্যকুমাৰ ভূঞা এজন সংযমী গল্পকাৰ। তেওঁ কোমল অন্তৰৰ পৰিশীলিত মনৰ মানুহ। মৰম-স্নেহ, দয়া-ক্ষমা, লাজ-লজ্জা, ধৈৰ্য, সহন-

শীলতা, সহায় সহানুভূতি আদি গুণেৰে সমাদৃত কবিমনা ভূঞাই কোনো প্ৰকাৰৰ জটিলতা ভাল নাপাইছিল। সেইকাৰণেই সম্ভৱ তেওঁৰ কাহিনী নিৰ্মাণত আমি জটিলতাৰ তীব্ৰতা নাপাওঁ। তেওঁ চিনাকি সমাজখনৰ পৰা ঘটনাবস্তু বাছি লৈ পৰিচিত চৰিত্ৰ কেতবোৰ ৰূপায়ণ কৰিছিল। সেইবোৰকো তেওঁ সহানুভূতিৰে অঙ্কন কৰিছে। দুই-এটা জটিল চৰিত্ৰৰ লোক থাকিলেও কাৰ্যত সিবিলাকৰ জটিলতা যথোচিত-ৰূপে প্ৰকাশ পোৱা নাই। ভূঞাৰ নায়ক-নায়িকাই নিজৰ গুণতেই পঢ়ুৱৈৰ পৰা সহানুভূতি লাভ কৰিব পাৰিছে। সেইকাৰণে, বৰুণা, আমিনা, শীতলা আৰু বিজুলী নামৰ নায়িকা কেইগৰাকী পাঠকৰ মনত সজীৱ হৈ আছে। সেইদৰে নায়ক হিচাপে পুষ্প, মাণিক বৰা আৰু শিক্ষিত ডেকাজন পাঠক সমাজৰ আদৰণীয় হৈ পৰিছে।

ভূঞাৰ ভাষা নিমজ শব্দ-চয়ন আৰু বাক্য-গাঁথনি যথোপযুক্ত, ক'তো অনাৱশ্যক কথাৰ অৱতাৰণা নাই, মুকুতামালাৰ দৰে। সহানুভূতিশীল দৃষ্টিভঙ্গী আৰু উদাৰ মানৱতাবোধ তেওঁৰ গল্পৰ বিশেষ বৈশিষ্ট্য। প্ৰসঙ্গক্ৰমে ইয়াকো ক'ব পাৰি যে সূৰ্যকুমাৰ ভূঞাই কবিতা আৰু বুৰঞ্জী বিষয়ত পাৰদৰ্শিতা দেখুওৱাৰ দৰে চুটিগল্প ৰচনাতো লাগি থকা হ'লে এই ক্ষেত্ৰত কথা-শিল্পীৰূপে এখন বিশেষ আসন লাভ কৰিব পাৰিলে-হেঁতেন।

# বিলাতত সূৰ্যকুমাৰ ভূঞা

**ভৱানন্দ ডেকা**

১৯০২ চনৰ কথা। ড° সূৰ্যকুমাৰ ভূঞা তেতিয়া নগাওঁ হাইস্কুলৰ ছাত্ৰ। ক্লাচ শিক্ষক আছিল মিঃ চাহাবুদ্দিম। এদিন শিক্ষকসকলে শ্ৰেণীৰ ছাত্ৰবোৰক সুধিছিল তেওঁলোকৰ ভিতৰৰ কাৰ ইংলণ্ডলৈ যাবৰ মন আছে। সূৰ্যকুমাৰ ভূঞাই শ্ৰেণীত থিয় হৈ কৈছিল— তেওঁৰ বিলাতলৈ যাবলৈ মন আছে। তেওঁৰ আন এজন সহপাঠী ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ পুত্ৰ গোলোক কান্ত বৰদলৈয়েও থিয় হৈ একে কথাকেই কৈছিল। সুয়োজনে পিছত ঠাই ভগাই লৈছিল ভূঞা যাব য়ুৰোপলৈ আৰু বৰদলৈ যাব পূবৰ ফালৰ জাপানলৈ।

এই ঘটনাৰ পিছৰ পৰা সূৰ্যকুমাৰ ভূঞাৰ মন বিলাতৰ ভাবনাই আগুৰি ধৰিলে। শ্ৰেণীত শিক্ষকে শুধিছে, তেওঁ উত্তৰ দিছে বিলাতলৈ যাম বুলি কিন্তু যাব পাৰিব কেতিয়া? ভূঞাৰ মনত বিলাতলৈ যোৱা কথাই গভীৰ ভাবে ঠাই লৈছিল। ১৯০৭ চনত এই লৈ বঙালী কবি মাইকেল মধুসূদন দত্তৰ এটা চনেটৰ আৰ্হিত তেওঁ এটা ইংৰাজী কবিতা লিখিছিল আৰু তাতেই তেওঁৰ মনৰ ইচ্ছাৰ কথা প্ৰকাশ পাইছিল।

গতিকে দেখা যায় ড° সূৰ্যকুমাৰ ভূঞাৰ অন্তৰত দুৰ্দান্ত হেপাহ স্কুলীয়া ছাত্ৰকালৰ পৰাই আছিল। বিলাতলৈ যাব, বিলাত-ফেৰত হ'ব। সেই দিনত বিলাতলৈ যাব পৰাটো বৰ ডাঙৰ কথা আছিল। 'বিলাত ফেৰত' হ'ব পৰা বৰ ভাগ্যৰ কথা আছিল। ভূঞাদেৱৰ সেই ১৯০২ চনতে অন্তৰত বাহ লোৱা সপোন। তাক পূৰণ কৰিবই লাগিব বুলি তেওঁ ইংৰাজী ভাষা-সাহিত্য শিকাৰ প্ৰবল ধাউতি বাঢ়িল। পঢ়াশুনাত মন দিলে। ১৯০৪ চনত সূৰ্যকুমাৰ ভূঞা চিলঙৰ চৰকাৰী

হাইস্কুলত ভৰ্তি হয় আৰু ইংলণ্ডলৈ যোৱাৰ বাবে নিজকে সজাই-পৰাই লোৱাৰ সুবিধা লাভ কৰে। স্কুলখনৰ প্ৰধান শিক্ষক আছিল এজন ইংৰাজ লোক — ৰেভাৰেণ্ড্ জন্ চেৰেদিক ইভান্চ (Reverend John Ceredic Evans)। প্ৰধান শিক্ষকৰ চলন-ফুৰণ, ভাব-ভঙ্গী তেওঁ লক্ষ্য কৰিছিল। ইংৰাজ ভদ্ৰলোক এজনৰ খোজ-কাটল, কথা-বাৰ্তা কেনে হ'ব লাগে তাক লক্ষ্য কৰিছিল। চিলঙত থাকোঁতে তেওঁ স্কুলৰ পুথিভঁৰাল আৰু চিলং চৰকাৰী পাব্লিক লাইব্ৰেৰীত অধ্যয়নৰ সুবিধা পাইছিল। কিছুমান গিলি থৈছিল আৰু অলপ কেইখনমান চোবাইছিল আৰু হজম কৰিছিল। এইদৰে স্কুলীয়া ছাত্ৰ অৱস্থাতেই ইংৰাজী সাহিত্যৰ ভাল ভাল গ্ৰন্থবোৰ পঢ়ি আয়ত্ব কৰিছিল। ইয়াৰ ফলস্বৰূপে তেওঁ কলিকতাৰ প্ৰেচিডেন্সী কলেজত পঢ়া কালত বি. এ. আৰু এম্. এ. ত ইংৰাজী সাহিত্য বিশেষ বিষয় কৰি লৈছিল। ১৯১৬ চনত সূৰ্যকুমাৰ ভূঞাই ইংৰাজী বিষয়ত এম্ এ পাছ কৰে। ১৯১৭ চনত বিবাহ বন্ধনত আৱদ্ধ হয় আৰু ১৯১৮ চনত ইংৰাজী সাহিত্যৰ অধ্যাপক হিচাপে কটন কলেজত যোগদান কৰে।

সেই সময়ত কটন কলেজত শিক্ষকসকলক তিনিটা ভাগত ভাগ কৰা হৈছিল। প্ৰথমটো আছিল সৰ্বভাৰতীয় শিক্ষা সেৱা; দ্বিতীয় শ্ৰেণী হ'ল অসম শিক্ষা সেৱাৰ জ্যেষ্ঠ ভাগ আৰু তৃতীয় শ্ৰেণীটো হ'ল অসম শিক্ষা সেৱাৰ জুনিয়ৰ ভাগ। প্ৰথম আৰু দ্বিতীয় শ্ৰেণীৰ শিক্ষকক প্ৰফেচৰ আৰু তৃতীয় শ্ৰেণীৰ শিক্ষকক লেক্চাৰাৰ বোলা হৈছিল। ড° ভূঞা আছিল প্ৰফেচৰ— দ্বিতীয় শ্ৰেণীৰ।

কটন কলেজৰ অধ্যাপক হৈ সূৰ্যকুমাৰ ভূঞাই ইংলণ্ডলৈ গৱেষণা কাৰ্যৰ বাবে যাবলৈ সুবিধা বিচাৰি আছিল। ইতিমধ্যে অসমৰ দ্বিতীয়খন চৰকাৰী কলেজৰ দুজন শিক্ষকে ইংলণ্ডলৈ অধ্যয়নৰ বাবে গৈছিল। তেওঁলোকৰ এজনৰ পিছত আনজন ঘূৰি অহালৈ তেওঁ অপেক্ষা কৰিবলগীয়া হৈছিল। ১৯৩৪ চনত ভূঞাৰ বাবে সুযোগ আহি উপস্থিত হৈছিল। ১৯৩৫ চনৰ ১৩ ডিচেম্বৰত সূৰ্যকুমাৰ ভূঞাই



লণ্ডন বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা লাভ আৰু গৱেষণাৰ বাবে দুবছৰৰ ছুটি বিচাৰি অসম চৰকাৰৰ ওচৰত আনুষ্ঠানিক ভাবে দৰ্খাস্ত দিয়ে। তেওঁৰ গৱেষণাৰ বিষয় আছিল 'Early European Intercourse with Assam' (অসমৰ সৈতে য়ুৰোপীয়সকলৰ আদি কালৰ সম্পৰ্ক) এই সম্পৰ্কে ভূঞাই ইতিমধ্যে কিছু কাম কৰিছিল। তেওঁৰ ইংলণ্ডলৈ যোৱাৰ অভিলাষ আছিল – তেওঁ তালৈ গৈ ইতিহাস গৱেষণাৰ আধুনিক পদ্ধতি সম্পৰ্কে জ্ঞান লাভ কৰিব আৰু নিজৰ গৱেষণা কাৰ্যতো সেই পদ্ধতি খটুৱাব। দৰখাস্তখনত তেওঁ উল্লেখ কৰিছিল যে য়ুৰোপত লাভ কৰা ইতিহাস গৱেষণা জ্ঞানৰ দ্বাৰা তেওঁ অসমত ইতিমধ্যে প্ৰতিষ্ঠা লাভ কৰা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কামত এটি নতুন বাট দেখুৱাব পাৰিব আৰু তাৰ দ্বাৰা প্ৰস্তাৱিত অসমৰ বিশ্ববিদ্যালয়েও বুৰঞ্জী গৱেষণা কাৰ্যত উপকাৰ লাভ কৰিব পাৰিব।

সেই একেদিনাই সূৰ্যকুমাৰ ভূঞাই লণ্ডন বিশ্ববিদ্যালয়ৰ একাডেমিক ৰেজিষ্ট্ৰাৰলৈ ডক্টৰেট ডিগ্ৰীৰ পোষ্ট-গ্ৰেজুৱেট ছাত্ৰ হিচাপে গ্ৰহণ কৰাৰ বাবে আবেদন পত্ৰ পঠায়, যাতে ১৯৩৬ চনৰ অক্টোবৰত আৰম্ভ হ'ব লগা বছৰৰ পৰা তেওঁ কাম কৰিব পাৰে। দৰখাস্তখন ফিনচ্বাৰী চাৰ্কাচত থকা 'স্কুল অব্ ওৰিয়েন্টেল ষ্টাদিজ'ৰ ডিৰেক্টৰৰ জৰিয়তে পঠোৱা হৈছিল।

সূৰ্যকুমাৰ ভূঞাৰ দৰখাস্তৰ খবৰ যথাসময়ত আহিছিল। সেই সময়ত অসমৰ গবৰ্ণৰ আছিল চাৰ মাইকেল কিন। তেওঁ ভূঞাৰ দৰখাস্ত মৰ্মে দুবছৰৰ বাবে ছুটিৰ অনুমতি প্ৰদান কৰিছিল। ১৯৩৬ চনৰ ফেব্ৰুৱাৰী মাহত তেওঁৰ নামটো আভ্যন্তৰীণ ছাত্ৰ হিচাপে লণ্ডন বিশ্ববিদ্যালয়ত অন্তৰ্ভুক্ত হয়। অধ্যাপক এইচ্. এইচ্. দদ্ৱেলক (Prof H. H. Dodwell) ভূঞাৰ পৰ্যবেক্ষক হিচাপে নিযুক্তি দিছিল।

১৯৩৬ চনৰ ৫ চেপ্তেম্বৰত সূৰ্যকুমাৰ ভূঞা বোম্বাইৰ পৰা S. S. Kaiser-i-Hind of the P. and O. Company ৰ জাহাজত

লণ্ডন অভিমুখে যাত্ৰা কৰে। ইয়াৰ আগেয়ে চেপ্তেম্বৰৰ ১ তাৰিখে পাণ্ডুত বিদায় সম্ভাষণ জনোৱা হয়!

সূৰ্যকুমাৰ ভূঞাই ১৯৩৬ চনৰ চেপ্তেম্বৰ মাহৰ ১৯ তাৰিখে লণ্ডনত উপস্থিত হয়। লণ্ডনত তেওঁ ১৯৩৮ চনৰ ২৮ জুলাইলৈ থাকে। দুটা বছৰ। সেই দুবছৰতেই ভূঞাদেৱে যথেষ্ট পঢ়াশুনা কৰি থেচিচ্ লিখি ডক্টৰেট ডিগ্ৰী লাভ কৰে আৰু লগতে ইংৰাজ লোকৰ আচাৰ-ব্যৱহাৰ, ধ্যান-ধাৰণা সম্পৰ্কেও সম্যক জ্ঞান লাভ কৰে।

সূৰ্যকুমাৰ ভূঞাৰ ইংলণ্ডলৈ যোৱাৰ উদ্দেশ্য আছিল দুটা :—(১) তেওঁ পঢ়া-শুনা আৰু অধ্যয়নৰ যোগে ইংলণ্ডৰ সমাজ, শিক্ষা, বিজ্ঞান, অৰ্থনীতি সম্পৰ্কে যি কথা জানিব পাৰিছিল তাক নিজ চকুৰে চোৱাৰ ইচ্ছা কৰিছিল। (২) অসমৰ ইতিহাসৰ এছোৱাৰ ভিত্তিত গবেষণা কাৰ্য চলাই ডক্টৰেট ডিগ্ৰী লাভ কৰা।

ইংলণ্ড সেই সময়ত বৰ দূৰ ঠাই। সাত সাগৰ তেৰ নদীৰ সিপাৰৰ দেশ। তালৈ যাব লাগিছিল জাহাজেৰে। ইংলণ্ডৰ ভিক্টোৰিয়া ষ্টেচনলৈ তেওঁক আগ বঢ়াই নিবলৈ আহিছিল সেই সময়ত লণ্ডনত থকা বহুতো ডেকা যুবকে। সেই কেইজনৰ ভিতৰত আছিল অপূৰ্ব কুমাৰ বৰদলৈ, বিকাশ চন্দ্ৰ গোহাঁই আৰু নয়নাভিৰাম বৰুৱা। পোনতে ভূঞা গ'ৱাৰ ষ্ট্ৰীটত থকা ভাৰতীয় ছাত্ৰৰ ইউনিয়ন হোটেলত উঠিছিল। কেইদিনমানৰ বাবে। আৰম্ভণিতেই বহুতো ভাৰতীয় আৰু অসমীয়া ছাত্ৰক লগ পাই ভূঞাই লণ্ডনত কোনো প্ৰকাৰৰ অস্বস্তি বোধ কৰা নাছিল। পিছত লণ্ডন বিশ্ববিদ্যালয়ৰ Residence Boardৰ মধ্যস্থতাত তেওঁ 19, Glenmore Road ৰ 'Belsize Park'ত থকাৰ ঠাই পায়। সেইটো ঘৰত বহুতো ভাৰতীয় ছাত্ৰ আৰু ব্যৱসায়ী লোকে বাস কৰিছিল। গতিকে ভূঞাই ঘৰত থকাৰ দৰেই অনুভৱ কৰিলে। থকা ঠাইখিনি অতি শান্তিপূৰ্ণ, নিজম আছিল। আৰামদায়ক ঘৰ আছিল। টিউব ষ্টেচনৰ ওচৰত আছিল। হোষ্টেলবাসীৰ প্ৰায়বোৰ ভাৰতীয় আছিল। ছাত্ৰ আৰু ব্যৱসায়ী।



এই লজিং অৰ্থাৎ হোষ্টেলৰ মালিকনী আছিল বিখ্যাত লেবাৰ (শ্ৰম) এম্ পি মিঃ ওৱাল্টাৰ উইগুচৰৰ পত্নী। আচল পৰিচালনাত আছিল ৰুছিয়ান উদ্ভূত এংলো ফৰাচী ভদ্ৰ মহিলা মেদাম কপিটোনোভা। তেওঁৰ সহায়কাৰী হিচাপে আছিল এগৰাকী অষ্ট্ৰিয়ান যুৱতী নাম লিজি। তেওঁ আছিল হৃষ্ট-পুষ্ট, ওখ-পাখ, প্ৰায় বত্ৰিশ বছৰ বয়সীয়া। কথা-বতৰা, ব্যৱহাৰ অতি ভাল। অৱসৰ সময়ত তেওঁ ছোপেনহাৱাৰ আৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ কিতাপ-পত্ৰ পঢ়ি থাকে। প্ৰথম অৱস্থাত সূৰ্যকুমাৰ ভূঞাৰ এই গৰাকী ভদ্ৰমহিলাৰ লগত ব্যৱহাৰত ভাল নাছিল। তেওঁ ভূঞাৰ প্ৰতি কিছু ৰূঢ় আছিল। দোষটো পিছে ভূঞাৰেই আছিল বুলি নিজে স্বীকাৰ কৰিছে। ভূঞা সেই সময়ত কিছু সংৰক্ষণশীল আছিল। আনৰ লগত মিলামিচাত কিছু সংৰক্ষণ আছিল—বিশেষকৈ স্ত্ৰী-জাতিৰ লগত। অৱশ্যে কিছুদিন পিছত তেওঁৰ সেই সংৰক্ষণশীলতা নাইকিয়া হৈছিল আৰু তেওঁ লিজিৰ লগত সহজ হৈ পৰিছিল, লিজিৰ লগত কবিতা আৰু দৰ্শন সম্পৰ্কে আলোচনা কৰিছিল।

লণ্ডনত সূৰ্যকুমাৰ ভূঞাই ওৰিয়েন্টেল ষ্টাডিজৰ বিদ্যালয়ত অধ্যয়ন কৰিছিল। অধ্যয়ন আৰম্ভ কৰা দিন ৮ অক্টোবৰলৈ হাতত সময় থকা বাবে তেওঁৰ ব্যক্তিগত পৰিচয় থকা কেইজনমান সদাশয় ব্যক্তিক লগ ধৰাৰ সুবিধা হৈছিল।

প্ৰথমতে তেওঁ এসময়ত অসমত থকা লেফ্টেনেণ্ট কৰ্ণেল পি. আৰ্. টি. গৰ্ডনক লগ ধৰে। ভূঞাৰ তেওঁৰ লগত ভাল চিনাকি আছিল। তেওঁ গ্লচেষ্টাৰ পথৰ বেইলীজ হোটেলত আছিল। ২৮ চেপ্তেম্বৰত ভূঞাই তেওঁক লগ ধৰে। সেই সময়ত গৰ্ডনৰ বয়স আছিল ৭৬ বছৰ। ওখ-পাখই ৬ ফুট, হৃষ্টপুষ্ট। তেওঁক দেখা কৰাৰ দিনা ভূঞাই যেতিয়া ক'লে যে তেওঁক অসমৰ মানুহে এতিয়াও স্মৰণ কৰে, তাকে শুনি গৰ্ডন চাহাব আনন্দত অধীৰ হৈ উঠিছিল। কৰ্ণেল পি. আৰ্. টি. গৰ্ডন অসমত প্ৰথমতে আছিল ভাৰতীয় সৈন্য বাহিনীৰ লেফ্টেনেণ্ট আৰু এচিষ্টেণ্ট কমিচনাৰ আৰু পিছত গৈ তেওঁ অসমৰ

চিফ কমিচনাৰ পদত অধিষ্ঠিত হৈছিল। ভূঞাই দেখা পাই তেওঁৰ চকুৰ পৰা আনন্দাশ্ৰু বাগৰি পৰিছিল। গৰ্ডন চাহাবে অসমৰ সকলো ধৰণৰ খা-খবৰ লৈছিল। বন্ধু-বান্ধৱসকলৰ কথা সুধিছিল। তৰুণৰাম ফুকন, মহম্মদ চাদুল্লা, কনকলাল বৰুৱা আদিৰ কথা ভূঞাৰ পৰা জানিব বিচাৰিছিল। দুৰ্গেশ্বৰ শৰ্মা আৰু হেমচন্দ্ৰ গোস্বামীৰ পৰিয়ালৰ কথাও জানিব বিচাৰিছিল। ভূঞাই অসমৰ সকলো কথা চমুকৈ কৈছিল।

দ্বিতীয়তে সূৰ্যকুমাৰ ভূঞাই লগ ধৰে মিঃ আৰ্থাৰ প্ৰবষ্টাইন ( Arthur Probsthain ) নামৰ এজন প্ৰাচ্য গ্ৰন্থ বিক্ৰী ফাৰ্মৰ অধীক্ষকক। তেওঁ এজন অধ্যয়নশীল লোক আছিল। নিজে আছিল এটা প্ৰতিষ্ঠানৰ দৰে। তেওঁৰ লগত ভূঞাৰ চিঠি-পত্ৰৰ দ্বাৰা চিনাকি। তেওঁৰ প্ৰাচ্যবিদ্যা সম্পৰ্কে সম্পূৰ্ণ জ্ঞান আছিল। ভূঞাই তেওঁক লণ্ডনৰ বৃটিছ মিউজিয়ামৰ বিপৰীতে থকা বৃহৎ ৰাছেল ষ্ট্ৰীটত থকা তেওঁৰ দোকানত লগ পায়। সেই দোকানত শাৰীয়ে শাৰীয়ে ভাৰতবৰ্ষ সম্পৰ্কে কিতাপ আছিল। ভূঞাই আগেয়ে নাম নুশুনা বহুত কিতাপৰ সন্ধান তাত পাইছিল। মিঃ প্ৰবষ্টাইনে সংস্কৃতৰ পণ্ডিত আনন্দৰাম বৰুৱাৰ বৰ প্ৰশংসা কৰি কথা কৈছিল। লণ্ডনত থকা কালত সূৰ্য কুমাৰ ভূঞাই তেওঁক মাজে মাজে লগ ধৰিছিল।

ভূঞাই লগ পোৱা তৃতীয় গৰাকী ব্যক্তি হ'ল বৃটিছ মিউজিয়ামৰ প্ৰাচ্যতত্ত্ববিদ্ ড° এল্. ডি. বাৰ্ণেট (Dr. L. D. Barnett)। প্ৰাচ্য বিদ্যা সম্পৰ্কীয় হাতে লিখা পুথি আৰু অন্যান্য গ্ৰন্থৰ তেওঁ ৰক্ষক আছিল। তেওঁৰ লগত ভূঞাৰ চিঠিৰ দ্বাৰাই চা-চিনাকি আছিল। তেওঁৰ লগত বৃটিছ মিউজিয়ামত সাক্ষাতৰ সময়ত ভূঞাই বহুতো হাতে-লিখা পুথি দেখিবলৈ পাইছিল। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত 'ত্ৰিপুৰা বুৰঞ্জী'ৰ হাতেলিখা কিতাপখনৰ ফটোষ্টেট কপি বৃটিছ মিউজিয়ামৰ পৰা এইজনা প্ৰাচ্যবিদৰ জৰিয়তে ড° ভূঞাই বিলাতলৈ যোৱাৰ কিছু বছৰ পূৰ্বে লাভ কৰিছিল।



ড° সূৰ্যকুমাৰ ভূঞাৰ বৃটিছ মিউজিয়াম দৰ্শনৰ সময়ত প্ৰবক্তা-পৰিচালক (Lecturer-Guide) আছিল কেপ্টেইন জে. এল্. বাদেন। তেওঁ মিউজিয়ামৰ বিভিন্ন ভাগ দেখুৱাইছিল আৰু সেই সময়তে ভূঞাই তাত মেগ্নাকাৰ্টাৰ মূল কপিটো দেখিবলৈ পায়।

অধ্যাপক এইচ্. এইচ্. দদ্‌ৱেল ( Prof H. H. Dodwell ) ড° সূৰ্যকুকাৰ ভূঞাৰ লণ্ডন বিশ্ববিদ্যালয়ত গৱেষণা কাৰ্যৰ গাইদ আছিল। ভূঞাৰ গৱেষণাৰ বিষয় আছিল 'European Inter-course with Assam'। বিষয়টো অধ্যাপক দদ্‌ৱেলৰ বৰ মনঃপুত আছিল আৰু ভূঞাৰ কামতো বৰ সন্তুষ্টি লাভ কৰিছিল। গৱেষণাৰ কাৰ্যত ভূঞা বৰ নিষ্ঠাবান লোক আছিল। গৱেষণাৰ কাম সহজ নহয়। তাত কঠোৰ পৰিশ্ৰম আছে। ভূঞাই তেওঁৰ গাইদক সপ্তাহৰ প্ৰতি সোমবাৰে দেখা কৰিব লগাত পৰিছিল আৰু কামৰ অগ্ৰগতিৰ খতিয়ান দাঙি ধৰিব লাগিছিল। অধ্যাপক দদ্‌ৱেল এজন অতি পণ্ডিত লোক আছিল। তেওঁৰ বিষয়টোৰ ওপৰত সূক্ষ্ম জ্ঞান আছিল। ঐতিহাসিক সিদ্ধান্তৰ বিষয়ত কোনো আবেগ প্ৰৱণতা থাকিব নোৱাৰে। তাত থাকে মাত্ৰ নতুন বস্তু আবিষ্কাৰৰ দুৰ্বাৰ আকাঙ্ক্ষা।

গৱেষণা কাৰ্যৰ বাবে ভূঞাই প্ৰথম প্ৰথম কিতাপ-পত্ৰ চিনাক্ত কৰি ল'ব লগাত পৰিছিল। ভূঞাই আৱশ্যকীয় কিতাপৰ বাবে বহুতো কেটেলগ আলোচনা কৰিছিল। তেওঁ ইণ্ডিয়ান অফিছ, বৃটিছ মিউ-জিয়াম, স্কুল অব্ অৰিয়েণ্টেল ষ্টাদিজ, ইণ্ডিয়ান হাই কমিচনাৰৰ অফিচ আদিৰ পুথিভঁৰালত কেটেলগ বিচাৰ কৰি চাইছিল। তাৰ নোট কৰিছিল। তেওঁ 'Bibliotheca Indo-Sinica' (Cardi-ner's) গ্ৰন্থখন পঢ়িছিল। তাৰ প্ৰথম ভাগত বাৰ্মা আৰু অসমৰ কিতাপৰ তালিকা আছিল। আন এখন গ্ৰন্থ আছিল 'Index Catalogue of Indian Official Publications'। তাৰ গ্ৰন্থকাৰ Frank Campbell.

সূৰ্যকুমাৰ ভূঞাই গৱেষণা কাৰ্যত ভালকৈ মনোনিবেশ কৰিছিল।

কঠোৰ পৰিশ্ৰম কৰি নানা গ্ৰন্থ অধ্যয়ন কৰিছিল। তেওঁ Bibliotheca Indo-China গ্ৰন্থখনৰ ভিতৰত খুচৰি চাইছিল। প্ৰথম ভাগ Birmanicet Assan.ত তেওঁ দুটা অসম সম্পৰ্কে জাৰ্মান প্ৰবন্ধ পাইছিল। প্ৰথমটো প্ৰবন্ধ আছিল 'Die Britische-Indische Provinz Assam', (The British Indian Province Assam) আৰু দ্বিতীয় প্ৰৱন্ধটো হ'ল 'Volkerbilder aus Assam' (A Description of the People of Assam)। এই দুয়োটাৰ কপি ভূঞাদেৱে Halie University ৰ অধ্যাপক Dr. Wilhelm Printz ৰ পৰা পাই তাক মিচ্‌ লটি আৰবাক নামৰ এজনী জাৰ্মাণ পণ্ডিতৰ দ্বাৰা অনুবাদ কৰাই লৈছিল। প্ৰৱন্ধ দুটা ১৮৮৮ আৰু ১৮৮৯ চনত জাৰ্মাণত প্ৰকাশ পোৱা।

প্ৰথম প্ৰৱন্ধ 'The British Indian Province Assam'ৰ লিখক আছিল জাৰ্মাণ পণ্ডিত Von Emil Jung—ভ'ন এমিল জুং। তাত অসমৰ ইতিহাস আদিকালৰ পৰা ইংৰাজে অসম লোৱালৈকে আছে আৰু লগতে আছে অসমৰ অৰ্থনৈতিক সম্পদ আৰু ইয়াৰ প্ৰাণীজগত আৰু উদ্ভিদ জগতৰ কথা। তেওঁ অসমৰ জনসংখ্যাৰ বিভিন্ন ভাগৰ কথাও বৰ্ণনা কৰিছে। দ্বিতীয় প্ৰৱন্ধ 'A Description of the People of Assam'ৰ প্ৰবন্ধকাৰ আছিল Von Kurt Klemm—ভন কুৰ্ট ক্লেম। এই প্ৰৱন্ধটোত আছে প্ৰধান নগা জনজাতি— আঙ্গামী, আও, চেমা, নংক্তে আদিৰ ৰীতি-নীতিৰ কথা।

ভূঞাৰ থেচিচৰ বিষয়ে প্ৰাপ্ত প্ৰকাশিত গ্ৰন্থৰ তালিকা 'Early British Relations with Assam'ত সন্নিবিষ্ট কৰা আছে। কিন্তু লণ্ডন বিশ্ববিদ্যালয়ত গৱেষণা কৰি থেচিচ তৈয়াৰ কৰাৰ বাবে অপ্ৰকাশিত উৎসও পৰীক্ষা কৰি চাব লাগে। সূৰ্যকুমাৰ ভূঞাই প্ৰকৃত তথ্যভিত্তিক অনুসন্ধানত ব্ৰতী হৈছিল। অপ্ৰকাশিত ক্ৰনিকল অধ্যয়ন কৰি প্ৰকৃত তথ্য উলিয়াবলৈ বিচাৰিছিল। অসমৰ বিষয়ে তথ্য থকা বস্তুবোৰ ভূঞাই পৰীক্ষা কৰি চাইছিল; বহুতো ডকুমেণ্ট কপি কৰি ল'ব লগাত পৰিছিল আৰু কিছুমানৰ মূলকথা লিখি উলিয়াইছিল। কেপ্তেইন টমাচ্‌ ওৱেলচ্‌, কেপ্তেইন ফ্ৰেঞ্চিচ্‌ জেন্‌কিন্‌চ, ডেভিদ্‌ স্কট আদিৰ আদান-প্ৰদানবোৰো ভূঞাই টাইপ কৰি লৈছিল।

এইদৰে অসমীয়া উৎসবোৰৰ লগত পৰিচয়ে ভূঞাক থেচিচ লিখা কামত ভালদৰে সহায় কৰিছিল। তেওঁৰ কামত আগবাঢ়ি যোৱাত সহজ হৈ পৰিছিল। তেওঁ জানিব পাৰিছিল যে কোম্পানীৰ লগত অসমৰ সঠিক অফিচিয়েল সম্পৰ্কৰ আৰম্ভণি ১৭৭১ চনত হৈছিল, যেতিয়া এজন আগশাৰীৰ গোৱালপৰীয়া সদাগৰ হিউজ বেইলিয়ে (Hugh Baillie) অসম ট্ৰেদ এটা নিয়মীয়া গতিত হোৱাৰ সম্পৰ্কে মত দাঙি ধৰিছিল। এই বেহা-বেপাৰৰ কিছুমান আগভীয়া প্ৰচেষ্টা আৰু অসমৰ লগত ইউৰোপৰ সম্পৰ্কৰো চিন পোৱা হৈছিল। হিউজ বেইলি আছিল এজন স্কটলেণ্ড দেশীয় লোক। অসমৰ লৈতে কোম্পানীৰ বেহা-বেপাৰৰ ক্ষেত্ৰত এজন আগৰণুৱা ব্যক্তি।

থেচিচৰ কামৰ বাবে সূৰ্যকুমাৰ ভূঞাই প্ৰায় সদায় ইণ্ডিয়া অফিচলৈ গৈছিল। ৰেকৰ্ড অধীক্ষক মিঃ ডব্লিউ. টি. অটউইল (Mr. W. T. Ottewill) আৰু লাইব্ৰেৰীয়ান ড° এইচ্‌. এন্‌. ৰেণোল (Dr. H. N. Ranole) দুয়োগৰাকী অতি ভদ্ৰ আৰু সহায়কাৰী আছিল।

থেচিচ লিখাৰ উপৰিও সূৰ্যকুমাৰে বিলাতত থকাৰ সময়ত বিভিন্ন পুথিভঁৰালত জমা হৈ থকা অসম বিষয়ক কিতাপ সম্পৰ্কেও বিচাৰ কৰিছিল। সেই সময়তে তেওঁ প্ৰথমবাৰৰ বাবে দুখন ছপা নাট দেখিছিল— গুণাভিৰাম বৰুৱাৰ 'ৰাম-নৱমী' নাটক আৰু ৰুদ্ৰৰাম বৰদলৈৰ 'বঙ্গাল-বঙ্গালনী' নাটক। আমেৰিকান বেপিষ্ট মিছনে প্ৰকাশ কৰা অৰুনোদইৰো বহুত কপি দেখা পাইছিল।

ইণ্ডিয়া অফিচত থকা ছপা গ্ৰন্থবোৰৰ তালিকা কেইবাখনো ডাঙৰ পুথি হিচাপে বন্ধা আছিল। সেই তালিকাৰ পৰা বাছি বাছি

কিতাপ উলিয়াই তেওঁ পঢ়িছিল। ইতিমধ্যে ভূঞাই থেচিচৰ কেইবাটাও অধ্যায় লিখি শেষ কৰে। অধ্যায়ৰ খছৰা কপি অধ্যাপক দদ্‌ৱেলক দেখুৱাই তেওঁৰ পৰা পোৱা মন্তব্য আৰু পৰামৰ্শৰ ভিত্তিত অধ্যায়বোৰ পুনৰ লিখি উলিয়াইছিল।

১৯৩৮ চনৰ জানুৱাৰী মাহৰ পৰা ফাইনেল কপি কৰিবলৈ লয়। ফুলস্কেপ কাগজত ১১০০ পৃষ্ঠাৰ হাতে লিখা গ্ৰন্থ হয়। তাক এজন মাদ্ৰাজী যুবক আৰু এজনী ইংৰাজ ভদ্ৰ মহিলাই টাইপ কৰে। টাইপ কৰি ৯০০ পৃষ্ঠা হয়। ১৯৩৮ চনৰ ৩ জুন তাহিখে ভূঞাই তেওঁৰ থেচিচৰ তিনি কপি নিজে লণ্ডন বিশ্ববিদ্যালয়ৰ একাডেমিক ৰেজিষ্ট্ৰাৰৰ হাতত অৰ্পণ কৰে। সূৰ্যকুমাৰ ভূঞাৰ মৌলিক পৰীক্ষা ১৯৩৮ চনৰ ১৫ জুলাইত হয়। তিনিজন পৰীক্ষক আছিল অধ্যাপক দদ্‌ৱেল ( Prof. Dodwell ), চাৰ এড্‌ৱাৰ্ড গেইট ( Sir Edward Gait ) আৰু মিঃ পি. ডব্লিউ মোৰেল ( Mr. P. W. Morrel )। তিনিও-জন পৰীক্ষক তেওঁৰ থেচিচত সন্তুষ্ট হয় আৰু তেওঁৰ নামটো বিশ্ববিদ্যালয়ৰ পি. এইচ্. ডি. ডিগ্ৰী প্ৰদানৰ বাবে অনুমোদন কৰি পঠায়। ভূঞাৰ বাবে সেই সময়টো আছিল অতি আনন্দৰ সময়। মৌলিক পৰীক্ষাৰ সাক্ষাৎকাৰ প্ৰায় এঘণ্টা সময় লোৱাৰ পিছত তেওঁক কাষৰ খোটালিত বহিবলৈ নিৰ্দেশ দিয়া হয়। পাঁচ মিনিট পিছত অধ্যাপক দদ্‌ৱেল আহি তেওঁক ওলগ জনায়। ভূঞাই সিদিনাই গুৱাহাটীত থকা তেওঁৰ সহধৰ্মিণী লক্ষেশ্বৰী ভূঞালৈ পৰীক্ষাৰ খবৰটো পঠায়।

লণ্ডনত ড° সূৰ্যকুমাৰ ভূঞাৰ আচল কামটো হৈ যায়। গৱেষণা কাৰ্য চলোৱা, পঢ়া-লিখা, আৰু থেচিচ দাখিল কৰা, ডক্টৰেট ডিগ্ৰী লাভ সকলো কাম সমাপ্ত হয়। ১৯৩৮ চনৰ ১৬ জুলাইৰ পৰা তেওঁৰ মন হৈ পৰে মুক্ত। গতিকে লণ্ডন এৰিব লগা দিন ২৮ জুলাই-লৈকে তেওঁ ১২টা দিন হাতত পায়। এই সময় খিনিতেই তেওঁ বহুতক লগ ধৰে আৰু বহুতো সমল বুটলি আনে।



প্ৰথমতে তেওঁ অধ্যাপক মোৰেলৰ (Morrell) পৰা দুপৰীয়াৰ আহাৰৰ বাবে নিমন্ত্ৰণ পায়। ২২ জুলাইৰ দিনা তেওঁ চাৰ এড্‌ৱাৰ্ড গেইট আৰু লেডি এড্‌ৱাৰ্ড গেইটৰ পৰা নিমন্ত্ৰণ পায়। তেওঁলোকৰ ঠাইত আহাৰ গ্ৰহণ কৰি থকা কালত ভূঞাৰ লগত তেওঁলোকে অসমৰ বিষয়ে নানা কথা পাতে। ভূঞাৰ বুৰঞ্জী বিষয়ৰ গৱেষণাত অতি আনন্দ প্ৰকাশ কৰে।

সূৰ্যকুমাৰ ভূঞাই লেডি হল্‌মউদ ( Lady Holmwood )ৰ ঘৰতো এদিন দুপৰীয়াৰ আহাৰ খাব লগাত পৰিছিল। লেডি হল্-মউদৰ স্বামী প্ৰয়াত মিঃ হল্‌মউদ কলিকতা হাইকোৰ্টৰ ন্যায়াধীশ আছিল। ভূঞাই তেওঁলোকৰ ঘৰত বহুতো ভাৰতীয় শিল্প-ভাস্কৰ্য কাৰুকাৰ্যৰ বাছকবনীয়া সংগ্ৰহ দেখা পাইছিল - তাত বুদ্ধ মূৰ্তি আৰু দৃশ্যাৱলী আছিল।

লণ্ডনত ভূঞাৰ প্ৰধান কাম যদিও আছিল গবেষণা মূলক পণ্ডিতৰ কাম, তেওঁ লণ্ডনৰ সমাজৰ লোকৰ মাজতো বিচাৰি পাইছিল আনন্দৰ সঁফুৰা। ভূঞাই বহুতো মহিলা পুৰুষক লগ ধৰিছিল আৰু তাৰ মাজেৰে প্ৰাচ্য আৰু প্ৰতীচ্যৰ মাজত যে সদায় মিলনৰ এটা সুৰ আছে তাক অন্তৰত সম্যক উপলব্ধি কৰিছিল। ভাৰতত জনা শুনা থকা প্ৰায়বোৰ ইংৰাজ লোককে ভূঞাই লগ ধৰিছিল। তেওঁলোকৰ বেছিভাগ ইংলণ্ড আৰু স্কটলেণ্ডত বাস কৰে। ভূঞাই অসম এৰাৰ পূৰ্বে সেইবোৰ লোকৰ থকা ঠাইৰ খবৰ সংগ্ৰহ কৰি লৈছিল।

ভূঞাই লগ ধৰা প্ৰখ্যাত লোকসকলৰ ভিতৰত আছিল মিঃ ফ্ৰেদাৰিক উইলিয়াম চুডমাৰ্চন ( Mr. Frederick William Sud-mersen)। তেওঁ আছিল ১৯০১ চনত কটন মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ। ১৯০১ চনৰ পৰা ১৯২৬ চনলৈ তেওঁ অধ্যক্ষ পদত আছিল। ভূঞা লণ্ডনত থকা সময়ত তেওঁ চাচেক্সৰ নাটলি নামৰ ঠাইত আছিল। ভূঞাক এদিন তেওঁ তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ কৰি নিছিল। নাটলিত চুডমাৰ্চনৰ এখন ফাৰ্ম আৰু ডায়েৰী আছিল। ভূঞাই চুডমাৰ্চন আৰু

তেওঁৰ পত্নীৰ পৰা যথেষ্ট আদৰ লাভ কৰে। তেওঁলোকৰ জীয়ৰী 'ইচ্ছা'কো তেওঁ লগ পায়। ইচ্ছা আছিল আৰ্মি নাৰ্চ। ভূঞাই তেওঁলোকৰ লগত দুপৰীয়াৰ আহাৰ খাই উঠি ওচৰৰ গাওঁবোৰলৈ গৈছিল। সেই ভ্ৰমণত তেওঁ এটি মজাৰ আনন্দ লাভ কৰিছিল। গাৱঁৰ ৰণাল্ড নামৰ এজন খেতিয়ক ল'ৰাই ভূঞাক চাবলৈ বহু দূৰৰ পৰা আহিছিল, কাৰণ তেতিয়ালৈকে তেওঁ ভাৰতীয় লোক দেখা পোৱা নাছিল। ৰণাল্ড নামৰ ল'ৰাজন অতি ভদ্ৰ আৰু বিনয়ী আছিল। ভূঞা তেওঁৰ বাবে আশ্চৰ্যজনক আৰু বিনয়ী আছিল। মিঃ চুডমাৰ্চন কবি কাৰ্লাইলৰ এজন অতি প্ৰশংসাবাদী লোক আছিল। সেই সময়ত চুডমাৰ্চনৰ বয়স আছিল ৬৬। স্বাস্থ্য আৰু মনৰ বল অটুট আছিল। ১৯৫৩ চনত তেওঁৰ মৃত্যু হয়। সেই মৃত্যুৰ খবৰ কটন কলেজৰ সেই সময়ৰ অধ্যক্ষ ড° হিৰণ্যকুমাৰ ভূঞা আৰু ছাত্ৰ একতা সভাৰ সাধাৰণ সম্পাদক শ্ৰীভৱানন্দ ডেকাই যথা সময়ত পাইছিল।

মিঃ আৰ্থাৰ এডৱাৰ্ড ব্ৰাউন (Mr. Arthur Edward Brown) আছিল এসময়ত কটন কলেজৰ অধ্যাপক। তেওঁ কেম্‌ব্ৰিজৰ চেৰি হিণ্টনত বাস কৰিছিল। তেওঁৰ ঘৰটোৰ নাম আছিল ক্ৰুকলিন। গুৱাহাটীত থকা কালত মিঃ ব্ৰাউন ভূঞাৰ সহৃদয় বন্ধু আছিল। ১৯৩৬ চনৰ ৩০ অক্টোবৰৰ দিনাখন ভূঞা তেওঁৰ ঘৰলৈ গৈছিল। মিঃ ব্ৰাউন এজন অতি পঢ়ুৱৈ লোক আছিল। তেওঁৰ খোটালিৰ মজিয়াত ৰাজনীতি আৰু সমসাময়িক ইতিহাস গ্ৰন্থ পৰি আছিল। তেওঁৰ তাত এটা ৰাতি আছিল।

আন এজন কটন কলেজৰ অধ্যাপক মিঃ ৰেমণ্ড গফিনৰ লগতো সূৰ্যকুমাৰ ভূঞাৰ ভাল বন্ধুত্ব আছিল। গফিনে ১৯২৬ চনত কটন কলেজৰ পৰা অৱসৰ লাভ কৰে। তাৰ পিছত তেওঁ অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ প্ৰেছৰ এটা প্ৰকাশন ফাৰ্মত কাম কৰে। গফিনক ভূঞাই ১৯৩৬ চনৰ ২৭ অক্টোবৰৰ দিনা 'এমেন' নামৰ এটা ঘৰত লগ ধৰে।



বিলাতত থকা কালত ড' সূৰ্যকুমাৰ ভূঞাই ৰোমৰ অৰিয়েণ্টেল ইনষ্টিটিউতত এটা বক্তৃতা দিয়াৰ বাবে তালৈ গৈছিল। ৰোমলৈ যোৱাটো এটা স্মৰণীয় দিন আছিল ভূঞাৰ বাবে। তেনেদৰে বিলাতত থকা সময়ত আন এটা স্মৰণীয় দিন হ'ল ১৯৩৭ চনৰ মে' মাহত অ'ছিল নতুন ৰজাৰ সিংহাসন আৰোহন উৎসৱ। সেই উৎসৱ চোৱাৰ সুবিধা ভূঞাই লাভ কৰিছিল। তেওঁ এখন পাছ লাভ কৰিছিল। ভূঞাৰ মতে সেই দিনটো ইংলণ্ডৰ লোকৰ বাবে অতি তাৎপৰ্যপূৰ্ণ দিন। বাকিংহাম ৰাজ কাৰেঙৰ পৰা ৱেষ্টমিনষ্টাৰ এবেলৈ (Buckingham to Westminster Abbey) গোটেই পথটো সু-সজ্জিত কৰি তোলা হৈছিল। বহা ঠাইৰ নিৰ্বাচন আগতীয়াকৈ কৰা হৈছিল। ৰাজকীয় শোভাযাত্ৰা বাকিংহাম পেলেচৰ বিপৰীতে থকা কুইন ভিক্টোৰীয়া মেম'ৰিয়েল গাৰ্ডেন ষ্টেণ্ডৰ পৰা আৰম্ভ হৈছিল। উৎসৱৰ আটাইখিনি সূৰ্যকুমাৰ ভূঞাই উপভোগ কৰিছিল।

১৯৩৬ চনৰ ২৩ নবেম্বৰত ভূঞাদেৰে ইংলণ্ডৰ সংসদ অধিবেশন চোৱাৰ সুবিধা পাইছিল। তেওঁ দৰ্শক গেলাৰীৰ বাবে কাৰ্ড পাইছিল।[১]

১. ড' সূৰ্যকুমাৰ ভূঞাৰ 'Londen Memories' নামৰ গ্ৰন্থৰ আলমত প্ৰৱন্ধটো লিখা হৈছে। —লেখক।

# ডক্টৰ ভূঞা আৰু তেখেতৰ সম্পৃক্ত অনুষ্ঠানসমূহ

**কনক চন্দ্ৰ ডেকা**

'অসমৰ ইতিহাস আৰু সংস্কৃতি মহাজাতীয় সাঁচত গঢ়া। এই সংস্কৃতি ফালি গোষ্ঠীৰ সত্বা বিচাৰিব লাগিলে একোৱেই নাথাকিব। গণতন্ত্ৰৰ নামত অসমক খণ্ড-বিখণ্ড কৰিব খোজাসকলে ভাবি চোৱা উচিত যে অসমৰ ইতিহাসে অসমীয়াক মহাজাতীয় আদৰ্শ অটুট ৰখাৰ দায়িত্ব দি আহিছে। সেই দায়িত্বলৈ পিঠি দিলে ইতিহাস অৱজ্ঞা কৰা হ'ব আৰু ইতিহাসৰ সমৰ্থন বিনে অসমীয়াৰ ভৱিষ্যত অনিশ্চিত।'

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব উপাচাৰ্য ডক্টৰ মথুৰানাথ গোস্বামী-দেৱে সুৰভি সাহিত্য সমাজে প্ৰকাশ কৰা 'ড° সূৰ্যকুমাৰ ভূঞাৰ ব্যক্তিত্বৰ জিলিকনি' গ্ৰন্থত 'বুৰঞ্জীপ্ৰেমী ড° ভূঞাদেৱ' শীৰ্ষক প্ৰবন্ধত অসমীয়া জাতিৰ ভৱিষ্যত সম্পৰ্কত উক্ত মন্তব্য দাঙি ধৰিছিল। ড° ভূঞাৰ ব্যক্তিত্বৰ বিষয়ে তেখেতে কৈছিল—'ভূঞাদেৱে জীৱনৰ শেষলৈকে বুৰঞ্জী পুথিৰ সংগ্ৰহ, সম্পাদন আৰু প্ৰকাশন কাৰ্যত লিপ্ত হৈ থাকি অসমীয়াৰ জাতীয় চেতনা প্ৰসাৰিত কৰি গৈছে। ভূঞাদেৱে জানিছিল যে অসমৰ ভৌগোলিক স্থিতি আৰু প্ৰাকৃতিক সম্পদে এই ৰাজ্যখনক মহাজাতীয় দায়িত্ব দিছে। ক্ষুদ্ৰ গোষ্ঠীৰ আকাঙ্ক্ষাৰে মহাজাতীয় আদৰ্শ ৰূপায়ণ কৰিব নোৱাৰি।'

এই প্ৰবন্ধ লেখকৰ ড° ভূঞাদেৱৰ লগত পৰিচয় ঘটিছিল ১৯৫৮ চনত, বিহগী কবি ৰঘুনাথ চৌধাৰীৰ বাসভৱনত, গুৱাহাটী সৰিতা সভাৰ জৰিয়তে। তেখেত তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য (১৯৫৭-৬০) আৰু সৰিতা সভাৰ নৱৰত্নৰ অন্যতম। তেতিয়াৰে পৰা মৃত্যুৰ সময়-লৈকে (৫ জুলাই, ১৯৬৪) ভূঞাদেৱৰ সান্নিধ্যত আছিলো। তেখেতক নিচেই ওচৰৰ পৰা পোৱা কাৰণে তেখেতৰ বিশাল ব্যক্তিত্ব আৰু সাগৰ



গম্ভীৰ জ্ঞানৰ কিছু আভাস পাইছিলো। তেখেত একাধাৰে কবি, সাহিত্যিক, বুৰঞ্জীবিদ পণ্ডিত, গৱেষক, শিক্ষাবিদ, পুৰাতাত্ত্বিক, প্ৰাচ্য-তত্ত্ববিদ, সুক্ষ্ম সমালোচক আৰু প্ৰবীন প্ৰশাসনিক বিষয়া আছিল।

ড° ভূঞাই ১৯১৬ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অন্তৰ্গত প্ৰেচি-ডেন্সী কলেজৰ পৰা ইংৰাজী বিষয়ৰ 'এ' গ্ৰুপৰ দ্বিতীয় শ্ৰেণীৰ পঞ্চম স্থান অধিকাৰ কৰি এম্ এ পাছ কৰাৰ পিছৰে পৰা বিভিন্ন শিক্ষা-নুষ্ঠান, সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান, কামৰূপ অনুসন্ধান সমিতি, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, অসম সাহিত্য সভা, গুৱাহাটী বিশ্ববিদ্যালয় আদি ক্ষেত্ৰত যোগদান কৰি অভূতপূৰ্ব বৰঙণি আগবঢ়ায়। আমাৰ এই চুটি প্ৰবন্ধত ড° ভূঞাদেৱে সেৱা আগবঢ়োৱা মূল মূল অনুষ্ঠান কেইটামানৰ চমু আভাস দিয়াৰ চেষ্টা কৰিম। ১৯১৬ চনত কলিকতাৰ পৰা আহিয়েই চেপ্টেম্বৰ মাহত যোৰহাটৰ বেজবৰুৱা হাইস্কুলত শিক্ষক নিযুক্ত হয়। তাৰ পিছত ১৯১৮ চনত যোৰহাট মিচন্ স্কুলত কিছুদিন শিক্ষকতা কৰি ১৯১৮ চনৰ ৪ জুলাই তাৰিখে কটন কলেজৰ ইংৰাজী বিভাগত প্ৰথম অসমীয়া অধ্যাপকৰূপে নিযুক্তি লাভ কৰে। তেতিয়াৰ অসমৰ শিক্ষা বিভাগৰ ডিৰেক্টৰ মি. জে আৰ্. কানিংহামৰ প্ৰতিবেদনত উল্লেখ আছে যে অসম উপত্যকাৰ ৰাইজৰ ইচ্ছাৰ প্ৰতি সহাঁৰি জনাই ৰাজ্য-খনৰ চীফ্ কমিচনাৰজনে সূৰ্যকুমাৰ ভূঞাক কটন কলেজৰ অধ্যাপক নিযুক্তি দিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে ভূঞাৰ নিযুক্তিৰ আগতে কটন কলেজৰ অধ্যাপক সকলৰ ভিতৰত এজনো অসমীয়া নাছিল; বঙালী আৰু ইংৰাজ অধ্যাপকহে আছিল। ড° ভূঞাই অসমীয়াৰ ভিতৰত পোন প্ৰথমতে এই সন্মান লাভ কৰে। ১৯১৯ চনত ভূঞাদেৱ কটন কলেজৰ পৰিচালনা সমিতিৰ সদস্য মনোনীত হয়। ১৯২১-২২ চনত কটন কলেজৰ হিন্দু হোষ্টেলৰ চুপাৰিনটেণ্ডেণ্ট, ১৯২১-২৩ চনত কটন কলেজ ঐক্য-সংহতি সমিতিৰ উপ-সভাপতি, ১৯২৩-২৪ চনত কটন কলেজ ছাত্ৰ ইউনিয়নৰ সাধাৰণ সম্পাদক, ১৯৪৬ চনত কটন কলেজৰ প্ৰথম ভাৰপ্ৰাপ্ত অসমীয়া অধ্যক্ষ, ১৯৪৭ চনত অধ্যক্ষ নিযুক্ত হয়।

**বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ :** কটন কলেজত একেৰাহে ২৮ বছৰ শিক্ষক আৰু অধ্যক্ষৰূপে সেৱা আগবঢ়োৱাৰ পিছত কেইমাহমান অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালকৰূপে সেৱা আগবঢ়াই ১৯৪৮ চনৰ ১ মে' তাৰিখে অসমৰ শিক্ষাধিকাৰ পদত নিযুক্ত হয়। ১৯৪৯ চনৰ ৩১ মাৰ্চত চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ ১ এপ্ৰিল তাৰিখে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালকৰূপে নিযুক্ত হয়। এই বিভাগটোৰ জন্ম লগ্নৰে পৰা ড° ভূঞা জৰিত আছিল আৰু এক কথাত ক'বলৈ গ'লে এই অনুষ্ঠানটো তেখেতৰ কৰ্ম জীৱনৰ কীৰ্তিস্তম্ভ। ১৯২৮ চনত অসম চৰকাৰৰ তত্বাৱধানত এই বিভাগটোৰ জন্ম হয়। ইয়াৰ প্ৰথম সঞ্চালক আছিল অসম উপত্যকাৰ কমিচনাৰ এ এইচ. ডবলিউ বেন্‌টিঙ্ক চাহাব। তেতিয়াৰ কাছাৰ জিলাৰ উপায়ুক্ত জে. পি. মিলচ্ আৰু ড° সূৰ্যকুমাৰ ভূঞাক অবৈতনিক সহকাৰী সঞ্চালক নিযুক্ত কৰা হৈছিল। ১৯৩১ চনৰ আগষ্ট মাহত মি. বেন্‌টিঙ্ক কিছুদিনৰ বাবে অসমৰ বাহিৰলৈ যোৱাত ড° ভূঞাই সঞ্চালকৰ দায়িত্ব লৈছিল। ড° ভূঞাই বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগটো পূৰ্ণাঙ্গ কৰাত এজন বিশেষ ব্যক্তিৰ সহায় পাইছিল। তেখেত আছিল মাধৱ চন্দ্ৰ বৰুৱা। ১৯৩১ চনৰ ১৬ এপ্ৰিলত বৰুৱাই যোগদান কৰি অৱসৰ কাললৈকে একনিষ্ঠভাৱে সেৱা আগবঢ়ায়। ড° ভূঞাই ১৯৩৬ চনত এই বিভাগত অধিকৰ্তাৰূপে যোগদান কৰি ১৯৭৪ চনৰ ফেব্ৰুৱাৰী মাহৰ ২ তাৰিখে যশ-মান কৃতিত্বেৰে অৱসৰ গ্ৰহণ কৰে। বিলাতত থকা ৩ বছৰ কালত বাহিৰে এই মহান অনুষ্ঠানটোক পূৰ্ণাঙ্গ ৰূপ দিয়াত ছকুৰি এবছৰ কাল তেখেতে আত্মনিয়োগ কৰে। বিভাগটোৰ বৰ্তমানৰ অধিকৰ্তা শ্ৰীজিতেন্দ্ৰ নাথ ভূঞাই এই কালছোৱাক বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ স্বৰ্ণযুগ বুলি অভিহিত কৰিছে। ডক্টৰ ভূঞাৰ অপৰিসীম চেষ্টা আৰু সম্পাদনাত অসম বুৰঞ্জীৰ কেইবাখনো বাছকবনীয়া গ্ৰন্থ প্ৰকাশ পায়। তাৰ ভিতৰত হৰকান্ত বৰুৱা সদৰামিনৰ অসম বুৰঞ্জী (১৯৩০), দেওধাই অসম বুৰঞ্জী (১৯৩২). কামৰূপৰ বুৰঞ্জী (১৯৩০) শ্ৰীনাথ দুৱৰা বৰুৱাৰ সঙ্কলিত তুংখুঙ্গীয়া বুৰঞ্জী (১৯৩২) কছাৰী বুৰঞ্জী (১৯৩৯), জয়ন্তীয়া বুৰঞ্জী (১৯ ৭), ত্ৰিপুৰা বুৰঞ্জী (১৯৩-),



সুকুমাৰ মহন্তৰ ঘৰত পোৱা অসম বুৰঞ্জী (১৯৪৫)। তদুপৰি গদ্য ছন্দত ৰচনা কৰা দুতিৰাম হাজৰিকাৰ কলিভাৰত বুৰঞ্জী আৰু বিশ্বেশ্বৰ বৈদ্যাধিপৰ বেলিমাৰৰ বুৰঞ্জী দুখন অসমৰ পদ্য বুৰঞ্জী (১৯৩২) নামকৰণ কৰি ভূঞাদেৱে প্ৰকাশ কৰিছিল। ড° ভূঞাৰ কাৰ্যকালত পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত আন কেইখনমান পুথি হ'ল শৰৎ কুমাৰ দত্ত সম্পাদিত অসম বুৰঞ্জী (১৯৩৮), শৰৎচন্দ্ৰ গোস্বামী আৰু জয়কৃষ্ণ মিশ্ৰ সম্পাদিত নীতিলতাঙ্কুৰ (১৯৩১), বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত অঙ্কীয়া নাট (১৯৪০)। ড° ভূঞাই ইংলণ্ডৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰ পৰা ফ্ৰান্সিচ্ হেমিল্টনৰ পাণ্ডুলিপিসমূহ সংগ্ৰহ কৰি An Account of Assam নাম দি নিজে সম্পাদনা কৰি ১৯৪০ চনত প্ৰকাশ কৰিছে। ড° ভূঞাৰ কাৰ্যকালত প্ৰকাশিত আন কেইখনমান পুথি হৈছে— Annals of the Delhi Badshahate (1947), Lachit Barphukan and His Times (1947), Anglo-Assamese Relations (1950)। ডক্টৰ মফিজুল ইছলাম বৰাৰ Baharistan-I-Ghayabi (1936), ড° বাণীকান্ত কাকতিৰ গৱেষণা গ্ৰন্থ Assamese its Formation and Development (1941), আৰু ড° প্ৰফুল্ল দত্ত গোস্বামীৰ Folk Literature of Assam (1954)। তদুপৰি ড° ভূঞাৰ কাৰ্যকালত Department of Historical and Antiquarian Studies Bulletin No. 1 (1932), D. H. A. S. Bulletin No. 2 (1934), D.H.A.S. Bulletin No. 3 (1936) D.H.A.S. Bulletin No. 4 (1941), D.H.A.S. Bulletin No. 5 (1951) প্ৰকাশ পায়। ১৯৪৫ চনত ড° ভূঞাই এখন আঁচনি প্ৰস্তুত কৰি ড° বাণীকান্ত কাকতিৰ প্ৰাচীন ধৰ্মৰ ইতিহাস, হৰিৰাম মহন্তৰ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ জীৱনী, প্ৰতাপচন্দ্ৰ গোস্বামীৰ প্ৰাচীন কামৰূপৰ সংস্কৃত শিক্ষাৰ ইতিহাস আদি আন কেইবাখনো পুথি প্ৰকাশ কৰে।

**গুৱাহাটী বিশ্ববিদ্যালয় আৰু ডক্টৰ ভূঞা :** ১৯৪৮ চনত গুৱাহাটী

বিশ্ববিদ্যালয়ৰ জন্ম হয়। বিশ্ববিদ্যালয়ৰ জন্ম লগ্নৰে পৰা ড° ভূঞা ইয়াৰ লগত জড়িত আছিল। সেইবছৰৰে প্ৰথম পৰীক্ষাৰ বাবে কলিকতা বিশ্ববিদ্যালয়লৈ গৈ প্ৰশ্ন কাকত যুগুত কৰা, ১৯৫১ চনত অনুষ্ঠিত প্ৰথম সমাবৰ্তনৰ উথাপিত বিশ্ববিদ্যালয়খনৰ প্ৰগতিৰ আভাস, ১৯৫৫ চনত অনুষ্ঠিত দ্বিতীয় সমাবৰ্তনত উথাপিত প্ৰগতিৰ আভাস প্ৰস্তুত কৰা কাৰ্যত প্ৰত্যক্ষভাৱে সহায় কৰিছিল। তাৰ পিছত ১৯৫৭ চনত বিশ্ববিদ্যালয়ৰ উপাচাৰ্য নিযুক্ত হৈ ১৯৬০ চনত অৱসৰ লয়। ইয়াৰ পূৰ্বে ১৯৫৬ চনত ভাৰত চৰকাৰৰ দ্বাৰা তেখেত 'পদ্মশ্ৰী' সন্মানেৰে বিভূষিত হৈছিল। ১৯৬২-৬৪ চনত পাৰ্বত্য বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে ড° ভূঞাই বিশ্ববিদ্যালয় অনুদান আয়োগৰ বাবে প্ৰতিবেদন প্ৰকাশ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব গ্ৰন্থাগাৰিক ড° যোগেশ্বৰ শৰ্মাৰ ভাষাত—'উপাচাৰ্য হিচাপে ভূঞাদেৱ আছিল এজন সুদক্ষ বিষয়া আৰু সমদৃষ্টিসম্পন্ন লোক। যি ন্যায্য আৰু যাৰ প্ৰাপ্য সেইটো দিয়াত তেওঁ কোনো দিনে কোনো ধৰণৰ কাৰ্পণ্য দেখুওৱা নাছিল। নিম্ন শ্ৰেণীৰ কৰ্মচাৰীসমূহৰ প্ৰতিও তেওঁৰ সহানুভূতি আছিল অক্ষুণ্ণ। তেওঁ আছিল নিম্ন স্তৰৰ পৰা উচ্চ স্তৰৰ কৰ্মচাৰীলৈকে সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ। বিশ্ববিদ্যালয়ৰ দৰে বৃহৎ শিক্ষা প্ৰতিষ্ঠানৰ উপাচাৰ্যৰ গুৰু দায়িত্ব আৰু মৰ্যাদা অটুট ৰখাত তেওঁ আছিল সিদ্ধহস্ত।' ড° ভূঞাৰ গ্ৰন্থ প্ৰীতি সম্পৰ্কে ড° শৰ্মাই কৈছে 'উপাচাৰ্যৰ গুৰু দায়িত্ব বহন কৰিও তেওঁ কদাপি অধ্যয়ন বিমুখ হোৱা নাছিল। অধ্যয়ন আছিল তেওঁৰ জীৱনৰ প্ৰধান আৰু প্ৰথম কৰ্তব্য। ভূঞাৰ দৰে গ্ৰন্থ আৰু গ্ৰন্থাগাৰ প্ৰেমী লোক বিৰল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুথি ভঁৰালৰ প্ৰতি তেখেতে সতত লক্ষ্য ৰাখিছিল আৰু ইয়াৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিছিল।'

গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন পঞ্জীয়ক শ্ৰীচিদানন্দ দাসে ড° ভূঞাৰ প্ৰশাসনীয় দক্ষতাৰ বিষয়ে কৈছিল তেখেতৰ (কৃষ্ণকান্ত সন্দিকৈ) পিছত ড° সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়া অতি উপযুক্তভাৱে উপাচাৰ্য নিযুক্ত হয়। উক্ত পদত থাকি তেখেতে বিশেষ কৃতকাৰ্যতাৰে গুৰু দায়িত্ব



পালন কৰিবলৈ সক্ষম হৈছিল। শিক্ষা আৰু গৱেষণাৰ ক্ষেত্ৰত থকা দীঘলীয়া অভিজ্ঞতা পৰিশ্ৰম আৰু উদ্যমৰ বাবে বিশ্ববিদ্যালয়খনৰ বিদ্যায়তনিক আৰু উন্নয়নমূলক কামতো তেওঁৰ অৰিহণা আছিল। তেওঁৰ সজ আচৰণ আৰু স্বভাৱসুলভ গুণৰ বাবে সংশ্লিষ্ট সকলোৰে সহায় সহযোগ লাভ কৰিছিল। অফিচৰ কোনো কামকাজ পিছলৈ নথৈ সময়ৰ কাম সময়মতে সম্পাদন কৰাটো তেওঁৰ এটা চাৰিত্ৰিক বৈশিষ্ট্য আছিল। কোনো গুৰুত্বপূৰ্ণ বিষয়ৰ চিঠিপত্ৰ আদি লিখিব লগা হ'লে তিনিবাৰমান কটাকুটা কৰিহে চূড়ান্তৰূপ দিয়াটো তেওঁৰ এটা অভ্যাস আছিল। সেইবাবে মাজে-সময়ে কিছু বিপাঙত পৰা যেন পাইছিলো। কোনো এটা বিষয় বিতংভাৱে জানি বুজি লৈহে সিদ্ধান্ত লৈ.ছল।

**কামৰূপ অনুসন্ধান সমিতি আৰু ড° ভূঞা :** ১৯১২ চনত কামৰূপ অনুসন্ধান সমিতিৰ জন্ম। ১৯২৮ চনত জন্ম লাভ কৰা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে গৱেষণা আৰু অনুসন্ধানৰ কাম আৰম্ভ কৰাৰ পূৰ্বে কামৰূপ অনুসন্ধান সমিতি ঐতিহাসিক সম্বলাদি সংগ্ৰহ কৰা গৱেষণামূলক কামকাজ কৰা কাৰ্যত উঠিপৰি লাগিছিল। উল্লেখযোগ্য যে ড° ভূঞাই বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অবৈতনিক উপ সঞ্চালক হৈ থকা সময়ত কামৰূপ অনুসন্ধান সমিতিৰো তেখেত সম্পাদক আছিল। তেখেতৰ পিছত দিবাকৰ গোস্বামী কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক হৈছিল ড° ভূঞা কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যৰূপে থাকি সহায় আগবঢ়াইছিল। অৱশ্যে ইয়াৰ পূৰ্বেও ১৯২১-২২ আৰু ১৯২৬-২৯ সময়ছোৱাত ড° ভূঞা কামৰূপ অনুসন্ধান সমিতিৰ অবৈতনিক সম্পাদক আছিল। কোৱা বাহুল্য যে কামৰূপ অনুসন্ধান সমিতিত খোপনি পুতি ড° ভূঞাই বুৰঞ্জী চৰ্চা আৰম্ভ কৰিছিল আৰু ইংৰাজী সাহিত্যৰ অধ্যাপক হৈও কালক্ৰমত অসমৰ বুৰঞ্জী অধ্যয়ন আৰু গৱেষণা কাৰ্যত সবাতোকৈ অধিক বৰঙণি যোগাবলৈ সক্ষম হৈছিল।

**অসম সাহিত্য সভা আৰু ড° ভূঞা :** অসম সাহিত্য সভাৰ লগতো ড° ভূঞা জন্মলগ্নৰে পৰা জড়িত। ১৯১৭ চনৰ ২৩ ডিচেম্বৰত শিৱসাগৰত

বগা আসাম এছোচিয়েচনৰ সভাতে অসম সাহিত্য সভাৰ প্ৰথম অধিবেশন পদ্মনাথ গোহাঞিবৰুৱাৰ পৌৰোহিত্যত অনুষ্ঠিত হয়। উল্লেখযোগ্য যে অধিবেশনৰ কেইমাহমান আগৰে পৰা উজনি আৰু নামনি অসমত সাহিত্য সভা এখন পতাৰ কাৰণে কথোপকথন চলি আছিল। গুৱাহাটীৰ গৌৰীকান্ত তালুকদাৰৰ ঘৰত চন্দ্ৰনাথ শৰ্মা, গৌৰীকান্ত তালুকদাৰ, অম্বিকাগিৰি ৰায়চৌধুৰী আদিয়ে আলচ কৰি সাহিত্য সভা এখন গঠন কৰাৰ আলোচনা কৰিছিল। আলোচনামূলক সভাখনত পৌৰোহিত্য কৰিছিল ড° সূৰ্যকুমাৰ ভূঞাই। শিৱসাগৰত বহা অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনত ড° ভূঞাই যোৰহাটৰ পৰা গৈ যোগ দিছিল। ১৯২৪ চনৰ ডিচেম্বৰ মাহত গুৱাহাটীত, লক্ষ্মীনাথ বেজবৰুৱাৰ পৌৰোহিত্যত বহা অসম সাহিত্য সভাৰ সপ্তম অধিবেশনত ড° ভূঞাই বিশেষ ভূমিকা লৈছিল। ১৯২৫ চনৰ ডিচেম্বৰ মাহৰ শেষভাগত (২৭-২৯ ডিচেম্বৰ) নগাঁৱত ৰজনীকান্ত বৰদলৈৰ পৌৰোহিত্যত বহা সভাতে পোনপ্ৰথমবাৰৰ কাৰণে বুৰঞ্জী শাখা খোলা হৈছিল। সেই বুৰঞ্জী শাখা অধিবেশনৰ সভাপতি আছিল হিতেশ্বৰ বৰবৰুৱা আৰু বুৰঞ্জী শাখাৰ আদৰণী সমিতিৰ সভাপতি আছিল ড° ভূঞা। মুঠতে অসম সাহিত্য সভাৰ জন্মৰ দিনাৰে পৰা ড° ভূঞা ওতপ্ৰোতভাবে জৰিত আছিল। ১৯২৬ চনৰ ডিচেম্বৰ মাহৰ ২৯, ৩০ তাৰিখে ধুবুৰীত বেণুধৰ ৰাজখোৱাৰ পৌৰোহিত্যত বহা সভাৰ বুৰঞ্জী অধিবেশনৰ সভাপতি আছিল ড° ভূঞা। ড° ভূঞাৰ চমু অথচ গুৰুত্বপূৰ্ণ ভাষণৰ এটি উল্লেখযোগ্য পৰামৰ্শ আছিল গোৱালপাৰা জিলাৰ জমিদাৰীবোৰৰ একো একোখন বৃহৎ স্বয়ং সম্পূৰ্ণ বুৰঞ্জী ৰচনা কৰাটো। তেখেতে কৈছিল —

"গোৱালপাৰা জিলাত যিসকল জমিদাৰী আৰু সৰু ৰাজ্য আছে সেইবোৰৰো এখনি বুৰঞ্জী আৰু বিৱৰণী উলিয়াব পাৰিলে প্ৰাচীন কামৰূপ আৰু অসমৰ বহুত তথ্য পোহৰলৈ আহিব। গোৱালপাৰাৰ বিজনী, গৌৰীপুৰ, মেচ পাৰা, চাপৰ, পৰ্বত জোৱাৰ, কৰৈবাৰী, চিদলী, ৰূপসী, বগৰিবাৰী ইত্যাদি ৰাজ্যৰ বিৱৰণী পঢ়িবলৈ পালে আমি বং পাম আপোনালোকে জানে।"



১৯৫৭ চনৰ ৮ নবেম্বৰৰ পৰা শ্বিলঙত বহা অসম সাহিত্য সভাৰ দ্বাবিংশ অধিবেশনৰ সভাপতি আছিল ড° সূৰ্যকুমাৰ ভূঞাদেৱ। সভাপতিৰ বাবে প্ৰস্তাৱ হোৱা পাঁচ গৰাকী ব্যক্তিৰ নাম আছিল সূৰ্যকুমাৰ ভূঞা, বেনুধৰ শৰ্মা, অম্বিকাগিৰি ৰায়চৌধুৰী, নলিনীবালা দেৱী আৰু হৰিপ্ৰসাদ বৰুৱা। ২৪ পৃষ্ঠাত লিখিত চমু অভিভাষণত অসমত বসবাস কৰা পৰ্বত-ভৈয়ামৰ মাজত সমন্বয়-সম্প্ৰীতি স্থাপন কৰাত ড° ভূঞাই বিশেষ গুৰুত্ব দিছিল। প্ৰাচীন অসমীয়া গদ্য ৰীতিতো তেখেতে বিজ্ঞান সম্মত যুক্তি দাঙি ধৰিছিল। ড° ভূঞাই ভাষণত আগবঢ়োৱা পৰামৰ্শবোৰৰ ভিতৰত আছিল অসমীয়া ভাষাত প্ৰকাশিত আলোচনী, বাতৰি কাকত আদিৰ ধাৰাবাহিক সংৰক্ষণ। তেখেতে কৈছিল— অসমীয়া ভাষাত প্ৰকাশিত সকলো আলোচনী আৰু বাতৰিকাকত গোটাই কোনো ঠাইত একেলগ কৰি থোৱাৰ ব্যৱস্থা কৰিব লাগে, কাৰণ বৰ্তমান যুগৰ অসমীয়া সাহিত্যিক প্ৰতিভা ঘাইকৈ সাময়িক কাকততে লুকাই সোমাই আছে।'

**ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলন আৰু ড° ভূঞা :** ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলন, ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড কমিচন, ভাৰতীয় বুৰঞ্জী কংগ্ৰেছ আদিৰ সৈতেও ড° ভূঞাৰ প্ৰত্যক্ষ সম্পৰ্ক ঘটিছিল। ১৯২৮ চনৰ ১৯ নবেম্বৰৰ পৰা ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলনৰ পঞ্চম অধিবেশন লাহোৰত মহামহোপাধ্যায় ড° হৰপ্ৰসাদ শাস্ত্ৰীৰ সভাপতিত্বত বহে। সেই অধিবেশনত কামৰূপ অনুসন্ধান সমিতিৰ প্ৰতিনিধি ৰূপে ড° ভূঞা, অধ্যাপক মহীবুল্লা আৰু সৰ্বেশ্বৰ কটকীয়ে যোগ দিছিল। সেই অধিবেশনত ড' ভূঞাই 'অসমৰ বুৰঞ্জী সাহিত্য' (Assamese Historical Literature) শীৰ্ষক গৱেষণা পত্ৰ পাঠ কৰিছিল। ১৯৩০ চনত পাটনাত বহা অধিবেশনতো ড° ভূঞাই যোগ দিছিল। ১৯৬৫ চনত ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলনৰ দ্বাবিংশ অধিবেশন গুৱাহাটীত বহে। সেই অধিবেশনৰ সভাপতি আছিল বেনাৰস বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব উপাচাৰ্য ড° বাসুদেৱ চৰণ অগ্ৰৱাল।

**ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড কমিচন আৰু ড° ভূঞা :** ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড কমিচনৰ জন্ম হয় ১৯১৯ চনত। ১৯২৭ চনৰ পৰা ড° ভূঞাই ৰেকৰ্ড কমিচনৰ লগত যোগাযোগ স্থাপন কৰে। সেই বছৰতে ৰেঙ্গুনত বহা দশম অধিৱেশনত পাঠ কৰাৰ উদ্দেশ্যে Early British Relation with Assam শীৰ্ষক প্ৰবন্ধ এটি পঠায়। ১৯২৮ চনৰ পৰা ৰেকৰ্ড কমিচনৰ তেখেত সদস্যভুক্ত হয়। ইয়াৰ পিছত ১৯২৯ চনত গোৱালিয়ৰত, ১৯৩০ চনত পাটনাত আৰু ১৯৪০ চনত বৰোদাত বহা অধিৱেশনত ড° ভূঞাই যোগ দিছিল।

**ভাৰতীয় বুৰঞ্জী কংগ্ৰেছ আৰু ড° ভূঞা :** ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ জন্ম ১৯৩৫ চনৰ ৮ জুনত পুনে চহৰত হয়। ইয়াৰ প্ৰথম অধিৱেশনৰ মুকলি সভাৰ সভাপতি চাৰ চাফাট আহমদ খানৰ নাম প্ৰস্তাৱ কৰিছিল ড° ভূঞাই। ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ ড° ভূঞা কাৰ্যনিৰ্বাহক সমিতিৰ এজন সক্ৰিয় সদস্য হোৱাৰ উপৰি প্ৰতিনিধিমূলক সভাৰো সদস্য আছিল। সেই অধিৱেশনত ড° ভূঞাই বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত 'হস্তিবিদ্যাৰ্ণৱ' সাঁচিপতীয়া গ্ৰন্থৰ কেইটামান পাত, ভাগৱতৰ ষষ্ঠ স্কন্ধ আৰু সচিত্ৰ শঙ্খচূড় বধ আদি গ্ৰন্থ কঢ়িয়াই নি প্ৰদৰ্শন কৰি অসমৰ গৌৰৱ বঢ়াইছিল। সেই অধিৱেশনৰ তৃতীয় দিনৰ সামৰণি সভাত ড° ভূঞাই 'Assam's Place in India : A Historic Survey' শীৰ্ষক আলোচনা দাঙি ধৰিছিল। ১৯৫২ চনত গোৱালিয়ৰত অনুষ্ঠিত ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ অধিৱেশনৰ বুৰঞ্জী শাখাৰ সভাপতি আছিল ড° ভূঞা। ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ ১৯৫৯ চনত গুৱাহাটীত বহা দ্বাবিংশ সন্মিলনৰ বাবে ড° অনন্ত সদাশিৱ আল্‌টেকাৰ সভাপতি নিৰ্বাচিত হৈছিল। কিন্তু আগে আগে তেখেতৰ দেহান্তৰ ঘটে। গুৱাহাটীত বহা ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ অধিৱেশনত স্থানীয় শাখাৰ সভাপতি আছিল ড° ভূঞা।

ড° ভূঞা ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ লগত ঘনিষ্ঠ সম্পৰ্ক স্থাপন কৰি অসমৰ ঐতিহ্যৰ গৌৰৱময় ইতিহাস প্ৰাচ্যৰ পণ্ডিত মণ্ডলীৰ



আগত দাঙি ধৰি অসমৰ মান-মৰ্যাদা বঢ়াইছিল। ড° ভূঞাৰ প্ৰকৃত উত্তৰাধিকাৰী ৰূপে অন্যতম প্ৰাচ্যতত্ত্ববিদ ড° হেৰম্বকান্ত বৰপূজাৰীদেৱে ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ তথা ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড কমিচনৰ লগত ওতপ্ৰোতঃভাৱে সম্পৰ্ক ৰক্ষা কৰি ঐতিহাসিক প্ৰাচুৰ্যেৰে ভৰা অসমৰ গৌৰৱ ঘোষণা কৰি আহিছে। অসম আৰু অসমীয়াৰ বাবে অতি গৌৰৱ আৰু আনন্দৰ কথা যে প্ৰথমবাৰৰ কাৰণে অসম মাতৃৰ সুসন্তান, আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত, প্ৰাচ্যতত্ত্ববিদ 'Comprehensive History of Assam'ৰ মুখ্য সম্পাদক ড° হেৰম্বকান্ত বৰপূজাৰীদেৱক ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ সভাপতি নিৰ্বাচন কৰা হৈছে।

ওপৰত উল্লেখ কৰা অনুষ্ঠান-প্ৰতিষ্ঠান আদিৰ উপৰিও ড° ভূঞা আছিল—কটন কলেজৰ পৰিচালনা সমিতিৰ সদস্য (১৯১৯), কটন কলেজৰ ছাত্ৰ ইউনিয়নৰ সাধাৰণ সম্পাদক (১৯২৩-২৪), কটন কলেজৰ ঐক্য সমিতিৰ উপ-সভাপতি (১৯২১-২৩), গুৱাহাটী পৌৰসভাৰ চৰকাৰ মনোনীত সদস্য (১৯২৪-২৭), অসম সাহিত্য সভাৰ আদৰণী সভাৰ সভাপতি (১৯২৫), নগাওঁ ছাত্ৰ সন্মিলনৰ সভাপতি (১৯৩৩), কটন কলেজ মেগাজিনৰ সম্পাদক (১৯২৮-২৯), Royal Asiatic Society of Bengal ৰ নিৰ্বাচিত সদস্য (১৯৩৪), Royal Asiatic Society of Great Britain and Irland ৰ নিৰ্বাচিত সদস্য (১৯৩৬), অসম উপত্যকাৰ ভাৰপ্ৰাপ্ত স্কুল পৰিদৰ্শক (১৯৪১-৪২), অসমৰ শিক্ষাধিকাৰ (১৯৪৮), ৰাজ্যসভাৰ সদস্য (১৯৫২-৫৪) ইত্যাদি।

ড° ভূঞা এজন ব্যক্তিয়েই নাছিল, তেখেত আছিল নিজেই এটা অনুষ্ঠান। এজন মানুহে এটা জীৱনত এহাশুধীয়াভাৱে লাগি থাকি কিমান কাম কৰিব পাৰে—ড° ভূঞা তাৰ উজ্জ্বল নিদৰ্শন। ১৯৯৪ চনৰ বছৰটো ড° ভূঞাৰ জন্ম-শতবাৰ্ষিকী উৎসৱ হিচাপে সমগ্ৰ অসমতে বিভিন্ন সভা-সমিতি পতা স্মৃতিগ্ৰন্থ প্ৰকাশ আদিৰ জৰিয়তে উদযাপন কৰা হৈছে।[১]

১. প্ৰবন্ধটি যুগুত কৰোঁতে ড° সূৰ্যকুমাৰ ভূঞাৰ পুত্ৰ শ্ৰীবিজয়কুমাৰ ভূঞা, নন্দ তালুকদাৰ সম্পাদিত 'ড° সূৰ্যকুমাৰ ভূঞা' আৰু সুৰভি সাহিত্য সমাজে প্ৰকাশ কৰা 'ড° সূৰ্যকুমাৰ ভূঞাৰ ব্যক্তিত্বৰ জিলিকনি' নামৰ গ্ৰন্থ দুখনিৰ পৰা সমল গ্ৰহণ কৰা হৈছে। শ্ৰীভূঞা, আৰু গ্ৰন্থ দুখনিৰ লেখক আৰু প্ৰকাশকৰ ওচৰত আমি ঋণগ্ৰস্ত হৈ থাকিলো।

# মোৰ ভূঞা ছাৰ

চৈয়দ আব্দুল মালিক

১৯৩৭ চনত যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ পৰা সুখ্যাতিৰে মেট্ৰিক পাছ কৰি মই আই. এ. পঢ়িবৰ কাৰণে নাম লগালো যোৰহাট কলেজত। এতিয়াৰ জগন্নাথ বৰুৱা (জে. বি.) কলেজৰ নাম তেতিয়া আছিল যোৰহাট কলেজ। যোৰহাট কলেজত মোৰ শিক্ষক হিচাপে পালো অধ্যক্ষ কৃষ্ণকান্ত সন্দিকৈ বিশ্ববিশ্ৰুত পণ্ডিতক। লগতে পালো অধ্যাপক তুলসী নাৰায়ণ শৰ্মা, যজ্ঞেশ্বৰ শৰ্মা গুণ গোবিন্দ দত্ত, প্ৰফেছাৰ পি. এম্. ছাৰৱান আদি জ্ঞানী গুণী অধ্যাপকসকলক। সৌভাগ্য হ'ল কেইবাগৰাকীও উচ্চ শিক্ষিত, সাহিত্যিক আৰু বিদ্বান ব্যক্তিৰ সান্নিধ্যলৈ অহাৰ। কলেজৰ ছাত্ৰ হিচাপে সাহিত্য অধ্যয়নৰ এখন নতুন, বহল ক্ষেত্ৰ পালো। আৰু পালো নিঃস্বাৰ্থ উপদেষ্টা আৰু দিগ্‌দৰ্শক। ১৯৩৭ (৩৮ ?) চনত প্ৰথম ছপাই প্ৰকাশ কৰা 'দি যোৰহাট কলেজ মেগাজিন'ৰ ইংৰাজী শাখাৰ মই হ'লো প্ৰথম নিৰ্বাচিত সম্পাদক। অসমীয়া শাখাৰ সম্পাদক আছিল সুলেখক আৰু আজীৱন সমাজসেৱী প্ৰয়াত দধি মহন্ত। কলা বিভাগৰ এজন কলেজীয়া ছাত্ৰ হিচাপে কলেজৰ আলোচনীত লিখাৰ লগতে কবি ৰঘুনাথ চৌধাৰীৰ সম্পাদনাত প্ৰকাশ হোৱা 'জয়ন্তী' নামৰ আলোচনীখনত গীত-কবিতা লিখাৰ সাহসো আয়ত্ত কৰিলো। সমৰ্থন আৰু উদগনি পাই থাকিলো মোৰ যোৰহাট কলেজৰ ইংৰাজী আৰু অসমীয়া বিভাগৰ অধ্যাপক সকলৰ পৰা।

'জয়ন্তী' আৰু 'বাঁহী'ত মোৰ লিখা গল্প, কবিতা প্ৰকাশ পাবলৈ ধৰাত মই মনত নতুন বল পালো, কাৰণ সেইবোৰ আলোচনীত তেতিয়া অসমৰ সুপ্ৰতিষ্ঠিত যশস্বী সাহিত্যিক সকলেহে লিখে।



তেতিয়া যোৰহাট কলেজত বি. এ লৈকে শ্ৰেণী আছিল যদিও ইংৰাজী বিষয়ত অনাৰ্ছ লোৱাৰ ব্যৱস্থা নাছিল। সেইকাৰণে ১৯:৯ চনত যোৰহাট কলেজৰ পৰা ভালকৈ আই. এ. পাছ কৰি বি এ ত ইংৰাজী বিষয়ত অনাৰ্ছ লৈ পঢ়িবৰ কাৰণে মই গুৱাহাটীৰ কটন কলেজত নাম লগালোগৈ। আই এ.ত বৃত্তি নোপোৱা হ'লে মই কটন কলেজলৈ যাব নোৱাৰিলোহেঁতেন, কাৰণ ঘৰৰ পৰা মোৰ পঢ়াৰ খৰছ যোগাব নোৱাৰে। গুৱাহাটীত হোষ্টেলত থাকি কলেজত পঢ়িবলৈ মাহে কমেও বিশ বাইশ টকা খৰছ লাগে। বৃত্তি পালো কাৰণে যিকোনো উপায়ে আৰু পাঁচ সাত টকা হ'লে মাহটো চলি যায়।

তাতে ১৯৩৯ চনত মই কটন কলেজত নাম লগোৱাৰ বছৰতে ইউৰোপৰ ফালে ইটালী আৰু আবিচিনীয়াৰ মাজত যুদ্ধ আৰম্ভ হৈছে আৰু সেয়াই আছিল দ্বিতীয় বিশ্বযুদ্ধৰ পাতনি। দিনে দিনে যুদ্ধ বাঢ়ি গ'ল আৰু ১৯৪০-৪১ চনত এই যুদ্ধত লিপ্ত হৈ পৰিল ইংলণ্ড, জাৰ্মেনী, জাপান, ৰুচিয়া, আমেৰিকা—অৰ্থাৎ প্ৰায় সমগ্ৰ বিশ্ব। অৱশ্যে কলেজৰ ছাত্ৰ হিচাপে আমাক যুদ্ধৰ খলকনিৰ ঢৌৱে অলপীয়াকৈহে চুইছিলহি। ইংৰাজীৰ অনাৰ্ছৰ ছাত্ৰ,—পঢ়াৰ বাহিৰে অন্য কথাৰ চিন্তা কৰাৰ আজৰি নাই। আজৰি নিদিয়ে।

ইংৰাজী বিভাগৰ আমাৰ অধ্যাপকসকল আছিল —প্ৰফেছাৰ পি. চি. ৰায়, ডক্টৰ বাণীকান্ত কাকতি, ডক্টৰ সূৰ্যকুমাৰ ভূঞা, প্ৰফেছাৰ হৰেণ চৌধুৰী আদিৰ নিচিনা প্ৰখ্যাত পণ্ডিতসকল। মোৰ কাৰণে ছুৰ্ভগীয়া জীৱনৰ বাটত ই আছিল এক দুৰ্লভ সৌভাগ্য। জীৱিত কালতে, সেই সময়ৰ বাণীকান্ত কাকতি, সূৰ্যকুমাৰ ভূঞা আদি অধ্যাপকসকল প্ৰবাদপুৰুষত পৰিণত হৈছিল। তেখেতসকল কলেজত ছাত্ৰক পঢ়োৱা অধ্যাপকেই নাছিল। তেখেতসকল আছিল প্ৰখ্যাত গৱেষক, পণ্ডিত, সাহিত্য সমালোচক, লেখক আৰু সুপ্ৰতিষ্ঠিত সাহিত্যিক। লক্ষ্য কৰিবলগীয়া কথা যে ডক্টৰ বাণীকান্ত কাকতি, ডক্টৰ ভূঞা আদি ইংৰাজী সাহিত্যৰ অধ্যাপক আছিল যদিও তেখেতসকলে অসমীয়া ভাষা-সাহি-

ত্যৰ গৱেষণা কৰি গ্ৰন্থ ৰচনা কৰিছিল, অসমৰ ইতিহাস, অসমীয়া পৌৰাণিক সাহিত্যৰ বিষয়ে গভীৰ গৱেষণা কৰি তাৰ মূল্যায়ন কৰিছিল আৰু অসমীয়া জাতিটোৰ ভিত্তি. আকৃতি. প্ৰকৃতি আদি বৈজ্ঞানিক পদ্ধতিৰে ফঁহিয়াই ইয়াৰ স্থান নিৰ্ণয় কৰাত আত্মনিয়োগ কৰিছিল। ইংৰাজী অনাৰ্ছৰ এজন ছাত্ৰ হিচাপে ড° বাণীকান্ত কাকতি আৰু ড° সূৰ্যকুমাৰ ভূঞাৰ সান্নিধ্যলৈ অহাৰ সুযোগ মোৰ হৈছিল। তেখেত সকলৰ ভাবমূৰ্তি মোৰ হৃদয় পটত আজিও জীৱন্ত ৰূপত অঁকা হৈ আছে।

সেই সময়ৰ কটন কলেজৰ অধ্যাপকসকল আছিল সদা কৰ্তব্য সচেতন, কৰ্তব্য পৰায়ণ, দায়িত্বজ্ঞান সম্পন্ন আৰু দায়বদ্ধ। অধ্যাপক-সকলৰ এনে চৰিত্ৰ আৰু আচৰণবিধিয়ে ছাত্ৰ-ছাত্ৰীসকলকো দায়বদ্ধ আৰু অধ্যয়নশীল হ'বলৈ বাধ্য কৰিছিল। তেতিয়াৰ দিনত গৰমৰ বন্ধ, পূজাৰ বন্ধ, বৰদিনৰ বন্ধ আৰু কেইটামান তিথি বা বিশেষ জন্ম দিনৰ বাহিৰে আন বন্ধ নাছিল। এতিয়াৰ দৰে বন্ধটো নিয়ম আৰু বন্ধ নথকাটো ব্যতিক্ৰম নাছিল; চৰকাৰী বন্ধৰ তালিকাত থকা বন্ধৰ বাহিৰে অন্য কোনো বন্ধ নাছিল। পঢ়া আৰু পঢ়োৱা দুয়োটাই অপৰিহাৰ্য আৰু বাধ্যতামূলক আছিল। ইংৰাজীৰ অধ্যাপক পি চি ৰায়, ড° বাণীকান্ত কাকতি. ড° সূৰ্যকুমাৰ ভূঞা. অধ্যাপক হৰেণ চৌধুৰী আদি অতি নিষ্ঠাবান আৰু কৰ্তব্যপৰায়ণ শিক্ষক আছিল। প্ৰত্যেকজন অধ্যাপকৰে এক নিজস্ব ব্যক্তিত্ব আছিল। কাৰো অহঙ্কাৰ বা দাম্ভিকতা নাছিল, আনহাতে শিক্ষাদানৰ বিষয়ত তেওঁলোকৰ অকণো শিথিলতা নাছিল।

অনাৰ্ছৰ ছাত্ৰ হিচাপে মই ডক্টৰ সূৰ্যকুমাৰ ভূঞাক ঘনিষ্ঠভাৱে পাইছিলো। তেখেত বেশভূষাত পৰিপাটি আছিল, কিন্তু বিলাসী নাছিল। খোজ-কাটলত গহীন আৰু কথা বতৰাত আমাৰ প্ৰতি স্নেহ-সিক্ত আছিল। ইংৰাজীৰ অধ্যাপক হ'লেও, ক্লাছৰ বাহিৰে অন্য ঠাইত আমাৰ লগত ঘৰুৱাভাৱে অসমীয়াৰে কথা বতৰা পাতিছিল।



মোৰ কাৰণে আনন্দ আৰু গৰ্বৰ কথা আছিল যে ভূঞাছাৰে 'জয়ন্তী', 'বাঁহী' বা কটনিয়ানত প্ৰকাশ হোৱা মোৰ গল্প, কবিতা আদি পঢ়িছিল, আৰু সেইবোৰৰ বিষয়ে নিজৰ অভিমত মোক মুকলিকৈয়ে জনাইছিল। মোক কিন্তু কোনো প্ৰকাৰে নিৰুৎসাহ নকৰিছিল, বৰং কেনেকৈ লিখিলে আৰু ভাল হ'লহেঁতেন সেই বিষয়েহে নিজৰ পৰামৰ্শ আগবঢ়াইছিল। ময়ো ভূঞা ছাৰৰ লেখাবোৰ পঢ়িছিলো, কিন্তু বুৰঞ্জী বোৰ পঢ়িবলৈ টান পাইছিলো। 'আৱাহন' আদি আলোচনীত ওলোৱা ভূঞা ছাৰৰ প্ৰবন্ধ আদি পঢ়িছিলো।

মাজে মাজে মই ভূঞা ছাৰৰ ঘৰলৈকো যাওঁ। মোক ঘৰত পালে ছাৰে বৰ মৰমেৰে কথা বতৰা পাতিছিল, আৰু মই সুধিলে সাহিত্যৰ বিষয়েও কিছু কথা সহজভাৱে বুজাই দিছিল। ঘৰত কিন্তু মোক ছাত্ৰ হিচাপে ব্যৱহাৰ নকৰি নিজৰ ল'ৰাৰ নিচিনাকৈ ব্যৱহাৰ কৰিছিল। সেই কাৰণে ভূঞা ছাৰলৈ মোৰ শ্ৰদ্ধা-ভক্তি আৰু বাঢ়িছিল।

অধ্যাপক হিচাপে মানুহজন গহীন আছিল। ড° কাকতী ছাৰে মাজে মাজে ধেমেলীয়া কথা কৈ হহুঁৱাইছিল, পি. চি. ৰায় ছাৰে চেক্স-পীয়েৰৰ নাটক পঢ়াওঁতে প্ৰায় অভিনয় কৰাৰ নিচিনাকৈয়ে পঢ়াইছিল; তাতো আমি সাহিত্যৰ অন্যান্য ৰসৰ লগতে হাস্যৰসৰ সোৱাদ পোৱাৰো সুবিধা পাইছিলো। কিন্তু ভূঞা ছাৰৰ ক্লাছত আমি হাঁহিবৰ কাৰণে সুবিধা বৰ বেছি পোৱা নাছিলো। অৱশ্যে মানুহজন হাঁহিব বা হহুঁৱাব নজনা ধৰণৰ নাছিল। কিন্তু তেখেতৰ হাঁহিতো এটা ভদ্ৰলোকৰ গাম্ভীৰ্য আছিল। তেতিয়াৰ দিনত অভদ্ৰলোকৰ সংখ্যা অতি কম আছিল, তথাপি ভদ্ৰলোকৰ সংখ্যাও আঙুলিমূৰত লেখিব পৰা বিধৰহে আছিল। শিক্ষা, চলন-ফুৰণ, আচৰণ-বিচৰণ, চাকৰি আদিৰ লেখ-জোখেৰে ভদ্ৰলোকৰ চিনাক্তকৰণ কৰা হৈছিল। উচ্চপদস্থ চৰকাৰী বিষয়া, অধ্যাপক, শিক্ষক, ধনী ব্যৱসায়ী আদি লোকসকল ভদ্ৰলোকৰ শ্ৰেণীত পৰিছিল। নগৰ চহৰৰ অভিজাত আৰু শিক্ষিতা মহিলাসকলকে ভদ্ৰমহিলা বুলি গণ্য কৰা হৈছিল। অৱশ্যে অন্যান্য সকলকো ভদ্ৰমহিলা

বুলি অৱজ্ঞাৰ চকুৰে চোৱা নহৈছিল। মহিলাসকলে জেঠাই, মাহী, পেহী, বাই ভনীৰ সন্মান আৰু চেনেহ শ্ৰদ্ধা পাইছিল। পৰিবৰ্তিত সমাজ জীৱনত আজিৰ ভদ্ৰলোক আৰু ভদ্ৰমহিলাৰ সমাজখনত মোৰ নিজকে বৰ আচহুৱা যেন লাগে। অথচ আমাৰ ছাত্ৰ জীৱনতকৈ আজিৰ শিক্ষা জগতখন বহুত বিস্তৃত আৰু উন্নত হৈছে। তথাপি ডক্টৰ সূৰ্যকুমাৰ ভূঞা ছাৰ এজন উচ্চ শিক্ষিত, বিদ্বান, জ্ঞানী-গুণী, মাৰ্জিত ৰুচিৰ লিখক, সাহিত্যিক, গৱেষক, অধ্যাপক হোৱাৰ উপৰিও এজন লেখৰ জেন্টল্‌মেন বা ভদ্ৰলোক আছিল। সময়ৰ সদ্ব্যৱহাৰ কৰি কলেজত অধ্যাপনা কৰাৰ লগতে ইতিহাসৰ গভীৰ গৱেষণা কৰি বহুত ঐতিহাসিক তথ্য উদ্‌ঘাটন কৰি, অসমীয়া আৰু ইংৰাজী উভয় ভাষাতে বুৰঞ্জী গ্ৰন্থ ৰচনা কৰি ডক্টৰ সূৰ্যকুমাৰ ভূঞাই আমাৰ জাতীয় জীৱনৰ ভেটি আৰু স্বৰূপৰ সমৃদ্ধি সাধন কৰি ঐতিহ্যৰ জীৱন্ত স্থায়ী ৰূপ ৰাখি থৈ গৈছে। এইয়া ভূঞা ছাৰৰ স্বদেশ প্ৰেমৰ আৰু দেশ আৰু জাতিৰ প্ৰতি দায়িত্ব চেতনাৰ এক দুৰ্মূল্য নিদৰ্শন।

কলেজীয়া ছাত্ৰ হিচাপে অতিশয় সীমিত জ্ঞান-বুদ্ধি আৰু অভিজ্ঞতাৰে যি লেখা-মেলা কৰিছিলোঁ, তাকে ড° বাণীকান্ত কাকতী আৰু ড° সূৰ্যকুমাৰ ভূঞা ছাৰে আন্তৰিক মৰমেৰে চকু ফুৰাই চাই উদ্‌গনি দিছিল। ভূঞা ছাৰৰ এই মৰমৰ স্বীকৃতি আৰু মোৰ কৃতজ্ঞতাৰ চিন স্বৰূপে কলেজীয়া শিক্ষা শেষ কৰি অহাৰ পিছত প্ৰকাশ হোৱা মোৰ দ্বিতীয় চুটিগল্প সংকলন 'এজনী নতুন ছোৱালী' নামৰ কিতাপখন ভূঞা ছাৰৰ নামতে মই উছৰ্গা কৰিছিলো। ১৯৩১ চনত প্ৰকাশ হোৱা এই কিতাপখন ভূঞা ছাৰৰ নামত উছৰ্গা কৰি লিখা কথাখিনি আছিল এনে ধৰণৰ :

"ড° শ্ৰীযুত সূৰ্যকুমাৰ ভূঞা এম্. এ., বি. এল্., পি. এইচ্. ডি., ডি. লিট্. (লণ্ডন) ডাঙৰীয়াৰ নামত।

চাৰ,

মোৰ এই কিতাপখন আপোনাৰ নামত উছৰ্গা কৰিলো, এই কাৰণে নহয় যে আপুনি আমাৰ দেশৰ এজন ডাঙৰ মানুহ, যে আপুনি জীৱনৰ বহু অভিজ্ঞতাৰ মাজেদি খ্যাতি, যশস্যা গৌৰৱ আৰু আত্মপ্ৰতিষ্ঠা লাভ কৰিছে, যে আপুনি এজন কবি সাহিত্যিক প্ৰত্নতাত্বিক, বুৰঞ্জীবিদ পণ্ডিত আৰু ধীৰ শক্তিমান পুৰুষ, যে কালৰ ধূলি মাকতিয়ে ঢাকি পেলোৱা অসম বুৰঞ্জীৰ সোণকণাবোৰ আপুনি খানি উলিয়াইছে, যে আপুনি অসমীয়াৰ অতীতক দেশ-বিদেশৰ সন্মুখত গৌৰৱেৰে দাঙি ধৰিছে, যে আপুনি জীৱনৰ বহুত ঢাপ এৰি আহিল যদিও হাতৰ কাপটো এৰা নাই ;

কিন্তু উছৰ্গা কৰিছো এই কাৰণেই যে আপুনি মোক মৰম কৰে।

মই জানো আপোনাৰ ওচৰত ভালেমান পুৰণি ছোৱালী আছে। যদি পাৰে মোৰ 'নতুন ছোৱালীজনী'কো কোনোবা এচুকত ঠাই দিব।"

আপোনাৰ মৰমৰ পুৰণি ছাত্ৰ
মালিক।"

ভূঞা ছাৰ থাকোঁতেই এই কথাখিনি লিখিছিলো ১৯৫১ চনত।

আজি ছাৰ নাই। কিন্তু ছাৰৰ মোৰ প্ৰতি থকা মৰমৰ কথাখিনি মই পাহৰিব পৰা নাই। কাহানিও পাহৰিব নোৱাৰোঁ।

সেই মৰমৰ কথাকে মনত পেলাই আজিৰ কথাৰ ইমানতে সামৰণি মাৰিছো। এইয়া মোৰ শ্ৰদ্ধা, আৰু ভক্তিৰ চিন—প্ৰয়াত শিক্ষাগুৰু সূৰ্যকুমাৰ ভূঞাৰ স্মৰণত।

# সূৰ্যকুমাৰ ভূঞাৰ ব্যক্তিত্বত এভুমুকি

**হেমৰথ বৰ্মণ**

ড° সূৰ্যকুমাৰ ভূঞাদেৱে মহাত্মা গান্ধীলৈ চিঠি এখনত লিখিছিল যে অসমৰ বাছকবনীয়া সুন্দৰ বিষয়-বস্তুবোৰ মানৱজাতিৰ আগত দাঙি ধৰা আৰু নিজৰ দেশবাসীক তেওঁলোকৰ সামৰ্থ্যৰ প্ৰতি সচেতন কৰাই তেওঁৰ জীৱনৰ ব্ৰত বা কৰ্তব্য বুলি ভাবিছে। গোটেই জীৱন একাণপতীয়াকৈ লাগি অতীত অসমৰ গৌৰৱ প্ৰচাৰত তেওঁ কৃতিত্ব লভিছে। ড° সুনীতিকুমাৰ চেটাৰ্জীয়ে ভূঞাৰ কৃতিত্ব স্বীকাৰ কৰি কৈছে—'অসম ইমানদিনে ভাৰতৰ বাকী অংশৰ পৰা অকলশৰীয়া হৈ আছিল ; কিন্তু ড° ভূঞাই তেওঁ সংগ্ৰহ কৰা সম্বলৰ সহায়ত গৱেষণা কৰি অসমক ভাৰতৰ ইতিহাস আৰু সংস্কৃতিত উপযুক্ত স্থান দিলে।' এনেকুৱা ভাৱাদৰ্শেৰে বশীভূত হৈ কাম কৰাৰ ফলতে তেখেতৰ মানস-পুত্ৰ 'বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ'ৰ জন্ম। স্বৰ্গীয় ভূঞাদেৱে যদি অন্য একো নকৰি অকল বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগটো স্থাপন কৰি গ'লহেঁতেন; সেয়ে তেখেতৰ অক্ষয় কীৰ্তি স্তম্ভ হৈ থাকিলহেঁতেন ; কিন্তু ভূঞাদেৱে নিজৰ আশাশুধীয়া প্ৰচেষ্টাৰে আৰু মনে-প্ৰাণে দেশপ্ৰেমৰ ব্যক্তিত্বেৰে সকলো দিশতে অসমক যাউতিযুগীয়া গৱেষণামূলক গ্ৰন্থসম্ভাৰ প্ৰদান কৰিছে।

ভাৰতৰ বহুত ৰাজ্য ভালেমান বছৰ ব্ৰিটিছৰ তলত থাকি শিক্ষাই দীক্ষাই আগ বাঢ়িও যি নিজৰ ইতিহাস আৰু পুৰাতত্ত্ব বিষয়ৰ গৱেষণাগাৰৰ কথা ভাবিব পৰা নাছিল. তেনে এটা গৱেষণামূলক অনুষ্ঠান পতাৰ চিন্তা-চৰ্চাৰে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ ১৯২৮ খ্ৰীঃত চৰকাৰী



ভাবে স্থাপন কৰি ড° ভূঞাদেৱে দেশৰ আৰু বাহিৰৰ পৰা প্ৰশংসাৰ পাত্ৰ হৈছিল। তেখেতে অবৈতনিকভাৱে গোটেই জীৱন দেহে-কেহে খাতি নানান অসুবিধাৰ মাজেৰে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ স্থাপন কৰি দেশৰ যি মহৎ উপকাৰ কৰি গ'ল সেই কৰ্ম অতুলনীয়।

অধ্যাপক সূৰ্যকুমাৰ ভূঞাদেৱৰ ব্যক্তিত্ব বুজিবলৈ হ'লে তেখেতৰ কৰ্মৰাজিৰ মাজত প্ৰবেশ কৰিব লাগিব। ১৯৩৬ খ্ৰীঃত অসমৰ ৰাজ্যপাল চাৰ মাইকেল কীনদেৱে মন্তব্য কৰিছিল যে প্ৰফেছৰ ভূঞাৰ পাণ্ডিত্যৰ লগত উদ্যম, অধ্যৱসায়ৰ সৈতে প্ৰণালী আৰু যত্নত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগটোৱে প্ৰতিদিনে নতুন নতুনকৈ ক্ৰমোন্নতি কৰি আছে।

লেখনীসমূহৰ মাজতো স্বৰ্গীয় ভূঞাদেৱৰ প্ৰকৃত ৰূপটো স্পষ্ট হৈ আছে। তেখেতৰ গৱেষণাৰ পদ্ধতি অতি উচ্চমানৰ। মিলচ্ ৰিপোৰ্টৰ বিখ্যাত গৱেষক পণ্ডিত মিঃ জে পি. মিল্‌চে ব্ৰিটিছৰ লগত অসমৰ সম্পৰ্ক বিষয়ত ড° ভূঞাদেৱে ডেৰকুৰি বছৰ বয়সত লিখা পুস্তিকাখনৰ ওপৰত ১৯২৮ খ্ৰীঃত মন্তব্য দিছে যে কোম্পানীয়ে ব্ৰিটিছ ৰাজক ৰাজ্য হস্তান্তৰ সম্পৰ্কীয় কোনো গৱেষকে উক্ত পুস্তিকাখন নোহোৱাকৈ গৱেষণা কৰিব নোৱাৰে আৰু এই বিষয়ত ন্যায়সঙ্গত সমলৰ এনে পুথি ক'তো পাবলৈ নাই। সেয়ে ড° ভূঞাৰ জীৱন কালত জীৱিত বা আগতে পুণ্যাত্মা হোৱাসকলৰ ভিতৰত অসমৰ ইতিহাসৰ গৱেষণামূলক দান তেখেতৰে অধিক আৰু ইতিহাসবিদ হিচাপে অসাধাৰণ গুণটো জন্মতে ড° ভূঞাদেৱে পোৱা বুলি অসমলৈ ১৯৪২ খ্ৰীঃতে অহা ৰাজ্যপাল ছাৰ এন্ ড্ৰিউ ক্লুই লিখিছিল। এসময়ৰ ভাৰতৰ শিক্ষা সচিব ড° তাৰাচাঁদদেৱে মন্তব্য কৰিছিল যে অৰ্থনৈতিক আৰু নানান বাধা বিঘিনি সত্ত্বেও ভূঞাদেৱে প্ৰায় অকলে সাহসেৰে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ আৰু ইয়াৰ গৱেষণাৰ কামবোৰ আগবঢ়াইছে।

সঁচাকৈয়ে ড° সূৰ্যকুমাৰ ভূঞাদেৱে সকলো অসুবিধা নেওচি এক-

শৰণীয়াভাৱেৰে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগটো স্থাপন কৰি অসমৰ হেৰাবলগীয়া বহুতো সমল সজাই-পৰাই সাঁচি থৈ গ'ল।

ড° ভূঞাদেৱৰ গৱেষণাৰ চিন্তাধাৰা অতি সূক্ষ্ম আছিল। দূৰদৰ্শিতা তেখেতৰ লেখনীৰ অন্যতম দিশ। অসমৰ ঠাইৰ নামৰ গৱেষণা কৰিলে ভালেমান ঐতিহাসিক তথ্য ওলাব বুলি প্ৰায়ে কৈছিল। লীলা গগৈৰ 'বুৰঞ্জীয়ে পৰশা নগৰ' তাৰে ফলশ্ৰুতি। তেখেতে বহুতো পৰিয়ালৰ নামৰ মাজতো গুৰুত্ব আৰোপ কৰিছিল। ৰাধাকান্ত সন্দিকৈদেৱৰ পৰিয়ালটো যে বংশক্ৰমে দানী দেশপ্ৰেমী সেই কথা ঐতিহাসিক তথ্যেৰে তেখেতে লিখিছিল। তেখেতৰ পিতৃও চিন্তাশীল ব্যক্তি বুলি সৰু-সুৰা কথাৰপৰাই জনা যায়। ৰবিলালৰ নামানুসাৰে পুত্ৰৰ নামকৰণ কৰিছিল। ৰবিৰ আন নাম সূৰ্য, পুত্ৰক কুমাৰ কয়; সেয়ে ৰবি পুত্ৰ সূৰ্যকুমাৰ। নামটোৱে ঘৰখন যে অনুসন্ধিৎসু, সুশিক্ষিত তাৰে ইঙ্গিত দিয়ে। ৰবি (ভানু), পুত্ৰ (নন্দন) অৰ্থাৎ ভানুনন্দন 'জয়মতী উপাখ্যান'ত উল্লেখিত সূৰ্যকুমাৰ ভূঞাদেৱৰ আন এটি কাব্যিক নাম। এনেকৈয়ে ভূঞাদেৱে মাখিৰ পৰা হাতীলৈকে সমানে গুৰুত্ব দি সূক্ষ্ম দৃষ্টিভঙ্গীৰে কাম কৰিছিল।

সমাজত বহুতে অখ্যাত লোকৰ সহায়ৰ স্বীকৃতি দিবলৈ ইতস্তত: কৰা দেখা যায়। এনে ক্ষেত্ৰত ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ ব্যক্তিত্ব সুমহান। 'মেন্ আই হেভ্ মেট্' নামৰ ইংৰাজী গ্ৰন্থ লিখি পোনতে আক্ষৰিকভাৱে সজাবলৈ টুকুৰাবোৰত এটি সাত-আঠ বছৰীয়া ল'ৰা মহম্মদ ফইজুৰ ৰহমানে আঠা লগাই দিছিল। ল'ৰাটি ভূঞাদেৱৰ ঘৰত কাম কৰা বাইজনীৰ নাতি। ইয়াৰে পিছৰ পৰা কিতাপখনৰ বাকীকামবোৰত এই প্ৰবন্ধ লেখকে সহায় কৰিছিল। ভূঞাদেৱে পাতনিত সহজে এৰাই যাব পৰা সত্বেও পহিলাতে সহায় কৰা ৰহমানৰ নাম প্ৰথমতে উল্লেখ কৰিছে। তেখেতে লিখিছে—"My thanks are also due to Sriman Mahammad Faizur Rahman of Company Bagan Road, Gauhati and to Sriman



Hemrath Barman of Kalag, Nalbari, for thir assistance in the preparation of the press-copy." তেখেতে ভালকৈ জনা যিসকলক লগ পাইছিল সেইসকল সৰু-বৰৰ নাম সন্নিৱিষ্ট উল্লিখিত কিতাপখন পঢ়িলে সূঞাদেৱৰ ব্যক্তিত্বত মূৰ দোঁ খাই যায়।

সাহিত্য আৰু সাহিত্যিক সম্বন্ধে স্বৰ্গীয় ভূঞাদেৱৰ স্পষ্ট ধাৰণা আছিল। সাহেই সাহিত্য আৰু মৌলিক লেখনী যি লেখে তেৱেঁই সাহিত্যিক বুলি কৈছিল। আনৰ নিৰ্দেশত বা আনক তোষামোদ কৰিবলৈ যি লেখা হয় সি সাহিত্য নহয়। সেয়ে অমুক শ্ৰেণীৰ বাবে লিখা পাঠ্য-পুথি সাহিত্য শ্ৰেণীত নপৰে আৰু তেওঁলোক সাহিত্যিকো নহয়। কথা প্ৰসঙ্গত এদিনাখন তেখেতে সাহিত্যিক হোৱাৰ সহজ উপায় দিছিল। কীৰ্তনৰ হৰমোহন বা তেনে কোনো বিষয়ৰ উদ্ধৃতি দি সেইবোৰ জোৰা লগাই দিলেই এটা লেখনী হৈ যায়। তেনেকৈ কেইটামান লিখিলেই সাহিত্যিক হ'ব পাৰি বুলি ব্যঙ্গকৈ মন্তব্য দিছিল। তেখেতৰ মতে ভাষা বা ব্যাকৰণ অশুদ্ধ হ'লেও নতুন কিবা লিখিলে সেই লেখনীৰ মূল্য আছে, কাৰণ অশুদ্ধ ভাষা এজন ভাষাবিদ্ বা বৈয়াকৰণে শুদ্ধ কৰি দিব পাৰে। কেইখনমান ভাৰত ইতিহাস সংগ্ৰহ কৰি তাৰেপৰা আৱশ্যকীয় অংশ লৈ নৱম বা দশমমানৰ কাৰণে এখন ভাৰত-বুৰঞ্জী লিখিলে লেখকজন ঐতিহাসিক নহয়।

ঐতিহাসিক ভূঞাদেৱ অন্ধবিশ্বাসৰ বশবৰ্তী নাছিল। শিক্ষিত মানুহে ধৰ্ম ধৰাৰ কাৰণ নাই বুলি এবাৰ তেখেতে এগৰাকী বৈষ্ণৱাচাৰ্য স্বামী কৃষ্ণপুৰী পৰিব্ৰাজকক প্ৰশ্ন কৰিছিল। প্ৰশ্নোত্তৰত স্বামীজীয়ে কৈছিল ধৰ্ম বা আচাৰ নীতিয়ে মানুহক সংস্কাৰ কৰি ভাল আৰু বেয়া বিচাৰ কৰি চলিবলৈ শিক্ষা দিয়ে। শিক্ষিত মানুহ গাখীৰৰ দৰে। কিন্তু গাখীৰত চেনি বা মৌ দিলে যেনেকৈ বেছি ভাল হয়, তেনেকৈ শিক্ষিত মানুহ ধাৰ্মিক হ'লে বেছি ভাল হয়। স্বামীজীৰ কথাৰ গূঢ় অৰ্থ বুজি তেখেতে ঘৰতে নামঘৰ সাজি নিয়মীয়াকৈ পৰমেশ্বৰৰ সেৱা কৰিবলৈ লয়। স্বামীজীক লগ পোৱাৰ আগলৈকে ভূঞাদেৱে সকলো

ধৰ্মৰ পুথি অধ্যয়ন কৰি বৌদ্ধ-ধৰ্মৰ নীতিবোৰ যুক্তিপূৰ্ণ বুলি স্বীকাৰ কৰিছিল আৰু শেষ বয়সত এনে হিতোপদেশমূলক বিষয়ৰ ওপৰত ভিত্তি কৰি চুন্ন-পাত্ৰ, খগ্‌গবিষাণ সুত্ত, যুধিষ্ঠিৰ আদি কেইটান কবিতা লিখিছিল।

কবি সাহিত্যিক ভূঞাদেৱে তোষামোদ ভাল নাপাইছিল। অসমৰ ইতিহাস চৰ্চা কৰি তেখেতে উপলব্ধি কৰিছিল যে ৰজাসকলে নিজৰ গুণ-গৰিমা লিখিবলৈ দান-দক্ষিণা দিছিল। ইয়াৰ পৰা সত্যৰ অপলাপ হৈছিল। এবাৰ ভালেকেইজন সাহিত্যিক, ঐতিহাসিকৰ লগতে ভূঞাদেৱকো চৰকাৰৰ তৰফৰ পৰা জনসংযোগ বিভাগে গুৱাহাটীত সম্বৰ্দ্ধনা জনাইছিল। সম্বৰ্দ্ধনা সভাৰ পৰা গধূলি উভতি আহি লগে লগে বাহিৰৰ সদায় বহা ঠাইত বহি পোহৰ নোহোৱাকৈ এই অভাজনক শ্ৰুতলিপি লিখি যাবলৈ ক'লে। 'লক্ষ মুদ্ৰা' (১৯৫৪) নামকৰণৰ কবিতা এটি কম সময়ৰ ভিতৰতে লিখা হৈ গ'ল। কবিতাটোৰ ভাবাৰ্থ হ'ল—তুমি মোক এক লক্ষ টকা দিব খুজিছা, মই তোমাৰ প্ৰশস্তি-কবিতা লিখিব লাগে। কিন্তু কবিতা এনে এডাল হাৰ যি তোমাৰ গলত শোভা নাপায়। কাৰণ তোমাৰ গাত দেশ-প্ৰেমৰ চিনচাবেই নাই, 'আছে তাত ধনলিপ্সা, ক্ষমতা-হুতাহ, জড়বাদী জগতৰ প্ৰচণ্ড বতাহ'। গতিকে তুমি যিমানে দান নিদিয়া কবিতা লিখি তোমাৰ গুণ গাব নোৱাৰোঁ। কিন্তু পৃথিৱীত 'জীৰ্ণ বস্ত্ৰ পঁজাঘৰ এসন্ধ্যা ভোজন' বহুত লোক আছে যাৰ হৃদয়খন 'হিমালয় শৃঙ্গ বিতোপন'ৰ দৰে আৰু যিজনে 'অনৈক্যৰ মাজত ঐক্যৰ সন্ধান' বিচাৰি আছে তেনে লোকৰহে কবিয়ে কবিতা লিখিব।

সময়ৰ পূজাৰী ভূঞাদেৱে উষা সময়তে উঠি বাতি ন বজালৈ লিখা-পঢ়া কামতে অধিক সময় খৰচ কৰিছিল। দুই ঘণ্টাৰো কম সময় তেখেতে নিজৰ দেহটোৰ কাৰণে লৈছিল। তেখেতে কৈছিল—ধোৱন, খাৱণ, শোৱনত যদি সময়বোৰ নষ্ট কৰা হয়, কাম কৰিবলৈ কেইঘণ্টা থাকিব। চুলিৰ যত্নত সময় নষ্ট হোৱাৰ ভয়ত চুলিবোৰ চুটি



কৰি ৰাখিছিল। বিচাৰ-খোচাৰ কৰোঁতে সময়ৰ অপব্যয় হয় বুলিয়ে হাততে পোৱাকৈ সকলো বস্তু-বাহানি, কিতাপ-পত্ৰ প্ৰণালীবদ্ধভাৱে সজাই ৰাখিছিল। পোহৰ নোহোৱাকৈ তেখেতৰ কোঠাৰ পৰা বেজী-বটীয়া, কলম-পেঞ্চিল, কিতাপ-পত্ৰ আনিব পৰা সুব্যৱস্থা আছিল। সময়ৰ সদ্ব্যৱহাৰেৰে জীৱনটো চুটি যদিও কামৰ হিচাপত তেখেতে দীঘল ৰেখা টানি থৈ গৈছে। এজন লোক দেশৰ স্মৰণীয় হ'বলৈ কিছুমান মহৎ গুণৰ আৱশ্যক হয়। ড° ভূঞাদেৱৰ লগত থকা দহ বছৰীয়া সান্নিধ্যৰ কালত পদে পদে তেখেতৰ মহৎগুণৰ পৰিচয় পাইছিলো।

# ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ গদ্যৰীতি

ড° লীলাৱতী শইকীয়া বৰা

আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত-সমালোচক ড° সূৰ্যকুমাৰ ভূঞা এগৰাকী বলিষ্ঠ অসমীয়া গদ্যলেখক। তেখেতৰ অসমীয়া গদ্য-সাহিত্যৰ পৰিসৰ অতি ব্যাপক। সামগ্ৰিকভাৱে তেখেতৰ অসমীয়া গদ্য-ৰচনাক তিনিটা ভাগত ভগাব পাৰি ; ঐতিহাসিক, জীৱনীমূলক আৰু মৌলিক। ইয়াৰ বাহিৰেও ১৯০৮ চনৰ পৰা ১৯৬৫ চনৰ ভিতৰত প্ৰকাশিত উষা, আসাম বান্ধৱ, আৱাহন, বাঁহী, অসম সাহিত্য সভা পত্ৰিকা, নতুন অসমীয়া, অসম বাতৰি, জয়ন্তী, মণিদীপ, বৰদৈচিলা, সৌমাৰ জ্যোতিকে ধৰি প্ৰায় ডেৰকুৰিখনমান আলোচনীত সিঁচৰতি হৈ থকা ভালেসংখ্যক প্ৰবন্ধই, ভূঞাদেৱৰ দ্বাৰা সম্পাদিত বুৰঞ্জীসমূহৰ তত্ত্বগধুৰ অসমীয়া ভাষাত লিখা পাতনি আৰু পদ্মধৰ চলিহা, শৈলধৰ ৰাজখোৱা, হিতেশ্বৰ বৰবৰুৱা আদি লেখকৰ গ্ৰন্থত লেখা পাতনি আদিয়েও ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ বিচিত্ৰ ৰূপৰ অসমীয়া গদ্যৰ সুন্দৰ চানেকি দাঙি ধৰে। অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ প্ৰমুখ্যে বিভিন্ন ভাষণসমূহ, অসমীয়াত লিখা ব্যক্তিগত ডায়েৰী, চিঠি-পত্ৰ, আনুষঙ্গিক টোকা আদিৰ পৰাও ড° ভূঞাদেৱৰ নিখুঁত অসমীয়া গদ্যৰ পৰিচয় পাব পাৰি। উল্লেখিত বাৰে বৰণীয়া ৰচনাসম্ভাৰৰ গদ্য লেখাৰ পৰা দেখা যায় যে ড° সূৰ্যকুমাৰ ভূঞাদেৱ এগৰাকী অতি শক্তিশালী গদ্যলেখক। বিষয়-বস্তু অনুযায়ী তেখেতে নিজৰ গদ্যক বিচিত্ৰ ৰূপত তুলি ধৰিছিল। উদাহৰণ স্বৰূপে, বুৰঞ্জীমূলক ৰচনাত ভূঞাদেৱে অসম বুৰঞ্জীৰ গদ্যভাষাই ছুই যোৱা সহজ-সৰল, পোনপটীয়া আৰু প্ৰত্যক্ষ উক্তিৰে সমৃদ্ধ ঘৰুৱা অসমীয়া গদ্য ভাষা ব্যৱহাৰ কৰিছে ; কিন্তু বৈষ্ণৱ সন্ত হৰিহৰ আতাৰ জীৱন-বৃত্তত তেখেতৰ গদ্যই 'গুৰু চৰিত কথা'ৰ দৰে একপ্ৰকাৰ ভক-



তীয়া ঠাঁচৰ কাব্য ভাষাৰ ৰূপ লৈছিল। আনহাতে ডেকা বয়সৰ সৃষ্টি-শীল মৌলিক ৰচনা চুটিগল্পবোৰত ড° ভূঞাদেৱৰ গদ্য বাৰিষাৰ পৰ্বতীয়া জুৰিৰ দৰে ৰোমান্টিক আৱেশেৰে চপচপীয়া। এইদৰে দেখা যায় যে বিষয়ানুযায়ী ভূঞাদেৱে নিজৰ গদ্যক বিভিন্নৰূপে সজাই বৰ্ণনীয় বিষয়ক স্পষ্ট আৰু সুমিষ্ট কৰাৰ লগতে অসমীয়া গদ্য সাহিত্যৰ ইতিহাসত গদ্যৰীতিৰ এক বিৰল চানেকি দাঙি ধৰিছিল।

ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ 'সকলো শ্ৰেণীৰ ৰচনাৰ বিশিষ্ট কেন্দ্ৰীয় গুণ আছিল স্বদেশ প্ৰেম। স্বদেশৰ মহত্ব প্ৰকাশ আৰু ভৱিষ্যতৰ মঙ্গল-কামী চিন্তাৰ পৰাই তেখেতৰ লেখাসমূহৰ উদ্ভৱ।' সেয়েহে ভূঞাদেৱৰ প্ৰায় প্ৰতিখন গ্ৰন্থ বা প্ৰায় প্ৰতিটো লেখা বা প্ৰবন্ধৰ গদ্য দেশপ্ৰেম আৰু দেশৰ কল্যাণকামী চিন্তাৰে সমুজ্জ্বল। আৰু এটি মন কৰিব লগীয়া কথা হ'ল যে ভূঞাদেৱে প্ৰতিখন গ্ৰন্থ বা প্ৰতিটো নিবন্ধ এক মহৎ উদ্দেশ্য আগত ৰাখি ৰচনা কৰিছিল। বুৰঞ্জীমূলকেই হওক অথবা মহৎ লোকৰ জীৱনীয়েই হওক, সেই লেখাই যাতে আত্মবিস্মৃত অসমীয়া জাতিৰ প্ৰাণত জাতীয় চৈতন্য জগাই তুলি নিস্বাৰ্থ কৰ্মপ্ৰেৰণাৰে সেই জাতিক উদ্বোধিত কৰিব পাৰে আৰু অসমীয়াৰ গৌৰৱময় সভ্যতা আৰু সংস্কৃতিৰ বিষয়ে বহিৰ্বিশ্বক অৱগত কৰাই জকাইচুকীয়া অসমক যাতে বিশ্বৰ দৰবাৰত সগৌৰৱে থিয় কৰাব পাৰে, সেয়েই আছিল ভূঞা-দেৱৰ প্ৰতিটো লেখাৰ উদ্দেশ্য। এই উদ্দেশ্যৰ দৃঢ়তাৰ কাৰণেই ভূঞা-দেৱৰ গদ্যভাষাও হৈ পৰিছিল সাৱলীল, সুদৃঢ় আৰু যুক্তিনিষ্ঠ। এইখিনিতে আৰু এটি কথা উল্লেখ কৰিব লাগিব যে ভূঞাদেৱৰ গদ্যৰীতিৰ বিষয়ে আলোচনা কৰিবলৈ যাওঁতে বিশেষভাৱে মনত ৰাখিব লাগিব তেখেতৰ সাহিত্য-চৰ্চাৰ সময়টো। দুখনকৈ বিশ্ব যুদ্ধ, সমাজবাদৰ উত্থান, উদাৰ-নৈতিক গণতন্ত্ৰৰ বিজয় আদি এশ এবুৰি ঘটনাৰে সেই সময় আছিল উত্তেজনাময় আৰু অনুপ্ৰেৰণামূলক। যি জাতীয়তাবাদী ভাৱধাৰাৰে উদ্বুদ্ধ হৈ বিভিন্ন ভাৰতীয় মনীষাই ঔপনিবেশিক শাসনৰ তুলনাত অতীতৰ ভাৰতবৰ্ষ শৌৰ্য-বীৰ্য-গৌৰৱেৰে গৰীয়ান এক প্ৰকাৰৰ স্বৰ্ণযুগ আছিল বুলি প্ৰতিপন্ন কৰিব খুজিছিল, সেই একে ভাৱধাৰাৰ বশৱৰ্তী হৈয়ে

অম্বিকাগিৰী ৰায়চৌধুৰী, বেণুধৰ শৰ্মা, সূৰ্যকুমাৰ ভূঞা আদিয়েও হাতত কলম তুলি লৈছিল। ফলত তেওঁলোকৰ গদ্য ৰচনাৰ বিষয়-বস্তু হৈ পৰিছিল জাতীয় জীৱনক উদ্বোধিত কৰা ধৰণৰ। কিন্তু অম্বিকাগিৰী বা বেণুধৰ শৰ্মাৰ দৰে ভূঞাদেৱ আবেগিক নাছিল। সেয়েহে তেওঁৰ গদ্যও হৈ পৰিছিল দৃঢ়বদ্ধ আৰু সংযমশীল। ইংৰাজী ভাষাৰ অধ্যাপক হিচাপে ভূঞাদেৱৰ ইংৰাজীত থকা দক্ষতাও চমকপ্ৰদ। এনে দক্ষতাই ভূঞাদেৱৰ অসমীয়া গদ্য ভাষাক আৰষ্ট নকৰি বৰং শক্তিশালীহে কৰি তুলিছিল।

ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ প্ৰথম প্ৰকাশিত ছপা গ্ৰন্থ হ'ল মহাৰাষ্ট্ৰৰ এগৰাকী মধ্যমপন্থী সমাজবাদী নেতা দেশপ্ৰেমিক গোপালকৃষ্ণ গোখলেৰ জীৱনৰ ওপৰত ভিত্তি কৰি লিখা জীৱনী গ্ৰন্থ মহাত্মা গোপালকৃষ্ণ গোখলে' (সংক্ষিপ্ত জীৱন-চৰিত), ১৯১৬। প্ৰকাশক ৺লোহিত চন্দ্ৰ ভূঞাই ক্ৰেণ্ডচ্ আসাম এজেন্সীৰ জৰিয়তে কলিকতাৰ পৰা প্ৰকাশ কৰা মাত্ৰ ছঅনা দামৰ ছয়চল্লিশ পিঠীয়া এই পুথিখনি ১৯১৫ চনত গোখলে ঢুকুৱাৰ দিনদিয়েকৰ পিছতে লিখি উলিয়ায় যদিও এইখন পোহৰলৈ আহে এবছৰৰ পিছতহে। শিক্ষকতাৰে কৰ্মজীৱন আৰম্ভ কৰা গোখলেৰ আছিল অফুৰন্ত কৰ্মশক্তি আৰু বিশাল জ্ঞানভাণ্ডাৰ। ভাৰতবৰ্ষৰ মুক্তি আৰু উন্নতিকে জীৱনৰ ব্ৰত হিচাপে গোখলেৰ জীৱনাদৰ্শই আন বহুতৰ দৰে মধ্যমপন্থী (moderate group) ভূঞাদেৱকো বিশেষভাৱে আকৃষ্ট কৰিছিল আৰু অসমীয়া জাতীয়ে নিজৰ জাতীয় চৰিত্ৰ গঠনৰ বাবে বিশেষ সম্বল পাব বুলি ভাবিয়েই সংক্ষিপ্ত ৰূপত গোখলেৰ জীৱন-কাহিনী বৰ্ণনা কৰিছিল।

গোখলেৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধাৰ কাৰণেই ভূঞাদেৱৰ গদ্যভাষাই এই গ্ৰন্থখনিৰ মাজে মাজে অতিৰঞ্জনৰ ৰূপ লৈছে আৰু ইংৰাজীৰ দৰে একেটা বাক্যতে কেইবাটাও যতি চিহ্নৰ প্ৰয়োগেৰে দুই তিনিটা সম্পূৰ্ণ বাক্য ব্যৱহাৰ কৰি ভাৱৰ গভীৰতা প্ৰকাশ কৰিছে। ড° সূৰ্য-কুমাৰ ভূঞাদেৱ আছিল প্ৰকৃতাৰ্থত বীৰপূজক। মহৎ ব্যক্তিৰ দেহাৱ-



সানত তেওঁ প্ৰায়ে শোকাভিভূত হৈ পৰিছিল আৰু অন্তৰেৰে কামনা কৰিছিল যাতে তেনে মহান আত্মাৰ আদৰ্শেৰে অসমীয়া জাতি অনুপ্ৰাণিত হৈ দেশসেৱাত ব্ৰতী হ'ব পাৰে। গোখলেৰ মৃত্যুৰ যি মৰ্মন্তুদ বৰ্ণনা ভূঞাদেৱে দাঙি ধৰিছে সেই বৰ্ণনাই এহাতেদি কাৰুণ্য আৰু আনহাতে সেই বৰ্ণনাত থকা ভাৱ আৰু ভাষাৰ সমতাই ভূঞাদেৱৰ চিন্তাৰ স্বচ্ছতা আৰু বক্তব্যৰ স্পষ্টতা সুন্দৰকৈ প্ৰকাশ কৰিছে। গোখলেৰ জীৱন-চৰিতৰ গদ্যৰ এটি বিশেষত্ব হ'ল ইংৰাজী শব্দৰ ভূঞাদেৱে নিজে কৰা ৰূপান্তৰ আৰু অসমীয়া হৰফেৰে ইংৰাজী শব্দৰ ব্যৱহাৰ। সাধাৰণ পাঠকলৈ লক্ষ্য কৰিয়েই ভূঞাদেৱে তেওঁৰ গদ্যত এই ৰীতি ব্যৱহাৰ কৰিছিল। উদাহৰণ স্বৰূপে, 'Compulsory Primary Education Bill'ৰ ভূঞাদেৱে অসমীয়া ভাঙনি কৰিছিল 'হেচাম্বদী প্ৰাথমিক শিক্ষাৰ বিল' বুলি। হেঁচা প্ৰয়োগ কৰি সৰু ল'ৰা-ছোৱালীক স্কুললৈ পঠাবলৈ আয়োগক বাধ্য কৰোৱা হৈছিল বাবেই হয়তো compulsory শব্দৰ প্ৰতিশব্দ 'হেচাম্বদী' কৰিছিল। 'ইম্পীৰিয়েল কাউন্সিল', 'পাৰ্লিয়ামেণ্ট' আদি শব্দ তেওঁ অসমীয়া আখৰেৰে লিখি সাধাৰণ পাঠকে গ্ৰন্থখনি পঢ়িব পৰা কৰিছিল। মন কৰিবলগীয়া যে ভাৰত স্বাধীন হোৱাৰ আগতে 'পাৰ্লিয়ামেণ্ট' বুজাবলৈ ভাৰতীয় ভাষাত 'লোকসভা' শব্দৰ প্ৰচলন হোৱা নাছিল। সেয়েহে ভূঞাদেৱে বিলাতৰ (গ্ৰেট বৃটেইন) পাৰ্লিয়ামেণ্টক বুজাবলৈ 'পাৰ্লিয়ামেণ্ট সভা' শব্দ ব্যৱহাৰ কৰিছিল।

ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ জীৱনী গ্ৰন্থ কেইখনৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ হ'ল একত্ৰিশ বছৰ বয়সত ৰচনা কৰা 'আনন্দৰাম বৰুৱা' (১৯২৪)। এই জীৱনচৰিতখনি ভূঞাদেৱৰ অশেষ পৰিশ্ৰম আৰু সাধনাৰ ফল। ইংৰাজ জীৱনীকাৰ বচ্ওৱেলে সুপ্ৰসিদ্ধ ইংৰাজ সাহিত্যিক ডাক্তৰ জন্‌ছনৰ জীৱনী লিখাৰ দৰে, মিল্‌নচে ইংৰাজ কবি কীট্‌ছৰ জীৱন-বৃত্ত ৰচনা কৰাৰ দৰে অত্যুৎসাহী ডেকা লেখক ভূঞাদেৱেও জ্ঞানতপস্বী আনন্দৰাম বৰুৱাৰ জন্মক্ষেত্ৰ অসম আৰু কৰ্মক্ষেত্ৰ কলিকতা চলাথ কৰি বৰুৱাদেৱৰ জীৱনৰ বিষয়ে বিবিধ তথ্য সংগ্ৰহ কৰিছিল

কৈছিল, ককাইদেউ, আপুনি বিয়া কৰক।' আনন্দৰামে তাৰ উত্তৰত কয়—'মই বিয়া কৰালে তুমি সঁচাকৈয়ে ভাল পাবানে? পৰশুৰাম ককাইদেউৰ ঘৈণীয়েক বৌক যেনেকৈ মৰম কৰিছিলা, তেনেকৈ মৰম কৰিবানে?' শ্ৰীযুত পোনাৰাম বৰুৱাই কৈছিল—'আমি কি সাধ্যে মৰম কৰিবৰ পাত্ৰ? আপোনালোক দুয়ো বাগীত হেৰা খাবলৈ যাব, মই দূৰৈৰ পৰা চাই ভাবিম সৌৱা ককাই আৰু বৌ।' মিঃ বৰুৱাই এই কথা শুনি বৰ আনন্দ লাভ কৰিছিল।' (পৃঃ ৬৬)

অষ্টাদশ শতিকাত ৰেভাৰেণ্ড এল্‌বান্‌ বাটলাৰ নামে ধৰ্মযাজক এজনে প্ৰায় ডেৰকুৰি বছৰ দুৰ্জয় পৰিশ্ৰম কৰি সকলো খৃষ্টীয় ছেইণ্ট বা সন্তৰ জীৱন-চৰিত ৰচনা কৰাৰ দৰে ভূঞাদেৱেও শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱ গুৰু দুজনাৰ স্বকীয়া চৰিতৰ উপৰি সকলো সন্তৰে চমু চৰিত্ৰ সন্নিৱিষ্ট কৰি এখনি জীৱনী গ্ৰন্থ প্ৰযোজনা কৰাৰ সপোন দেখিছিল। সেই সপোনৰে এপাহি ফুলে বাস্তৱত পাহি মেলিলে 'হৰিহৰ আতা'ৰ মাজেৰে। মহাপুৰুষ মাধৱদেৱৰ প্ৰধান সেৱক মহা ভক্তিমন্ত পুৰুষ 'হৰিহৰ আতা'ৰ সাতাৱন্ন পিঠিয়া জীৱন-চৰিতত ইংৰাজী শিক্ষাৰে শিক্ষিত সূৰ্যকুমাৰ ভূঞাদেৱৰ অসমীয়া গদ্যভাষাই ভকতীয়া ঠাঁচ গ্ৰহণ কৰিছে। ডঃ কাকতিদেৱৰ দ্বাৰা সংগৃহীত আৰু অধ্যাপক উপেন লেখাৰুদেৱৰ দ্বাৰা সম্পাদিত 'কথা গুৰু-চৰিত'ক মূল ভিত্তি হিচাপে লৈ লিখা এই জীৱন বৃত্তখনিত গুৰু চৰিতৰ ভাষাৰ আৰু তৎকালীন কথ্যভাষাৰ ছাপ স্পষ্ট। জীৱন-চৰিতখনিৰ আৰম্ভণিতে ভূঞাদেৱে আতাৰ ব্যক্তিত্বৰ আভাস দিবলৈ গৈ তৎসম-তদ্ভৱ শব্দৰ যথোচিত প্ৰয়োগ আৰু একেটা বাক্যতে একাধিক যতি চিহ্নৰ ব্যৱহাৰৰ দ্বাৰা বিভিন্ন ভাবৰ সমাবেশ ঘটাই বৰ্ণনীয় বিষয়ক অভিনৱত্ব প্ৰদান কৰিছে। আতাৰ পূৰ্ব পুৰুষৰ পৰিচয় দিবলৈ গৈ ভূঞাদেৱে ঠায়ে ঠায়ে বুৰঞ্জীৰ আৰ্হিৰ কথা গুৰুচৰিতৰ বংশাৱলী বৰ্ণনাৰ ভঙ্গীৰে সেই পৰিচিতি এনেদৰে অতি সহজ-সৰল ভাষাৰে দাঙি ধৰিছে :

'...এই পৰিয়ালৰ আদি পুৰুষ আছিল হৰেশ্বৰ দলৈ, তেওঁৰ পুতেক



আৰু সিবোৰৰ সত্যাসত্য বিচাৰৰ দ্বাৰা প্ৰকৃত তথ্য উদ্‌ঘাটন কৰি বিজ্ঞানসম্মতভাৱে জীৱন-চৰিতখনি প্ৰণয়ন কৰিছিল। সকলো শ্ৰেণীৰ অসমীয়া পাঠকে যাতে আনন্দৰাম বৰুৱাৰ জীৱনৰ লক্ষ্য আৰু মহত্ব সহজে হৃদয়ঙ্গম কৰিব পাৰে, তাৰ লৈ লক্ষ্য কৰি ভূঞাদেৱে ইয়াত আন লেখকৰ দৰে জধে-মধে ইংৰাজী শব্দ ব্যৱহাৰ নকৰিছিল। গ্ৰন্থৰ মাজে মাজে ব্যৱহৃত সংস্কৃত শ্লোকবোৰো তেওঁ সৰল অসমীয়া অনুবাদ দাঙি ধৰিছিল। বৰুৱাদেৱৰ সংস্কৃত আৰু ইংৰাজীত লেখা জটিল বিষয়ৰ গ্ৰন্থৰাজিৰ পৰিচয় দিওঁতেও ভূঞাদেৱে 'যিমান পাৰি সিমান সৰল ভাষা' ব্যৱহাৰ কৰিছিল। কিন্তু আনন্দৰাম বৰুৱা বা আন কোনো মহান লোকৰ নামৰ আগত 'শ্ৰী'ৰ পৰিবৰ্তে 'মিঃ' 'অনাৰেবল্ মিঃ' আদি শব্দ ব্যৱহাৰ কৰাত মাজে মাজে ভূঞাদেৱৰ জীৱনীৰ গদ্য-ভাষাৰ সৌন্দৰ্য ৰহিত হৈছে। প্ৰথম ছপা পুথি গোখলেৰ জীৱনীৰ ভাষাতকৈ 'আনন্দৰাম বৰুৱা'ৰ গদ্যভাষা বেছি সৰল, পোনপটীয়া আৰু সাৱলীল। ইংৰাজী আৰ্হিৰ দীঘল যৌগিক বাক্যতকৈ চুটি চুটি ভাবগধুৰ বাক্যই গ্ৰন্থখনিৰ ভাষিক সৌন্দৰ্য বৰ্দ্ধন কৰিছে। আনকেইখনৰ দৰে ভূঞাদেৱৰ এইখন জীৱনীৰ গদ্যও ঘাইকৈ বৰ্ণনামূলক।

গ্ৰন্থখনৰ মাজে মাজে থকা নিবহ নিপানী নিখুঁত বৰ্ণনামূলক গদ্যই সাধাৰণ গদ্যৰীতিৰ (common prose style) পৰিচয় দিয়ে যদিও তাৰ মাজেদিয়ে ভূঞাদেৱৰ ভাবৰ পৰিপাটিতা আৰু বৰ্ণনাৰ স্বাভাৱিকতা প্ৰকাশ পাইছে। এনে প্ৰাঞ্জল বৰ্ণনাৰ মাজে মাজে ভূঞাদেৱে দুই-এটা প্ৰত্যক্ষ উক্তি ব্যৱহাৰ কৰি বৰুৱাদেৱৰ ব্যক্তিগত জীৱনৰ দুই-এটি ঘটনাক বিশ্বাসযোগ্য ৰূপত তুলি ধৰাৰ লগতে বৰ্ণনীয় বিষয়ক নাট-কীয়তা দান কৰিছে। এনে নাটকীয় গদ্যৰ চানেকি স্বৰূপে বৰুৱাদেৱৰ ব্যক্তিগত জীৱন-সম্পৰ্কীয় নিম্নলিখিত কথাখিনি উদ্ধৃত কৰা হ'ল :

'.... আনন্দৰামে এইদৰে দোধোৰ-মোধোৰ কৰি থাকোঁতে যেতিয়া ভাটী বয়সত ভৰি দিলে তেতিয়া তেওঁৰ বিবাহৰ সময় চৰি গ'ল। তত্ৰাচ তেওঁ বৈবাহিক জীৱনৰ ছবি কল্পনাত আঁকিবলৈ বৰ বেয়া নেপাইছিল যেন লাগে। শ্ৰীযুত পোনাৰাম বৰুৱাই মাজে মাজে তেওঁক

নৰেশ্বৰ, তেওঁৰ পুতেক ধনেশ্বৰ, তেওঁৰ পুতেক কামদত্ত, তেওঁৰ পুতেক হৰদত্ত, হৰদত্তৰ তিনি পুতেক হৰিবৰ, হৰিহৰ আৰু হৰিচৰণ।' পৃ. ৯)

সেইদৰে কথা দিও কথা ৰাখিব নোৱৰা নিজ পত্নী সত্যাক ত্যাগ কৰি হৰিহৰ আতাই কেনেকৈ ইঠাইৰ পৰা সিঠাইলৈ গৈ কৃষ্ণভক্তি প্ৰচাৰ কৰিছিল, তাৰ বৰ্ণনাতো গুৰুচৰিত কথা আৰু বুৰঞ্জীৰ গদ্যৰ ঠাঁচ বিদ্যমান। বিশেষকৈ ক্ৰিয়াপদৰ পিছত ব্যৱহৃত হি, গৈ, বুলি আদি স্বাৰ্থিক প্ৰত্যয়ে আৰু এক বিশেষ ৰীতিৰ বৰ্ণনা-ভঙ্গীয়ে জীৱনীখনৰ গদ্যত মধ্যযুগীয়া ভাষা আৰু কথ্যভঙ্গীৰ ছাপ স্পষ্ট কৰি তুলিছে।

সূৰ্যকুমাৰ ভূঞাদেৱৰ জীৱনী ৰচনাৰ মূল উদ্দেশ্যই আছিল মহৎ লোকৰ জীৱনৰ আদৰ্শেৰে নিজক তথা অসমৰ জাতীয় জীৱনক উদ্বোধিত কৰা। সেই উদ্দেশ্যেই তেখেতে তেখেতৰ ব্যাপক অধ্যয়নৰ কালছোৱাত য'তেই যি পঢ়িছিল তাৰ পৰা একো একোটি মহৎ চৰিত্ৰ বাছি লৈ একোখনি সংক্ষিপ্ত জীৱনীমূলক ৰচনা প্ৰণয়ন কৰিছিল। এই ক্ষেত্ৰত তেখেতে পুৰুষ চৰিত্ৰৰ ওপৰত যিমান গুৰুত্ব দিছিল, নাৰীৰ ওপৰতো সিমানেই গুৰুত্ব আৰোপ কৰি ভালেসংখ্যক মহীয়সী নাৰীৰ সংক্ষিপ্ত জীৱনী ৰচনা কৰিছিল। সৰু-বৰ সকলো বয়সৰ লোককে আকৰ্ষণ কৰিব পৰা এনে দুখন জীৱনী-সংগ্ৰহ হ'ল 'জোনাকী' (১৯২৮) আৰু 'চানেকি' (১৯২৮)। সাধাৰণ ষ্টাইলত (common style) লিখা এই দুয়োখন জীৱনী গ্ৰন্থৰে গদ্যৰীতিত নতুনত্ব নাছিল যদিও বৰ্ণনাৰ পুঙ্খানুপুঙ্খতা, পৰিপাটিতা আৰু ভাষাৰ সাৱলীলতাই গ্ৰন্থদুখনিক মনোহাৰিত্ব দান কৰিছে।

সূৰ্যকুমাৰ ভূঞাদেৱৰ গদ্যৰ অধিকাংশ ঠাই আগুৰি আছে ঐতিহাসিক ৰচনাৰাজিয়ে। সম্পাদিত বুৰঞ্জীসমূহৰ, পাতনি, একো একোটা ঐতিহাসিক ঘটনা আৰু সেই ঘটনাৰ নায়কক লৈ লেখা ভালেসংখ্যক মৌলিক প্ৰবন্ধ আৰু কেইবাখনো পূৰ্ণাঙ্গ বুৰঞ্জীমূলক গ্ৰন্থই ভূঞাদেৱৰ বলিষ্ঠ গদ্যৰীতিৰ অপূৰ্ব নিদৰ্শন দাঙি ধৰে। ভূঞাদেৱৰ কেইখনমান



মৌলিক বুৰঞ্জীমূলক গ্ৰন্থ হৈছে— আহোমৰ দিন, কোঁৱৰ বিদ্ৰোহ, মীৰ-জুমলাৰ অসম আক্ৰমণ, ৰমণী গাভৰু, স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ আৰু লাচিত বৰফুকন। কি আছিল, ক'ত কি, কিয়, কেনেকৈ ঘটিছিল ইত্যাদি বিষয়ে কষ্টকৰ অনুসন্ধানেৰে তথ্য সংগ্ৰহ কৰি সেইবোৰ তথ্যৰ শৃঙ্খলাবদ্ধ সংস্থাপন মৌলিক প্ৰৱন্ধ আৰু গ্ৰন্থৰাজিৰ এক বিশেষ বৈশিষ্ট্য। বুৰঞ্জীমূলক মৌলিক গ্ৰন্থকেইখনৰ আৰু এটি মন কৰিবলগীয়া বিশেষত্ব হৈছে কথাবস্তু অনুযায়ী বিভিন্ন অধ্যায়ৰ যথোপযুক্ত নামকৰণ। সম্পাদিত বুৰঞ্জীসমূহতো পাঠকে যাতে অতি সহজে প্ৰতিটো ছেদৰ বৰ্ণনীয় বিষয়ৰ তাৎপৰ্য অনুধাৱন কৰিব পাৰে, সেই উদ্দেশ্যে ছেদবোৰৰ নামকৰণ কৰিছে এনেদৰে অসুৰৰ বংশ, ধৰ্মপাল কেন্দুকলাই ব্ৰাহ্মণ, প্ৰতাপসিংহ আৰু চন্দ্ৰপ্ৰভা ইত্যাদি (কামৰূপৰ বুৰঞ্জী, পৃ. ১—২)। আন ৰচনাৰ দৰে সূৰ্যকুমাৰ ভূঞাদেৱৰ সমূহ বুৰঞ্জীমূলক ৰচনাও ঘাইকৈ স্বদেশপ্ৰেমৰ ফল্গুধাৰাৰে সমুজ্জ্বল। কিন্তু তেওঁৰ এই দেশাত্মবোধ বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ দৰে আবেগিক নহয়। সেয়েহে শৰ্মাদেৱৰ দৰে ভূঞাদেৱৰ বুৰঞ্জীমূলক ৰচনাৰ গদ্য আবেগিক উচ্ছ্বাসেৰে স্পন্দিত হৈ পৰা নাই। ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱৰ মতে সূৰ্যকুমাৰ ভূঞাৰ গদ্য শৰ্মাৰ গদ্যতকৈ অধিক প্ৰাঞ্জল আৰু যুক্তিনিষ্ঠ, ঐতিহাসিক নিৰপেক্ষতা, সংযম আৰু ভাৰসাম্য গুণ তেওঁৰ গদ্যত বিৰাজমান। বুৰঞ্জীমূলক ঘটনা আৰু চৰিত্ৰৰ সকলো দিশ বিশ্লেষণ কৰি সেই সম্পৰ্কত মূল্যবান মন্তব্য প্ৰদান ভূঞাদেৱৰ বুৰঞ্জীমূলক গদ্যৰ আন এটি বিশেষ বৈশিষ্ট্য।

সূৰ্যকুমাৰ ভূঞাদেৱে বুৰঞ্জীমূলক ৰচনাৰ মাজত ৰাজনৈতিক অৱস্থাৰ লগতে তৎকালীন অসমৰ সামাজিক তথা ধৰ্মীয় বাতাৱৰণৰ বৰ্ণনা আৰু তাৰ কাৰণে উদ্ভৱ হোৱা জাতীয় সমস্যা আদিৰে যুক্তিনিষ্ঠ ব্যাখ্যা দাঙি ধৰিছে। এনে ধৰণৰ ব্যাখ্যামূলক গদ্যই ভূঞাদেৱৰ সূক্ষ্ম পৰ্যবেক্ষণশীল মনৰ সুন্দৰ পৰিচয় দিয়ে। উদাহৰণ স্বৰূপে, 'স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ'ৰ পৰা বঙ্গদেশৰ কৃষ্ণৰাম ভট্টাচাৰ্যই শাক্ত ধৰ্ম প্ৰচাৰ কৰোঁতে অসমত উদ্ভৱ হোৱা সমস্যাৰ বৰ্ণনাৰ একাংশ উদ্ধৃত কৰা হ'ল :

'অসমত নদীয়া শান্তিপুৰ নিবাসী কৃষ্ণৰাম ন্যায়বাগীশ অনুষ্ঠিত শাক্তধৰ্ম প্ৰবৰ্তন হোৱাত অসমত বিদেশী বঙ্গালীৰ প্ৰভাৱ আৰম্ভ হ'ল। ৰজাৰ ঘৰত তিনি তৰপীয়া ধৰ্ম সোমাল—প্ৰথম, দেশত বিশদভাবে প্ৰচলিত আৰু সাহিত্য-সঙ্গীতৰ দ্বাৰা পৰিপুষ্ট বৈষ্ণৱ ধৰ্ম; দ্বিতীয় আহোমৰ পুৰাতন দেওধাই ধৰ্ম আৰু তৃতীয়, নতুনকৈ বঙ্গদেশৰ পৰা আমদানি হোৱা শাক্ত ধৰ্ম। স্বৰ্গদেৱসকলে এই তিনি পন্থাৰ প্ৰতি সমদৃষ্টি ৰাখিবলৈ পাৰ্যমানে চেষ্টা কৰিছিল; কিন্তু উত্তেজনাবিহীন নিৰপেক্ষতা মানৱ হৃদয়ৰ বাবে সদায় সম্ভৱপৰ নহয়। তাৰ পৰিণামস্বৰূপে অসমৰ ৰজাঘৰ আৰু প্ৰজাঘৰত বিভিন্ন পন্থা, বিভিন্ন উদ্দেশ্য, বিভিন্ন সমাজ বান্ধোন আৰু বিভিন্ন শ্ৰদ্ধাভক্তি সৃষ্টি হ'বলৈ ধৰিলে। এই পাৰ্থক্যৰ সৃষ্টি হোৱাত অসম ৰাজ্যৰ ধ্বংস আৰম্ভ হ'ল। জাতীয় ভাব জাগৰণ কৰি সেই পাৰ্থক্যৰ গতি ৰোধ কৰিবলৈ চেষ্টাৰ অভাৱত সেই ধ্বংসলীলা অবাধে চলিবলৈ ধৰিলে' (পৃ: ১২৪)

বাগাড়ম্বৰহীন, স্পষ্ট আৰু যুক্তিনিষ্ঠ এই গদ্যত কাৰ্য-কাৰণ সম্বন্ধ আৰু তাৰ পৰিণামৰ এখনি বাস্তৱ চিত্ৰ ফটাফটীয়াকৈ প্ৰকাশ পাইছে। ভূঞাদেৱৰ সম্পাদিত বুৰঞ্জীৰ পাতনিৰ গদ্যও যুক্তিনিষ্ঠ, সংযমী, পোনপটীয়া আৰু সৰল। সেই পাতনিত পৰ্যবেক্ষণমূলক দৃষ্টিভঙ্গীৰে ভূঞাদেৱে সম্পাদিত বুৰঞ্জীখনৰ বিষয়ে এক সামগ্ৰিক ধাৰণা দিয়াৰ লগতে বুৰঞ্জীখনৰ মূল উৎস, তাৰ ভাষা আৰু আন আন প্ৰয়োজনীয় দিশৰ ওপৰতো মূল্যবান আলোচনা যথাযুক্ত ৰূপত দাঙি ধৰিছে।

ভূঞাদেৱৰ বাকীকেইখন সম্পাদিত বুৰঞ্জীৰ অসমীয়া ভাষাৰ পাতনিলৈ লক্ষ্য কৰিলেও দেখা যাব যে ইবোৰৰ ভাষা যিদৰে গাম্ভীৰ্যপূৰ্ণ, বৰ্ণনাও সেইদৰে অতি পৰিপাটি আৰু শৃঙ্খলাবদ্ধ। এই পাতনিয়ে এহাতেদি সংকলক আৰু সম্পাদক ভূঞাদেৱৰ অনুসন্ধিৎসু মনৰ আৰু কঠোৰ পৰিশ্ৰমৰ আৰু আনহাতেদি সম্পাদিত বুৰঞ্জীখনৰ বিষয়বস্তু সম্পৰ্কত তেখেতৰ নিৰপেক্ষ দৃষ্টিভঙ্গীৰ পৰিচয় দিয়ে।

ভূঞাদেৱৰ বুৰঞ্জীমূলক মৌলিক ৰচনাৰ গদ্যৰ এটি বিশেষ বৈশিষ্ট্য



হৈছে ইবোৰত থকা পুৰণি অসম বুৰঞ্জীৰ ভাষাৰ ঠাঁচ। এনে ভাষিক ভঙ্গী ঘাইকৈ পৰিস্ফুট হৈছে বুৰঞ্জীমূলক মৌলিক প্ৰবন্ধৰাজিত। 'অসম বুৰঞ্জীৰ কথা' নামৰ এলানি চুটি প্ৰবন্ধৰ এটি লেখাত ভূঞাদেৱে নিজেই এই কথা স্বীকাৰ কৰিছে এনেদৰে 'বুৰঞ্জীত ব্যৱহৃত ভাষা যিমান পাৰোঁ ৰক্ষা কৰিবলৈ আমি যত্ন কৰিছোঁ।' (পৃ ১১) বুৰঞ্জীমূলক প্ৰবন্ধৰ ভাষাৰ নমুনা হিচাপে 'তুংখুঙ্গীয়া কোঁৱৰ' খণ্ডৰ পৰা ছুটামান শাৰী উদ্ধৃত কৰা হ'ল :

'ৰজা নোহোৱাকৈ ৰজা বোলাই ফুৰাটো আপদশূন্য নহয় যেন বিবেচনা কৰি ডেবেৰাই ১৫৯৭ শকৰ বহাগৰ বাৰ দিন যাওঁতে তুংখুঙৰ পৰা কোঁৱৰক আনি ৰজা পাতিলে। আৰু নিজৰ জীয়েক অহল্যা গাভৰুক বৰকুঁৱৰী পাতিলে। ডেবেৰাৰ ক্ষমতা দিনক দিনে বাঢ়ি অহাত স্বৰ্গদেৱে সংশয় কৰি ডেবেৰাক মাৰিবলৈ যুগুতি কৰিলে।' (পৃ. ১৭)

ৰজা বোলাই ফুৰা, সংশয় কৰি, যুগুতি কৰিলে আদি অসম বুৰঞ্জীৰ আৰ্হিৰ খণ্ডবাক্য, সৰল বাক্য আৰু একেটা বাক্যতে চাৰি-পাঁচোটা অসমাপিকা ক্ৰিয়া ব্যৱহাৰ কৰি দীঘল কৰা জটিল বাক্য আদিৰে ভূঞাদেৱে উল্লিখিত প্ৰবন্ধটিৰ গদ্য চিত্ৰ-বিচিত্ৰ কৰি তুলিছে। তদুপৰি বুৰঞ্জীত ঘটনা একোটা ঘটাৰ সময় শক, মাহ, দিনৰ লেখেৰে উল্লেখ কৰাৰ দৰে ভূঞাদেৱেও তুংখুঙ্গীয়া কোঁৱৰক ৰজা পতাৰ সময়টো '১৫৯৭ শকৰ বহাগৰ বাৰ দিন যাওঁতে' এনেদৰে দেখুৱাইছে। কোনো কোনো প্ৰবন্ধৰ গদ্যত বা আন মৌলিক ৰচনাৰ গদ্যত কেতিয়াবা একেটা বাক্যতে আঠ-নটামান যতি-চিহ্ন দি ইংৰাজী বিৰতি পদ্ধতি (Punctuation) গ্ৰহণ কৰি অথবা একাধিক বাক্যাংশৰে দীঘল আৰু পেৰেন্থেটিক ৰাক্য ৰচনা কৰি তেওঁৰ গদ্যভাষাক বাৰেবৰণীয়া কৰি তুলিছে।

ভূঞাদেৱৰ বুৰঞ্জীমূলক গদ্যৰ আৰু এটি মন কৰিবলগীয়া বিশেষত্ব হৈছে বিষয়বস্তু অনুযায়ী ভাষাত ভিন ভিন মূলৰ শব্দ প্ৰয়োগ কৰি সেই বিষয়বস্তুক তৎকালীন পৰিৱেশ আৰু পৰিস্থিতিৰ লগত খাপ খুৱাই

তুলিব পৰাটো। এনে কৰিবলৈ যাওঁতে তেওঁ প্ৰায়ে নিজৰ বৰ্ণনাৰ লগত মিলাই পুৰণি অসম বুৰঞ্জীৰ পৰা য'তেই প্ৰয়োজন ত'তেই একো ছোৱা কথা উদ্ধৃত কৰি বৰ্ণনীয় বিষয়ক বেছি বাস্তৱ আৰু বিশ্বাস-যোগ্য কৰি তুলিছে। উদাহৰণ স্বৰূপে 'অসমীয়া বুৰঞ্জীত শিৰাজী মহাৰাজ' নামৰ প্ৰবন্ধৰ পৰা নিম্নলিখিত কথাখিনি তুলি দিয়া হ'ল :

'পাচে ৰাজা যাই নবাবক চাচা বুলি ভৰি চুই চেলাম কৰিলে। নবাবেও গলা বান্ধি সাৱটি ধৰি মূৰত চুমা দিলে। বস্ত্ৰ অলংকাৰ, বহুমূল্য হাতী, ঘোঁৰা এখন খঞ্জৰ নাম তৰোৱাল ২৫,০০০, টকাব দিলে আৰু লিখা দিলে বোলে, 'পাট্শ্যাত যি ৰূপে ভালে থাকিবা তাৰ উপায় কৰিবা। আৰঙ্গজেব পাট্শ্যা বৰ কুট-মন্ত্ৰী। আৰু চুজা নগৰ বয়া জায়গা হাবি পৰ্বত। বৈশাখ জ্যেষ্ঠ দুই মাহ নদীসকলত বিহপানী বয়, বিহত লগা বতাহ আহে। এই জন্যে আমাৰ ই দেশৰ লোক বিস্তৰ মৰে, তুমি সাৱধানে থাকিবা। লৌহিত্যৰ পানী বিনে আন পানী নাখাবা। আৰু সি ৰাজ্যৰ তিৰোতাক বহলী কৰি নাৰাখিবা। সি ঠাইৰ তিৰোতা সকল মন্দ কৰ্মী।'

ইয়াত তৎসম-তদ্ভৱ আৰু দুই-এটা কামৰূপী শব্দৰ (যেনে—গলা, বয়া) লগতে আছে চাচা, চেলাম, পাট্শ্যা আদি আৰবী-পাৰ্চী মূলীয় শব্দৰ পৰিমিত ব্যৱহাৰ আৰু আঁৰ নলগা আহোম যুগীয় ঘৰুৱা কথ্য-ভঙ্গী। 'যি মূলা বাঢ়ে তাৰ দুপাততে চিন।' ড° ভূঞাদেৱ যে এদিন এগৰাকী সফল গদ্যকাৰ হ'ব, তাৰ পৰিচয় পোৱা গৈছিল স্কুলত পঢ়ি থাকোঁতেই লিখিবলৈ আৰম্ভ কৰি ১৯০৯ চনত এণ্ট্ৰেন্স পৰীক্ষা দি উঠি সমাপ্ত কৰা 'আহোমৰ দিন' (প্ৰথম প্ৰকাশ, ১৯১৮ নামৰ বুৰঞ্জী-মূলক মৌলিক গ্ৰন্থখনিত। নিচেই কম বয়সতে ভূঞাদেৱে বুৰঞ্জীৰ দৰে নীৰস বিষয় এটি খৰচি মাৰি অধ্যয়ন কৰি ছশ বছৰীয়া আহোম ৰাজত্বৰ কালছোৱাৰ অতি প্ৰয়োজনীয় দিশবোৰৰ বিষয়ে নিৰহ-নিপানী অসমীয়া ভাষাত সাৱলীলভাবে লিখি থৈ গৈছে। গ্ৰন্থখনিৰ 'ভূমিকা'ত (১৬ এপ্ৰিল, ১৯১৮) ব্যাকৰণবিদ সত্যনাথ বৰাদেৱে তাৰ ভাষা-সম্পৰ্কত কোৱা নিম্নলিখিত কথাখিনি প্ৰণিধানযোগ্য :



'পুথিখন কেৱল বুৰঞ্জীৰে এটা অঙ্গ এনে নহয়, ইয়াক অসমীয়া সাহিত্যৰো এটা ৰত্ন বুলিব পাৰি। পুথিৰ ভাষা নিভাঁজ অসমীয়া। বৰ বেজাৰৰ কথা, আজিকালি যিবোৰ পুথি ওলাব লাগিছে তাৰ সৰহ-ভাগেই বঙলুৱা ঠাঁচত লিখা, আচল নিখুঁত অসমীয়া ঠাঁচত লিখা পুথি পাবলৈ টান। অসমীয়া বিভক্তি প্ৰত্যয় লগাই কথা লিখিলেই অসমীয়া হয় বুলি বহুতৰে বিশ্বাস, লিখাৰ ধৰণ বা ঠাঁচ (idiom) এহেলৈ যেনে যি নহওক তালৈ সৰহভাগ লিখাৰুৱে মন নকৰে। ভূঞা-দেৱৰ পুথিত সেই দোষ বিৰল, গতিকে 'আহোমৰ দিন' পঢ়িলে অকল বুৰঞ্জী শিকাই নহয়, অসমীয়া ভাষাৰো গঢ় গতিৰ সন্তেদ পোৱা যায়।'

মুঠতে ভূঞাদেৱৰ বুৰঞ্জীমূলক মৌলিক ৰচনাৰাজিৰ গদ্যই 'ঐতি-হাসিক নিৰপেক্ষতা, বৰ্ণনাপ্ৰিয়তা (love of details), মননশীলতা আৰু নিৰ্বাচনী শক্তিৰ পৰিচয়' দিয়াৰ লগতে বিশুদ্ধ আৰু বলিষ্ঠ অসমীয়া ভাষাৰো অপূৰ্ব নিদৰ্শন দাঙি ধৰে। কম শব্দৰ যোগেদি সাৰগৰ্ভ কথা প্ৰকাশ কৰিব পৰা শক্তি তেওঁৰ গদ্যৰীতিৰ প্ৰধান বিশেষত্ব।

ড° সূৰ্যকুমাৰ ভূঞাদেৱ এগৰাকী সৃষ্টিশীল গদ্যলেখকো। উষা, বাঁহী আদি আলোচনীত সিঁচৰতি হৈ থকা ভালেকেইটা চুটি গল্পই ভূঞাদেৱৰ সৃষ্টিশীল গদ্যৰ সুন্দৰ চানেকি দাঙি ধৰে। ভূঞাদেৱৰ আটাইকেইটি গল্প এতিয়াও সংকলনৰ ৰূপত পোহৰলৈ অহা নাই। মাত্ৰ উষা আৰু বাঁহীত প্ৰকাশিত পাঁচোটি গল্প সংগ্ৰহ কৰি, দুৰ্গাধৰ বৰকটকীদেৱে 'পঞ্চমী' নাম দি ১৯২৭ চনত প্ৰথম প্ৰকাশ কৰে। সংকলনখনিত থকা গল্প পাঁচোটি হৈছে : মাণিক বৰা (১৯০৯), শিলা নহয় ফুল (১৯১১), আমিনা (১৯১২), তেতিয়া আৰু এতিয়া (১৯১২) আৰু বিজুলী (১৯১৩)। ঐতিহাসিক চৰিত্ৰ মাণিক বৰাক লৈ ৰচনা কৰা 'মাণিক বৰা' গল্পটিৰ বাহিৰে বাকী কেউটি গল্প ৰোমান্টিক। সেয়েহে ভূঞাদেৱৰ আনবোৰ ৰচনাৰ যুক্তিনিষ্ঠ গদ্যৰ বিপৰীতে চুটিগল্প কেইটিৰ গদ্য ৰোমান্টিক আৰু মাজে মাজে আবেগিক। বুৰঞ্জীমূলক বা আন গদ্য ৰচনাত ভূঞাদেৱে শব্দ প্ৰয়োগত যি মিতব্যয়িতা প্ৰদৰ্শন কৰিছে তাৰ

বিপৰীতে চুটিগল্পত তেওঁ শব্দপ্ৰয়োগত বিলাসী হৈ পৰিছে আৰু ঠায়ে ঠায়ে গল্পৰ ভাষাক চিত্ৰধৰ্মী ৰূপ দিছে। উদাহৰণ স্বৰূপে 'বিজুলী'ৰ পৰা নিম্নোল্লিখিত গদ্যাংশ উদ্ধৃত কৰা হ'ল :

'বিজুলীৰ লাৱণ্য তপোবনৰ ঋষিকন্যাসকলৰ দৰে আছিল। মই বিজুলীক সৰগৰ অপেচৰা বুলি নকওঁ, কাৰণ সৰগৰ অপেচৰাৰ অপৰূপ সৌন্দৰ্য মাধুৰী আছে সঁচা, কিন্তু তাত থকা দুৰন্ত লালসাতকৈ তপোবনৰ ইঙ্গুদীতেলৰ বন্তিৰ মৃদু পোহৰৰ দৰে ঋষিকন্যাৰ স্তিমিত আৱেগ মোৰ চকুত বেছি গৌৰৱমণ্ডিত যেন লাগে। অপেচৰাৰ বেশময় চিত্ৰিত সৌন্দৰ্যতকৈ মুনিকন্যাৰ সাত্ত্বিক লাৱণ্য মোৰ চকুত বেছি ভাল লাগে। মোৰ বিজুলী চিত্ৰাকুঞ্জবনৰ নানা বৰণীয়া ফুলৰ দৰে সৰল অজান আৰু পৱিত্ৰ আছিল। তেওঁৰ হৃদয়ত যি আবেগৰ সঞ্চাৰ হয় চকুমুখত তাৰ অবিকৃত প্ৰতিবিম্ব ফুটি ওলাইছিল। তেওঁৰ অন্তৰৰ নিগূঢ় আবেগ কত দিন মোৰ আগত দাঙি ধৰিলে, সেই গিৰিকাননৰ প্ৰত্যেক গছ প্ৰত্যেক ফুলে আজিও তাক হয় বুলি কয়।' (পঞ্চমী, পৃ. ১৭)

ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ প্ৰতিভা আছিল বহুমুখী। কবিতা, গল্প, বিবিধ বিষয়ৰ সমালোচনামূলক প্ৰবন্ধ, বুৰঞ্জী, আদি লিখাৰ উপৰি তেখেতে অসম সাহিত্য সভা প্ৰমুখ্যে বিভিন্ন অনুষ্ঠানৰ সভাপতিৰূপে কেইবাখনিও মূল্যবান ভাষণ লিখিছিল। সেই ভাষণসমূহেও ভূঞা-দেৱৰ গদ্যৰ আন এটি দিশ উজ্জ্বলাই তোলে। ১৯৫৩ চনৰ ৮-৯ নবেম্বৰত ছিলঙত অনুষ্ঠিত সভাৰ ২২শ অধিৱেশনৰ সভাপতি হিচাপে দিয়া তেখেতৰ ভাষণ আছিল চিন্তাগধুৰ আৰু তথ্যসমৃদ্ধ। মন কৰিবলগীয়া যে ভূঞাদেৱৰ কথা-কাম সকলোৰে মূলতে আছিল প্ৰবল দেশাত্মবোধ। তেখেতে প্ৰতিটো লিখা আৰু কথাৰ মাজেৰে 'নিজৰ চোতালতে থকা ফুলনিবাৰীত নিজে সাৰ পানী নিদি নিলগীয়াৰ বাৰীৰ পৰা ফুল আনি তাকে চাকি কৰি পিন্ধি তৃপ্তি' পোৱা আত্মবিস্মৃত অসমীয়া জাতিক জগাই তুলি নিজৰ জাতিগত চৰিত্ৰ আৰু আৰ্য-অনাৰ্যৰ সঙ্গমত সৃষ্টি হোৱা অভিনৱ সভ্যতাৰ প্ৰতি আকৰ্ষিত কৰিব খুজিছিল। তদুপৰি



অতীতৰে পৰা একে সময়তে জ্ঞান লিপ্সা আৰু সামৰিক বলেৰে বলিয়ান অসমীয়া জাতিয়ে যাতে হীনমন্যতা এৰি নিজৰ গৌৰৱময় শৌৰ্য-বীৰ্যৰ নিদৰ্শন বিশ্বৰ দৰবাৰত সদম্ভে দাঙি ধৰিব পাৰে, তাৰ কাৰণেও তেখেতে 'অসম সাহিত্য সভাৰ' সভাপতি হিচাপে অসমীয়া জাতিক এনে শক্তি-শালী আৰু ওজস্বী ভাষাৰে আহ্বান জনাইছিল :

'- - - ভক্তি, জ্ঞান আৰু কৰ্ম, এই তিনি মাৰ্গৰ এনে সুমধুৰ সং-মিশ্ৰণ পৃথিৱীত বিৰল। এই সংমিশ্ৰণেই হৈছে জগতৰ সভ্যতালৈ অসমীয়াৰ অভিনৱ অৱদান।

এই সংমিশ্ৰণৰ বাণী অসমীয়াই দেশ-দেশান্তৰে প্ৰচাৰ কৰক আৰু সাহিত্য সভাৰ উদ্দেশ্য আৰু কাৰ্যাৱলী এই বাণীৰ মন্ত্ৰৰ দ্বাৰা প্ৰণোদিত হওক। এয়ে হৈছে আজিৰ শুভলগ্নত মোৰ অন্তৰৰ একান্ত কামনা।' (পৃ. ২৪)

মুঠতে অসম আৰু অসমীয়াৰ উন্নতিৰ চিন্তাই যে ঐতিহাসিক ভূঞা-দেৱৰ সমগ্ৰ সত্তা অবিৰতভাৱে আলোড়িত কৰি ৰাখিছিল, তাৰ নিদৰ্শন ভূঞাদেৱৰ প্ৰতিটো লেখাতে উজ্জ্বলি আছে। বিভিন্ন ইতিহাস অধ্যয়ন কৰি আৰু তাৰ সকলো দিশ সূক্ষ্ম দৃষ্টিৰে পৰ্যবেক্ষণ কৰি ড° ভূঞাদেৱে ১৯৪৬ চনতে এটি প্ৰবন্ধত লিখিছিল :

'শিক্ষা আৰু সভ্যতাত অসমীয়া আগবাঢ়িছে সঁচা ; কিন্তু অসমীয়াই অসমীয়াক ভাল পাবলৈ এতিয়াও ভালকৈ শিকা নাই। তাৰ পৰিণামে আজি অসমীয়াৰ গৌৰৱপূৰ্ণ দৃষ্টি আৰু অতীতৰ কাহিনী আৰু বৰ্তমানৰ সংকটময় অৱস্থালৈ অসমীয়াৰ প্ৰচণ্ড আওকাণ। অসমীয়াৰ স্বাৰ্থক অসমীয়াই মহতিয়াবলৈ কুণ্ঠাবোধ নকৰা হৈছে ; অসমীয়াই নিজৰ তেজক পানী কৰি বোৱা পকা ধাননি আগুৰিবলৈ মন মেলা নাই, তাৰ ফলত আজি অসমীয়া নিজৰ দেশতে প্ৰবসুৱা, নিজৰ ঘৰতে আলহী।'

প্ৰায় আঢ়ৈ কুৰি বছৰৰ আগতে কৰা দূৰদৰ্শী ভূঞাদেৱৰ 'অসমীয়া নিজৰ দেশতে প্ৰবসুৱা, নিজৰ দেশতে আলহী' এই মন্তব্য যেন আজিও

আখৰে আখৰে সঁচা হৈ প্ৰতিজন অসমীয়াৰ কাণত অহৰহ বাজিব লাগিছে। সি যি কি নহওক, সংস্কৃত আৰু ঘৰুৱা অসমীয়া শব্দৰ সুন্দৰ সমাহাৰ কৰি আৰু চুটি-দীঘল বিভিন্ন প্ৰকাৰৰ সুদৃঢ় বাক্যৰে লিখা এনে চিন্তা-উদ্ৰেককাৰী গাম্ভীৰ্যপূৰ্ণ আৰু ব্যঞ্জনাত্মক গদ্যই এহাতেদি ভূঞাদেৱৰ অসমীয়া ভাষাত থকা কালিকা আৰু আনহাতেদি অসম আৰু অসমীয়াৰ জাতীয় জীৱন সম্পৰ্কে শঙ্কিত দূৰদৃষ্টি ফট্‌ফটীয়াকৈ প্ৰকাশ কৰিছে। সামগ্ৰিকভাৱে ভূঞাদেৱৰ গদ্যৰীতিক ৰসাল কৰি তুলিছে আৰু এটি প্ৰক্ৰিয়াই। সেইটো হৈছে, বুৰঞ্জীৰ পৰা বুটলি অনা বিবিধ শব্দ, খণ্ডবাক্য আৰু পটন্তৰ আদিৰ প্ৰয়োগ-কৌশল। প্ৰথমা-এ বিভক্তিৰ দ্বাৰা প্ৰায়ে অধিকৰণকাৰকৰ অৰ্থ প্ৰকাশ কৰাটো ভূঞাদেৱৰ গদ্য ভাষাৰ আন এটি মন কৰিবলগীয়া বিশেষত্ব। মুঠতে ভূঞাদেৱৰ গদ্য শক্তিশালী পোনপটীয়া, সৰল, যুক্তিনিষ্ঠ আৰু সংযমশীল। 'স্বদেশৰ মহত্বপ্ৰকাশ আৰু ভৱিষ্যতৰ মঙ্গলকামী চিন্তা'ৰ প্ৰৱাহে ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ বলিষ্ঠ গদ্যভাষাক চিৰসেউজীয়া কৰি ৰাখিব।

## ড° সূৰ্যকুমাৰ ভূঞাৰ মহৎ গ্ৰন্থ : লাচিত বৰফুকন এণ্ড হিজ টাইম্‌ছ

ড° দয়ানন্দ পাঠক

ড° সূৰ্যকুমাৰ ভূঞাৰ নামৰ লগত বুৰঞ্জীৰ প্ৰীতি তথা বুৰঞ্জী চৰ্চাৰ এক আত্মিক যোগসূত্ৰ বৌদ্ধিক মহলৰ এক স্বীকৃত কথা। ইংৰাজী ভাষা সাহিত্যৰ অধ্যাপক এগৰাকীয়ে হঠাতে কেনেকৈ বুৰঞ্জী চৰ্চাত আত্মনিয়োগ কৰিবলৈ ল'লে সেয়া এক অনুসন্ধানৰ বিষয়। মন কৰিবলগীয়া কথা, ড° ভূঞাদেৱৰ অসম বুৰঞ্জী চৰ্চাৰ প্ৰতি দৰদে তেওঁৰ স্বদেশ প্ৰেমৰ কথাকেই সূচায়। ভূঞাদেৱ এই কথাৰ প্ৰতি অহৰহ সচেতন আছিল যে ১৮২৬ চনৰ আগতে অসম এখন সাৰ্বভৌম স্বাধীন ৰাষ্ট্ৰই আছিল। ১৮২৬ চনৰ পিছৰ পৰা অসমৰ ৰাজনৈতিক পৰিবৰ্তনে দেশখনৰ জীৱনলৈ বহুখিনি পৰিৱৰ্তন আনিলে। এনে পৰিৱৰ্তনৰ বা-মাৰলীয়ে অসম ৰাজ্যৰ ঐতিহ্যমণ্ডিত অতীত সম্পৰ্কে আমাক বিস্মৃত কৰিলে। এনে অবাঞ্ছনীয় বিস্মৃতিৰ গৰ্ভৰ পৰা আমাক মোকলাবলৈ গৈ আৰু লগতে আমাৰ অতীত গৌৰৱ সম্পৰ্কে আমাক সোঁৱৰাই দিবলৈ ভূঞাদেৱে অসম বুৰঞ্জী চৰ্চাকেই তেওঁৰ বিশেষ ক্ষেত্ৰ হিচাপে লোৱা বুলি ক'লে নিশ্চয় বাহুল্য কোৱা নহ'ব। ড° ভূঞাদেৱে অতি স্পষ্ট ভাষাৰে লিখিছে যে, উত্তৰ-পূৱ ভাৰতত অসমৰ এক বিশেষ মৰ্যাদাসম্পন্ন ভূমিকা আছিল। এই ভূমিকা সাহিত্য, সংস্কৃতি আৰু ৰাজনীতিৰ ক্ষেত্ৰত বিশেষভাৱে অভিব্যক্ত হৈছে। এনে অতীতৰ পুনৰ বিন্যাসৰ প্ৰয়োজনীয়তা বোধ কৰি ভূঞাদেৱে অসমৰ প্ৰাচীন বুৰঞ্জীৰ তথ্য সমলবোৰ পদ্ধতিগতভাৱে সংগ্ৰহ আৰু সংৰক্ষণ কৰাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। ভূঞাদেৱৰ ভাষাত —

"If the Assamese people are destined to play once more their role as leaders of culture in Eastern India and to protect themselves from encroaching hands of denationalisation and consequent effacement, their primary duty is to rake up the outline of the structure of their past on which they will have to raise the edifice of their future." (Studies in the Literature of Assam)

দৰাচলতে এনে এটা দৃষ্টিভংগীৰে ড° ভূঞাদেৱে অসমৰ বুৰঞ্জী চৰ্চাৰ কামত গভীৰভাৱে আত্মনিয়োগ কৰিছিল। এনে দৃষ্টিভংগীয়ে তেওঁৰ বুৰঞ্জী চৰ্চাক সমৃদ্ধও কৰিছে আৰু ক্ষেত্ৰ বিশেষে ক্ষতিগ্ৰস্তও কৰিছে। বহুত ক্ষেত্ৰত তেওঁ বুৰঞ্জীবিদৰ বাবে প্ৰয়োজনীয় বস্তুনিষ্ঠাৰ পৰা অব্যাহতিও ল'বলগীয়া হৈছে। 'লাচিত বৰফুকন এণ্ড হিজ টাইমছ' (Lachit Barphukan and His Times) নামৰ গ্ৰন্থখন এই ক্ষেত্ৰত আমাৰ বাবে বিশেষ ভাবে দ্ৰষ্টব্য। অসম বুৰঞ্জীৰ এক বৈপ্লৱিক পুৰুষ লাচিতৰ প্ৰতি ড° ভূঞাদেৱৰ দুৰ্বলতা এক স্বীকৃত সত্য। বীৰ লাচিতৰ ওপৰত যুগুতোৱা ইংৰাজী কিতাপখন লিখিয়েই ড° ভূঞা সন্তুষ্ট হোৱা নাছিল। অসমীয়া ভাষালৈয়ো উক্ত কিতাপখন তেওঁ নিজেই অনুবাদ কৰিছে। ১৯৪৭ চনতে প্ৰকাশিত কিতাপখনে বীৰ লাচিতৰ ওপৰত যিখিনি কথা লিখিছে সেই কথাখিনিয়ে বীৰ লাচিত আৰু তেওঁৰ সময়ৰ ওপৰত এক তথ্যনিষ্ঠ বিৱৰণ দাঙি ধৰিছে। গ্ৰন্থখন প্ৰস্তুত কৰোঁতে ড° ভূঞাদেৱে প্ৰাপ্ত অসম বুৰঞ্জীসমূহ অধ্যয়ন কৰাৰ লগতে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ বিভিন্ন জনৰ হাতত সিচৰতি হৈ থকা হস্তলেখা পাণ্ডুলিপি আৰু আখ্যান সমূহো গভীৰভাৱে অধ্যয়ন কৰিছে।

অসমত বুৰঞ্জী ৰচনা আৰু চৰ্চাৰ এক প্ৰাচীন পৰম্পৰা আছে। এনে পৰম্পৰা সম্পৰ্কে ক'বলৈ গৈ ভূঞাদেৱে তেওঁৰ অসম বুৰঞ্জীৰ (১৯৪৫)



ইংৰাজী পাতনিত এক বহল আলোচনা দাঙি ধৰিছে। অসমত বুৰঞ্জী ৰচনাৰ পৰম্পৰা আহোম ৰাজত্বৰ বুনিয়াদ ৰচনা কৰা চুকাফাৰ দিনৰ পৰাই আৰম্ভ হ'য়। চুকাফাই নিজৰ শাসন কালত ঘটনাৱলী সঠিকভাৱে লিপিবদ্ধ কৰিবলৈ লেখক নিযুক্ত কৰিছিল। পৰৱৰ্তী কালৰ আহোম ৰজা স্বৰ্গদেউসকলেও নিজৰ ৰাজত্বকালৰ লগতে পূৰ্ব-পুৰুষ সকলৰ শাসনকালৰ গুৰুত্বপূৰ্ণ ঘটনাৱলী নথিভুক্ত কৰিবলৈ চৰকাৰীভাৱে বুৰঞ্জী লেখক নিযুক্ত কৰিছিল। মন্ত্ৰী অথবা সেনাপতি সকলেও নিজৰ নিজৰ নেতৃত্বকালৰ দিনলিপি ৰখাৰ উপৰিও নিজা-ৱৰীয়াকৈ বুৰঞ্জী ৰচনা কৰিবলৈ বিশেষ ভাৱে অৰ্হতাসম্পন্ন লোক নিযুক্ত কৰিছিল। আনকি আহোম যুগৰ সম্ভ্ৰান্ত পৰিয়ালৰ বিত্তবান লোক সকলেও নিজৰ নিজৰ পৰিয়ালৰ বুৰঞ্জী ৰচনাৰ বাবে লেখক নিয়োগ কৰিছিল। উল্লেখযোগ্য, আহোম যুগৰ কেইবাগৰাকী স্বৰ্গদেৱে ইতিহাস ৰচনাৰ বাবে একোটি বুৰঞ্জী বিভাগো খুলিছিল। তেনেবোৰ বিভাগে অৰ্হতা সম্পন্ন ব্যক্তিৰ দ্বাৰা সমকালীন ৰাজনৈতিক ঘটনাপ্ৰবাহৰ ইতিহাস ৰচনা কৰিছিল।

লাচিত বৰফুকনৰ বিষয়ে গ্ৰন্থখন লিখিবলৈ যাওঁতে ড° ভূঞাদেৱে বৰ অসুবিধা পোৱা বুলিব নোৱাৰি। লাচিত বৰফুকনৰ বীৰত্বৰ কথা সম্বলিত কাহিনী আৰু আখ্যানৰ অভাৱ নাই। ইতিমধ্যে হাতেলিখা অৱস্থাত একাধিক বুৰঞ্জীও আছে। তেনেবোৰ বুৰঞ্জী আৰু আখ্যানৰ ওপৰত ভিত্তি কৰি ভূঞাদেৱে গ্ৰন্থখন ৰচনা কৰিছে।

গ্ৰন্থখনৰ পাতনিত ভূঞাদেৱে এডোৱাৰ্ড গেইট (Edward Gait) চাহাবৰ History of Assam আৰু যদুনাথ চৰকাৰৰ History of Aurangzeb কিতাপ দুখনৰ কথা উল্লেখ কৰিছে। ইয়াৰ উপৰিও ভূঞাদেৱে আৰু অলেখ উৎস পুস্তকৰ কথা তেওঁৰ লেখাৰ মাজে মাজে উল্লেখ কৰি গৈছে।

উৎস তথ্য, পুস্তক বা আখ্যান সমূহ যে সম্পূৰ্ণৰূপে নিৰ্ভৰযোগ্য

তেনে দাবী কৰিব নোৱাৰি। একেটা ঘটনাৰ ওপৰত প্ৰাপ্ত দুটি আখ্যানৰ মাজতো বহুখিনি তথ্যগত পাৰ্থক্য দেখা যায়। এনে আখ্যানৰ কিছু প্ৰত্যক্ষদৰ্শীৰ দ্বাৰা লিখিত। কিছু আখ্যান আকৌ দ্বিতীয় ব্যক্তিৰ মুখৰ পৰা নিঃসৃত বিৱৰণৰ ওপৰত আধাৰিত। সত্য সন্ধানী এগৰাকী বুৰঞ্জীবিদে সদায় এনে লিখিত বা মৌখিক আখ্যানৰ ওপৰত নিৰ্ভৰ কৰি চলিব নোৱাৰে। এনে ক্ষেত্ৰত বুৰঞ্জীবিদ এগৰাকীয়ে এক নিৰপেক্ষ, নিৰ্মোহ আৰু বস্তুনিষ্ঠ দৃষ্টিভংগীৰে বুৰঞ্জী লিখিব লগীয়া হয়। ড° সূৰ্যকুমাৰ ভূঞাদেৱে সৰহভাগ ক্ষেত্ৰতেই প্ৰাপ্ত বুৰঞ্জী আৰু আখ্যানসমূহৰ ওপৰত নিৰ্ভৰ কৰিছে। কিন্তু কোনটো আখ্যানৰ কোনখিনি গ্ৰহণীয় আৰু কোনখিনি বৰ্জনীয় সেই বিষয়ে এক সম্যক বিশ্লেষণ কৰা দেখা নগ'ল।

অসমৰ ইতিহাসত লাচিত বৰফুকনৰ এক বিশিষ্ট স্থান আছে। লাচিত ছত্ৰপতি শিবাজীৰ সমসাময়িক। গ্ৰন্থখনত ড° ভূঞাই শৰাইঘাটৰ ৰণৰ প্ৰাক কালৰ অসমৰ ইতিহাসৰ পৰা আৰম্ভ কৰি লাচিতৰ মৃত্যু পৰ্যন্ত বহুখিনি কথা সন্নিবিষ্ট কৰিছে। অম্বৰৰ ৰজা ৰামসিংহৰ বিষয়েও ভূঞাদেৱে এটি স্বকীয়া অধ্যায় সন্নিবিষ্ট কৰিছে। লগতে লাচিত বৰফুকনৰ মৃত্যুৰ পৰা ১৮২৬ চনলৈ অসমৰ ইতিহাসৰ আন আন ঐতিহাসিক ঘটনাৰাজিৰ উল্লেখো কৰা হৈছে।

সামৰণী অধ্যায়ত লাচিতৰ বীৰত্ব, চৰিত্ৰ আৰু আন আন দিশ সম্পৰ্কে এক সমালোচনামূলক আলোচনা দাঙি ধৰিছে। 'ওপৰঞ্চি' শিতানত লাচিত, ৰজা চক্ৰধ্বজ সিংহ, আতন বুঢ়াগোহাঞি, ৰামসিংহ আদিয়ে কোৱা কিছু বক্তব্যৰ উদ্ধৃতি দাঙি ধৰিছে। ওপৰঞ্চি শিতানৰ দ্বিতীয় অধ্যায়ত যদুনাথ চৰকাৰৰ History of Aurangzeb (Vol. III), চাৰ এডোৱাৰ্ড গেইটৰ A History of Assam, আদি কেইবাগৰাকীও প্ৰখ্যাত বুৰঞ্জীবিদৰ উদ্ধৃতি দাঙি ধৰা হৈছে। তৃতীয় অধ্যায়ত কিছু প্ৰাসংগিক কূটনৈতিক পত্ৰালাপ সন্নিবিষ্ট কৰা



হৈছে। সদৌ শেষত 'অসম বুৰঞ্জী'ৰ (নং ১২) 'ৰাম সিংহৰ যুদ্ধৰ কথা' শীৰ্ষক আলোচনাত উক্ত ৰচনাৰ ওপৰত এক বিশ্লেষণাত্মক আলোচনা দাঙি ধৰা হৈছে।

মুঠৰ ওপৰত 'লাচিত বৰফুকন এণ্ড হিজ টাইম্‌চ' গ্ৰন্থখন এখন সুন্দৰ বৰ্ণনাত্মক আৰু বিশ্লেষণাত্মক বুৰঞ্জী গ্ৰন্থ। ঠিক বুৰঞ্জী ক'লেও ভুল হ'ব। উক্ত গ্ৰন্থখনত বুৰঞ্জীয়ে অৱজ্ঞা কৰি থৈ যোৱা বহুখিনি তথ্যসমল প্ৰকাশিত হৈছে। এনেবোৰ তথ্য সমলে গ্ৰন্থখনৰ প্ৰাণপ্ৰাচুৰ্য বৃদ্ধি কৰিছে। প্ৰথম তিনিটা অধ্যায়ত স্বৰ্গদেউ জয়ধ্বজ সিংহই ( যাক ভগনীয়া ৰজা বুলি তিৰস্কাৰ কৰা হৈছিল ) মিৰজুমলাৰ আক্ৰমণৰ দ্বাৰা প্ৰতিহত হৈ নামৰূপৰ পৰ্বতলৈ পলাই যোৱা কথাৰ পৰা আৰম্ভ কৰি কিদৰে তেওঁ জীৱনৰ শেষ অৱস্থাত মোগলৰ হাতৰ পৰা অসমভূমিক মুক্ত কৰাৰ সপোন দেখিছিল তাৰ সৰস বৰ্ণনা আছে। মিৰজুমলাৰ অসম আক্ৰমণৰ সফলতাৰ অন্তৰালত থকা কথাবোৰ কোনো ঐতিহাসিকেই বস্তুনিষ্ঠভাৱে আলোচনা নকৰা বুলি ভূঞাদেৱে খেদ কৰিছে। তেওঁ লিখিছে—

'Mir Jumla's march iuto Assam was an uninterrupted series of triumphs and victories, though the real secret of his success, namely, defection in the Ahom camp, has not been touched upon by any historian of the expedition.' (p-6)

মিৰজুমলাৰ সফলতাৰ বাবে অসমৰ ৰণুৱাসকলৰ মাজত বিৰাজ কৰা অন্তৰ্দ্বন্দ্বৰ ফালে আঙুলিয়াব লাগিব। সেই সময়ত, অৰ্থাৎ জয়ধ্বজ সিংহৰ শাসন কালত, সেনাবাহিনীত আহোম সকলৰ একাধিপত্য চলিছিল। অইন কোনো সম্প্ৰদায়ৰ লোকে সেনা বাহিনীত প্ৰাধান্য নাপাইছিল। কিন্তু ৰজা জয়ধ্বজ সিংহই মনথিৰ ভৰালী বৰুৱা নামৰ কায়স্থ ব্যক্তি এগৰাকীক সেনাধ্যক্ষ নিযুক্ত কৰাৰ ফলত আহোম সৈন্যসকলৰ সৰহভাগেই অসন্তুষ্ট হৈছিল। ৰজাই তেওঁক পৰ্বতীয়া ফুকন

হিচাপেও নিযুক্তি দিছিল। এনে নিযুক্তি আহোম দা-ডাঙৰীয়া সকলৰ বাবে মনঃপুত হোৱা নাছিল। মনথিৰ ভৰালী বৰুৱাৰ নেতৃত্ব তেওঁলোকে মানি লোৱা নাছিল। তেওঁলোকে আহোম ৰণুৱাসকলক তেওঁলোকৰ সেনাধ্যক্ষ গৰাকীৰ লগত অসহযোগ কৰিবলৈ উচতাইছিল বুলি ভূঞাদেৱে লিখিছে। এনে এক পৰিৱেশত ৰজা জয়ধ্বজ সিংহই মিৰজুমলাৰ আক্ৰমণক প্ৰতিৰোধ কৰিবলৈ অপাৰগ হৈছিল। পিছে, মিৰজুমলাই ১৬৬৩ চনৰ জানুৱাৰী মাহত ঘিলাজাৰি ঘাটত এক চুক্তিত উপনীত হয় আৰু তাৰ দ্বাৰা আহোম সকলে পশ্চিম অসম মোগল সকলৰ হাতত এৰি দিব লগীয়া হ'ল। ইয়াৰ উপৰিও ৰজা জয়ধ্বজ সিংহই বহুখিনি ধন সম্পত্তিৰ উপৰিও নিজৰ ছুহিতা ৰমনী গাভৰুক দিল্লীৰ বাদ্‌ছাহৰ হাৰেমলৈ দিবলগীয়া হয়। মিৰজুমলাই ৰছিদখানক নামনি অসমৰ ফৌজদাৰ নিযুক্ত কৰি ১৬৬৩ চনৰ ফেব্ৰুৱাৰী মাহত অসম ত্যাগ কৰে। এনে ঐতিহাসিক ঘটনাক ভূঞাদেৱে নতুন দৃষ্টিভংগীৰে চাবলৈ যত্ন কৰিছে।

গ্ৰন্থখন লিখিবলৈ যাওঁতে অথবা লাচিতৰ শৌৰ্যবীৰ্য সম্পৰ্কে আলোচনা কৰিবলৈ যাওঁতে ভূঞাদেৱে নিঃসন্দেহে বহুখিনি তথ্য সমল সংগ্ৰহ কৰিছে। তেনে তথ্যসমল তেওঁ বিভিন্ন কাহিনী আখ্যানৰ পৰা সংগ্ৰহ কৰিছে। তেনে তথ্য সমলবোৰৰ এক তুলনাত্মক অধ্যয়ন কৰা হ'লে আমি আৰু বহুখিনি উপকৃত হ'লোহেঁতেন।

ভূঞাদেৱৰ উপস্থাপন ৰীতি অতি মনোৰম। ঐতিহাসিক প্ৰতিটো কথাই যে সুশৃংখলিত হ'ব তেনে আশা কৰিব নোৱাৰি। কিন্তু বুৰঞ্জী বিদ এগৰাকীয়ে এক ৰচনাত্মক উপস্থাপন ৰীতিৰ দ্বাৰা বিক্ষিপ্ত ঘটনা-ৰাজিকো সুশৃংখলিত কৰি দেখুৱাব পাৰে। তাৰ দ্বাৰা তেওঁলোকে ৰক্তমাংসহীন ঘটনাক্ৰমকো সৰস আৰু মনোগ্ৰাহী কৰিব পাৰে। এনে ক্ষমতা ভূঞাদেৱৰ ক্ষেত্ৰত অতি স্পষ্টভাৱে লক্ষ্যণীয়। লাচিতৰ বল বীৰ্যৰ কথা শৰাইঘাটৰ যুদ্ধৰ পূৰ্বে শুনা নাই। শৰাইঘাটৰ যুদ্ধৰ পাছতেই শাৰীৰিক অসুস্থতাৰ বাবে তেওঁৰ দেহাৱসান ঘটে বুলি কোৱা হৈছে।



বীৰ লাচিতে জীৱনকালত মাত্ৰ এখন যুদ্ধৰ লগতেই আকণ্ঠ নিমজ্জিত হৈছে — শৰাইঘাটৰ যুদ্ধ আৰু উক্ত যুদ্ধৰ পূৰ্বে অম্বৰৰ ৰজা ৰাম সিংহৰ লগত হোৱা আৰু দুই এখন যুদ্ধ। কিন্তু লাচিতে কি ৰাজনৈতিক পটভূমিত আত্মপ্ৰকাশ কৰিবলগীয়া হ'ল তাৰ অতি মনোৰম ব্যাখ্যা ভূঞাদেৱে কৰিছে। জয়ধ্বজ সিংহৰ পাছত চক্ৰধ্বজ সিংহ ৰাজ-পাটত বহে। ৰাজপাটত বহিয়েই পশ্চিম অসমক কিদৰে মোগলৰ কৰ্তৃত্বৰ পৰা মুক্ত কৰিব পাৰে তাৰ উপায় চিন্তিবলৈ আৰম্ভ কৰিলে। চক্ৰধ্বজ সিংহৰ স্বদেশ প্ৰেমৰ তুলনা নাছিল। তেওঁ যিকোনো প্ৰকাৰে অসমক চৌদিশৰ পৰা মুক্ত আৰু সমৃদ্ধিশালী কৰি গঢ়ি তুলিবলৈ বিচাৰিলে। ইংৰাজী গ্ৰন্থখনত স্বৰ্গদেউ চক্ৰধ্বজ সিংহৰ কথা ক'বলৈ আৰম্ভ কৰিয়েই ভূঞাদেৱে মোগল সম্ৰাট ঔৰংজেৱে স্বৰ্গদেৱলৈ উপহাৰ হিচাপে পঠিওৱা 'খিলাট' নামৰ এপদ পোছাক উপহাৰৰ কথা উল্লেখ কৰিছে। এই পদ কাপোৰ স্বৰ্গদেৱে পৰিধান কৰিবলৈ অস্বীকাৰ কৰে। তেওঁ বৰং অপমান বোধ কৰে আৰু তীব্ৰ কণ্ঠেৰে মন্তব্য কৰে— "বিদেশীৰ অধীনত থকাতকৈ মৃত্যুৱেই কাম্য। এপদ কাপোৰৰ বাবে মই মোৰ স্বাধীনতা বিসৰ্জন দিম নে?" ভূঞাদেৱে লিখিছে— "Death is preferable to a life of subordination to foreigners. I have to surrender my independence for a suit of sewn garments." (p-12)

এই ঘটনাৰ ঠিক পাছতেই, অৰ্থাৎ ১৬৬৫ চনৰ মাৰ্চ মাহত, স্বৰ্গ-দেৱে মন্ত্ৰী আৰু ডা-ডাঙৰীয়া সকলৰ এখন বিশেষ বৈঠক আহ্বান কৰে আৰু উক্ত বৈঠকত অসমক মোগলৰ হাতৰ পৰা মুক্ত কেনেকৈ কৰিব পাৰি সেই বিষয়ে আলোচনা কৰে। উক্ত আলোচনাত ৰজাই আৱেগ-প্ৰৱণ ভাষাৰে কৈছে— "মোৰ পূৰ্বপুৰুষসকল কেতিয়াও কাৰো অধীনত নাছিল। ময়ো বিদেশী শক্তিৰ ওচৰত জবাবদিহি হৈ থাকিব নোৱাৰোঁ।" (p-12)

এনে উপস্থাপন ৰীতিয়ে গ্ৰন্থখনক মোহনীয় কৰিছে। বুৰঞ্জীৰ

প্ৰতি অনাগ্ৰহী পাঠকেও গ্ৰন্থখন পঢ়ি আনন্দ পাব। প্ৰথন পৃষ্টাটো পঢ়ি দ্বিতীয় পৃষ্ঠাটো পঢ়িবলৈ আকৰ্ষণ অনুভৱ কৰিব। চিৰাচৰিত বুৰঞ্জীয়ে পাঠকৰ মনত এনে আবেগ আৰু আকৰ্ষণ সৃষ্টি নকৰে। এইখিনিতেই আন আন বুৰঞ্জী আৰু ভূঞাদেৱৰ বুৰঞ্জীৰ পাৰ্থক্য ওলাই পৰে। ভূঞাদেৱে চিৰাচৰিত বৰ্ণনাত্মক ৰীতিৰে বুৰঞ্জী ৰচনাত প্ৰবৃত্ত হোৱা নাই। তেওঁ বুৰঞ্জী ৰচনাক এক সৃষ্টিশীল আৰু ললিত কলাৰ পৰ্যায়লৈ উন্নীত কৰিছে।

শৰাইঘাটৰ যুদ্ধৰ লগত লাচিত বৰফুকনৰ নামটো পোনপটীয়াকৈ জৰিত হ'লেও দৰাচলতে এই ঐতিহাসিক ঘটনাৰ লগত তিনিগৰাকী ব্যক্তিৰ নিজস্ব প্ৰতিভা, স্বদেশপ্ৰেম আৰু তেওঁলোকৰ মাজত বিৰাজ কৰা উমৈহতীয়া বুজাপৰা আৰু আস্থাৰ প্ৰতিহে ভূঞাদেৱে আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। এই তিনিগৰাকী ব্যক্তিৰ এগৰাকীৰ সহযোগ অবিহনে উক্ত ঐতিহাসিক ঘটনাৰ পৰিণতি হয়তো সুকীয়া হ'লহেঁতেন। ড° ভূঞাই সেইবাবে স্বৰ্গদেউ চক্ৰধ্বজ সিংহৰ লগত প্ৰধান মন্ত্ৰী আতন বুঢ়াগোহাঞিৰ সহযোগৰ কথা উল্লেখ কৰিছে। চক্ৰধ্বজ সিংহ মাজে মধ্যে আবেগৰ দ্বাৰাও পৰিচালিত নোহোৱা নহয়। তেনে আবেগক আয়ত্তাধীন কৰিবলৈ ব্যৰ্থ হ'লেই যুদ্ধৰ ফল বেলেগ হ'লহেঁতেন। আতন বুঢ়াগোহাঞিয়ে স্বৰ্গদেউ চক্ৰধ্বজ সিংহ আৰু সেনাপতি লাচিতৰ লেকাম ধৰি তেওঁলোকক সজ পথেৰে পৰিচালিত কৰিছে। এনে ত্ৰিবেণী সংগমৰ ভূমিকা অবিহনে ৰাম সিংহক পৰাভূত কৰিব পৰা নগ'লহেঁতেন। উদাহৰণস্বৰূপে, ড° ভূঞাই দেখুৱাব খুজিছে যে, স্বৰ্গদেউ চক্ৰধ্বজ সিংহই পশ্চিম অসমক মোগলৰ কবলৰ পৰা মুক্ত কৰিবলৈ যুদ্ধ ঘোষণা কৰিবলৈ উদ্‌বাউল হৈ পৰিছিল। কিন্তু প্ৰধান মন্ত্ৰী আতন বুঢ়াগোহাঞিয়ে তেনে পদক্ষেপ লোৱাৰ বাবে উপযুক্ত সময় আৰু পৰিৱেশৰ আগমনৰ বাবে প্ৰতীক্ষা কৰিবলৈ উপদেশ দিলে। হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা সম্পাদিত 'পুৰণি অসম বুৰঞ্জী'ৰ পৰা উদ্ধৃতি দি ড° ভূঞাই লিখিছে—



'It is the legitimate duty of a sovereign to restore the old limits of his dominions by defeating and destroying his enemies. His success in war can alone enhance his glory and renown. So, His Majesty's proposal is just and proper. We have been enjoying absolute and uninterrupted sovereignty from time immemorial, and the high-handed imperiousness of the Moguls has transcended the limits of our forbearance. His Majesty has only voiced the sentiments of his ministers when he declares that we should fall upon the Moguls this very moment if possible. But we must provide the army with sufficient quantity of food provisions and war materials, and must hold in stock sufficient reserve to enable us to replenish the stores of the expeditionary army as soon as they become empty. This task of supplying reinforcements will become a matter of frequent occurrence' (p-133-134)

এগৰাকী প্ৰধান মন্ত্ৰীয়ে এনে উপদেশ দিয়াটো বৰ আচৰিত কথা নহয়। কিন্তু আতন বুঢ়াগোহাঞিয়ে যিটো পৰিৱেশত এনে উপদেশ আগ বঢ়োৱা বুলি দেখুওৱা হৈছে সেইটোৱে কিতাপখনৰ পঠনীয়তা বৃদ্ধি কৰিছে। অৰ্থাৎ, কিতাপখন পঢ়োঁতে এখন ঐতিহাসিক উপন্যাস পঢ়া যেনেই লাগিব।

আতন বঢ়াগোহাঞিয়ে ৰজাক আগবঢ়োৱা উপদেশ সমূহ ভূঞা দেৱে হেমচন্দ্ৰ গোস্বামীৰ 'পুৰণি অসমীয়া-বুৰঞ্জী'ৰ পৰা পোনপটীয়াকৈ উদ্ধৃত কৰিছে। তেনেবোৰ উপদেশে বুঢ়াগোহাঞিৰ দূৰদৰ্শিতা আৰু বাস্তৱক্ষেত্ৰৰ বুদ্ধিমত্তাৰ পৰিচয় দাঙি ধৰিছে।

নেপোলিয়নক ফ্ৰান্সৰ অদৃষ্ট পুৰুষ বা Man of Destiny বুলি ইংৰাজ নাট্যকাৰ জৰ্জ বাৰ্ণাৰ্ড শ্বই মন্তব্য কৰিছে। নেপোলিয়নৰ প্ৰতি যে শ্ব বৰ আকৰ্ষিত বা শ্ৰদ্ধাশীল আছিল তেনে নহয়। শ্বই নেপোলিয়নৰ চৰিত্ৰক ঠাই বিশেষে উপলুঙা কৰিছে। কিন্তু ড° ভূঞাই লাচিতক Man of Destiny বুলি উল্লেখ কৰিছে। লাচিতৰ গুণ-গৰিমা আৰু বীৰত্বৰ প্ৰতি আকৰ্ষিত আৰু শ্ৰদ্ধাশীল হৈহে এনে মন্তব্য কৰিছে। শৰাইঘাটৰ ৰণৰ ঠিক পাছতেই লাচিতৰ মৃত্যু ঘটে। ড° ভূঞাই উক্ত বিষয়টোক বৰ বহলাবলৈ যোৱা নাই। মাত্ৰ এযাৰটা শাৰীতেই তেওঁ লাচিতৰ মৃত্যুৰ কথাখিনি বৰ্ণনা কৰিছে। শেষত তেওঁ লাচিতক লৰ্ড নেল্‌চন বুলি বৰ্ণনা কৰিছে। লগতে শৰাইঘাটৰ যুদ্ধখনক অসমৰ ট্ৰাফালগাৰ ৰণ বুলিও বৰ্ণনা কৰিছে। ভূঞাদেৱৰ ভাষাত – 'Lachit Phukan, like Lord Nelson, died in the lap of victory; and the battle of Saraighat was Assam's Trafalgar.' (p-87)

মন কৰিবলগীয়া কথা, ভূঞাদেৱে গ্ৰন্থখনৰ নাম ইচ্ছা কৰিয়েই 'Lachit Barphukan and His Times' ৰাখিছে। গ্ৰন্থখনত কেৱল লাচিতৰ কথাই কোৱা হোৱা নাই। লাচিতৰ সময়ৰ বিষয়েও কোৱা হৈছে। সেই সময়ৰ সামাজিক বিশ্বাস অবিশ্বাস, ৰণনীতি, ৰাজনীতিৰ লগতে আন আন বহুখিনি কথা সন্নিৱিষ্ট হৈছে। কেৱল সেয়াই নহয়। ভূঞাদেৱে মিৰজুমলাৰ অসম আক্ৰমণৰ পৰা আৰম্ভ কৰি ১৮২৬ খ্ৰীষ্টাব্দলৈ অসমৰ ইতিহাসৰ এক অতি গুৰুত্বপূৰ্ণ অধ্যায়ৰ সুন্দৰ বৰ্ণনা কৰিছে।

আচল কথা ক'বলৈ হ'লে, ভূঞাদেৱে লাচিতক এক অতি স্বকীয় দৃষ্টিভংগীৰে চাইছে। লাচিতৰ গুণ-গৰিমাৰ বৰ্ণনা কৰিবলৈ যাওঁতে তেওঁ তেওঁৰ দোষ-দুৰ্বলতা সমূহ সম্পূৰ্ণৰূপে আওকাণ কৰিছে। মাত্ৰ ক'ৰবাত ক'ৰবাত লাচিতক আংশিকভাৱে ৰজাৰো কতৃৰ্ত্ব নমনা আৰু প্ৰতিষ্ঠিত নীতি নিয়ম নমনা লোক বুলি বৰ্ণোৱা হৈছে। সেই



সময়ত মৃত্যুদণ্ড দিব পৰা ক্ষমতা কেৱল ৰজাৰহে আছিল। কিন্তু সৈনিকসকলৰ মনত কৰ্তব্য নিষ্ঠা আৰু ভয়ৰ ভাৱ জগাবলৈ লাচিতে থিতাতে মৃত্যু দণ্ড বিহিবলৈ কুণ্ঠাবোধ নকৰিছিল। লাচিতে কৰ্তব্যত অৱহেলা কৰাৰ বাবে নিজৰ মোমায়েককো শিৰচ্ছেদ কৰিছিল বুলি প্ৰবাদ আছে। লাচিতে নিজৰ মোমায়েকক কটা বুলি সৰ্বেশ্বৰ বৰুৱাৰ দ্বাৰা প্ৰণীত লাচিত বৰফুকন' গ্ৰন্থৰ পৰা ড° ভূঞাই উদ্ধৃতি দাঙি ধৰিছে (পৃ: ৭৭)। কিন্তু ৰজা চক্ৰধ্বজ সিংহই এক বৃহত্তৰ ৰাজহুৱা স্বাৰ্থৰ বাবে লাচিতৰ তেনে উদ্ধতালিক ক্ষমা কৰা বুলি কোৱা হৈছে।

মোগল সৈন্যৰ আগমনৰ ঠিক প্ৰাকমুহূৰ্তত লাচিতে এটি সপোন দেখা বুলি কোৱা হৈছে। এই সপোনৰ কাহিনীটো ভূঞাদেৱে নিজৰ 'অসম বুৰঞ্জী'ৰ পৰাই উদ্ধৃত কৰিছে। সপোনত এগৰাকী সুন্দৰী নাৰীয়ে বিকটাকাৰে মুখখন মেলি আছে। ওপৰৰ ওঁঠটোৱে আকাশ স্পৰ্শিছে আৰু তলৰ ওঁঠটোৱে পাতাল স্পৰ্শিছে। নাৰীগৰাকীৰ জিভাখন মোগলৰ ফালে আৰু অসমীয়া সৈন্যসকল তেওঁৰ পিছফালে (পৃ: ৪৬)। এনে সপোন অসমীয়া সৈন্যৰ বাবে শুভ বুলি দুগৰাকী জ্যোতিষীয়ে লাচিতক অৱগত কৰিছে। এনে সপোনৰ কথা শুনি আহোম সৈন্যৰ মনলৈ উৎসাহ উদ্দীপনা অহা বুলি গ্ৰন্থখনত বৰ্ণোৱা হৈছে। এনেবোৰ কথা স্বৰূপাৰ্থত ঐতিহাসিক দৃষ্টিৰে গ্ৰহণযোগ্য বুলি ক'ব নোৱাৰি। এইবোৰ মানুহৰ মুখে মুখে বাগৰি অহা কিম্বদন্তি। লাচিতৰ প্ৰতি অনুৰাগী তথা স্বদেশ প্ৰেমৰ দ্বাৰা নিমজ্জিত হোৱা লোকৰ কাপৰ পৰাও এনে কাহিনী নিৰ্গত হ'ব পাৰে। উক্ত কাহিনীটোযে ভূঞাদেৱে কোনোবা আখ্যানৰ পৰা আনিছে সেইটো নিশ্চিত। কিন্তু এনেবোৰ কাহিনীৰ সংযোজনে গ্ৰন্থখনক এক Fictional dimension প্ৰদান কৰা বুলিব লাগিব। ইয়াৰ উপৰিও লাচিতে ৰাম সিংহলৈ এটা টোপোলাত বালি ভৰাই দিয়া (পৃ: ৪৮-৫০), আহোম সৈন্যৰ মাজত যাদুবিদ্যাৰে সমৃদ্ধ নৈশ সেনাৰ কথা (পৃ: ৫৯), ৰাম সিংহই আহোম শিবিৰলৈ ধনুকাঁড়েৰে উৎকোচ লোৱা বুলি কৰা ঘোষণা (পৃ: ৬৪), ৰামসিংহই মদনাৱতী নামৰ

তিৰোতা এগৰাকীক মোগল সৈন্যৰ সন্মুখত ৰাখি পোনপ্ৰথমে সেই তিৰোতা গৰাকীক যুদ্ধত জিনিবলৈ লাচিতক প্ৰত্যাহ্বান জনোৱা কাৰ্য (পৃঃ ৬৬) আৰু এনে কিছু কথা কাহিনীয়ে গ্ৰন্থখনক কাহিনী হিচাপে আকৰ্ষণীয় কৰিছে। পিছে, ঐতিহাসিক দৃষ্টিভংগীৰে তেনেবোৰ কথা কিমানদূৰ গ্ৰহণযোগ্য হ'ব সেইটোহে বিবেচ্য বিষয়। এই কথা ড° ভূঞাই নিজেও জানে। গ্ৰন্থখনৰ শেষত তেওঁ আমাক স্পষ্ট ভাষাৰে কৈছে— 'Details of the private life of a historical personage, however eminent he may be, do not find any place in the Buranjis, unless the circumstances influence to some extent the decisions and measures of the government. Historiographers were strictly forbidden to give any prominence to unconnected personal details ........' (p. 121-122)

ড° ভূঞা এই কথাৰ প্ৰতিও সচেতন যে এগৰাকী মহৎ ব্যক্তিৰ প্ৰকৃত চৰিত্ৰ আৰু মানসিকতাক জানিবলৈ হ'লে তেনে ব্যক্তিয়ে কৰা ডাঙৰ ডাঙৰ কথা কামলৈ নাচালেও হয়। বহুত ক্ষেত্ৰত কোনো ব্যক্তিৰ ডাঙৰ কামে তেওঁৰ ব্যক্তিত্বৰ প্ৰকৃত স্বৰূপ দাঙি নধৰে। সৰু-সুৰা কথা-কাম কিছুমানেও তেনে ব্যক্তিৰ প্ৰকৃত মহত্বৰ পৰিচয় দিব পাৰে। ভূঞাদেৱৰ এনে প্ৰত্যয় বুনিয়াদবিহীন নহয়। এইখিনি কথা ক'বলৈ গৈ ড° ভূঞাই প্লুটাৰ্কে তেওঁৰ 'লাইফ্ অব্ আলেকজেণ্ডাৰ' নামৰ গ্ৰন্থত কোৱা কথাৰ উল্লেখ কৰিছে—

'Often a man's most brilliant actions prove nothing as to his true character, while some trifling incident, some casual remark or jest, will throw more light upon what manner of man he was than the bloodiest battle, the greatest array of armies, or the most important siege.' (p. 122)



আমাৰ প্ৰাপ্ত বুৰঞ্জীসমূহে লাচিতৰ জীৱনৰ সৰু ডাঙৰ দুয়োটা পৰ্যায়ৰ কথা-কামকেই লিপিবদ্ধ কৰিছে বুলি ভূঞাদেৱে লিখিছে (পৃঃ ২২)। তেনে তথ্য সমলৰ পৰাই তেওঁ লাচিতৰ জীৱন আৰু সময়ৰ বিষয়ে লিখা বুলি কৈছে। এনেবোৰ কথাই ভূঞাদেৱৰ যুক্তি-নিষ্ঠ মনৰ পৰিচয় দিয়ে। আপাত দৃষ্টিৰে বহুখিনি কথা কল্পনাশ্ৰয়ী যেন লাগিব পাৰে। কিন্তু, তেনে পৰ্যায়ৰ কথা-কাহিনী আৰু আখ্যানৰ আঁৰতো কোনো অখ্যাত বুৰঞ্জী থাকিব পাৰে। তেনেবোৰ বুৰঞ্জীত লেখকে কিমানখিনি সঁচা কথা লিখিছে আৰু কিমানখিনি কল্পনাৰ আশ্ৰয় লৈছে সেয়া এক নিৰপেক্ষ অনুসন্ধানৰ বিষয়।

## ডক্টৰ ভূঞাৰ ৰমণী গাভৰু

**বিশ্ব বৰুৱা**

ড° সূৰ্যকুমাৰ ভূঞা এক চিৰ পৰিচিত নাম। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ পাছতে প্ৰাচীন পুথি উদ্ধাৰ, সংৰক্ষণ আৰু সম্পাদনাৰ ক্ষেত্ৰত ভূঞা আছিল অগ্ৰণী লোক। একক প্ৰচেষ্টাৰে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ নিজ ঘৰতে আৰম্ভ কৰি দানবীৰ সন্দিকৈ ডাঙৰীয়াৰ দানেৰে নিৰ্মিত আটক ধুনীয়া ঘৰটি ভূঞাদেৱৰ অৱদান। ই আছিল তেখেতৰ প্ৰাণৰ অনুষ্ঠান। সেই সময়ৰ কটনৰ বিভিন্ন জন-গোষ্ঠীৰ ছাত্ৰক ঘৰলৈ মাতি, ক'ত কেনেকৈ পুৰণি পুথি আছে তাৰ সন্ধেদ লোৱা, সেইবোৰৰ সন্ধেদ পালে অনোৱা আৰু সম্পাদন কৰা কাৰ্যই তেখেতক অসীম আনন্দ দিছিল। নিজেও য'লৈকে গৈছিল তাতো বৃদ্ধ লোকৰ পৰা এনে পুথি-পাজি, গীত-মাতৰ সন্ধেদ লৈছিল। বৰফুকনৰ গীত শহুবেকৰ ঘৰত ভকতৰাম মিস্ত্ৰীৰ পৰা শুনা। সাহিত্যৰ অন্যান্য দিশত ভূঞাদেৱৰ অৱদান থাকিলেও মুখ্যত: তেখেত বুৰঞ্জীবিদ। তেখেতৰ বুৰঞ্জী বিষয়ৰ ৰচনাৰ প্ৰশংসা গেইট, গৰ্ডন, ৱলস্‌লে আদিয়ে কৰি গৈছে। মোগল বিষয়ৰ ভালেমান নতুন তথ্য অসম বুৰঞ্জীৰ পৰা উদ্ধাৰ কৰি অসমীয়া পাঠকক অৱগত কৰিলে। ইয়াৰোপৰি মোগল-অসমৰ সংঘৰ্ষ, সন্ধি, সম্প্ৰীতিৰ ভালেমান তথ্য বাহিৰৰ পৰা সংগ্ৰহ কৰে। এনেদৰে সংগ্ৰহ কৰা সমলেৰে 'Annals of the Delhi Badshahate' নামৰ আপুৰুগীয়া গ্ৰন্থখন প্ৰণয়ন কৰে। অসমৰ বিষয়ে ভাৰতৰ বুৰঞ্জীবিদ সকলৰ দৃষ্টি আকৰ্ষণ কৰাত ভূঞাৰ ৰচনাৱলীয়ে সহায় কৰিলে।

ভূঞাদেৱৰ বিশেষ এটা স্বভাৱ আছিল। তেখেতৰ ঘৰলৈ কোনো আলহি আহিলে পঢ়া কোঠাৰপৰা ওলাই আহি আলহিলৈ চাই



কাষতে বহে আৰু আলহিৰ নাম-ধাম, শিক্ষাদিৰ কথা শোধে। তাৰ পাছত সেই অঞ্চলৰ বিজ্ঞলোকৰ অনুসন্ধান কৰে। এদিন এজন আলহিৰ 'হাওবড়া' উপাধিটোৰ বিষয়ে আঁতি-গুৰি মাৰি কোৱা নিজে শুনিছিলো। আন এদিন আবেলি তেখেতৰ ঘৰলৈ যাওঁতে মই হিন্দীত এম্ এ পাছ কৰা বুলি জানি কিবা লিখেঁানেকি জানিব বিছাৰিলে। ময়ো নিজ সামৰ্থ্যৰ কথা ক'লো। তাৰ পাছতে তেখেতে পঢ়া কোঠালৈ গ'ল আৰু হাতত 'ৰমণী গাভৰু' নামৰ কিতাপখন আনি মোৰ হাতত দি ক'লে 'ওপৰে ওপৰে চোৱাচোন'। চোৱা হ'লত এটা পেৰাগ্ৰাফ মুখে মুখে হিন্দীলৈ অনুবাদ কৰিবলৈ ক'লে। তাৰ পাছত সুধিলে 'এইখন হিন্দীলৈ অনুবাদ কৰিব পাৰিবানে'। উত্তৰত জনালো যে কিছুদিন সময় দিলে পাৰিম। তুমি কিতাপখন লৈ যোৱা আৰু এমাহৰ পাছত যি খিনি কৰিলা আনি দিবা। এই কামটো কৰিবলৈ কিছু-দিনৰ পৰা ইচ্ছা হৈছে।' এই আলোচনা হৈছিল ইং ১৯৬৪ চনৰ আহাৰ মাহৰ পহিলা তাৰিখে আৰু তেখেতে আমাক এৰি গ'ল সেই মাহৰ ২৯ তাৰিখে। তেখেতৰ আদেশ মতে মই দুটা অধ্যায় অনুবাদ কৰিছিলো। কিন্তু দেখুৱাব নোৱাৰাৰ দুখটো ৰৈ গ'ল।

এই গ্ৰন্থ হিন্দীলৈ অনুবাদ কৰোৱাৰ তেখেতৰ প্ৰবল ইচ্ছা সম্ভৱ এই কাৰণেই হৈছিল যে ইয়াৰ বিষয় বস্তুত অসম মোগলৰ বৈৰিতা আৰু মিত্ৰতাৰ কথা আছে। এগৰাকী অসম জীয়াৰীয়ে মোগল বোৱাৰী হৈও জন্মভূমিক কি দৰে ভাল পাইছিল তাৰো নিদৰ্শন আছে। এফালে দেশ-প্ৰেম আনফালে স্বামী-ভক্তি, এই দোমোজাত কিদৰে নিজ চিন্তা আৰু বুদ্ধিৰে মধ্যম পন্থা গ্ৰহণ কৰিব পাৰিছিল তাৰো বিবৰণ গ্ৰন্থত পোৱা যায়। উলিয়াই দিয়াৰ পাছতো অসমীয়া ছোৱালীৰ স্ব-দেশ আৰু স্বজাতিৰ প্ৰতি থকা স্নেহৰ কথাকে হিন্দীৰ মাধ্যমেৰে ভাৰতৰ বাকী ৰাজ্যৰ মানুহক জনোৱাৰ হেপাহ লেখকৰ আছিল।

স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দিনত অসম-মোগলৰ বিৰোধ প্ৰবল হয়। ১৬৬২ খৃ:ত অসম ল'বলৈ মিৰজুমলা আহে। ১৭ মাৰ্চ তাৰিখে

নবাবে গড়গাঁও অধিকাৰ কৰি তাত বাস কৰিবলৈ লয়। স্বৰ্গদেউ চৰাইদেউলৈ পলাই যায়। পাত্ৰ-মন্ত্ৰীসকলে যিকোনো উপায়েৰে কৰভাৰ পেচ্‌কচ্‌ দি হ'লেও শত্ৰুক আঁতৰোৱাৰ কথা ভাবিলে। স্বৰ্গদেউৱে মনৰ দুখতে ক'লে— 'পঠাওক, যদি নোৱাৰে মই নবালৈ যাম'। নৱাবৰ পেচ্‌কচত আছিল তিনি লাখ টকা, নব্বৈটা হাতী আৰু মহাৰাজৰ জী। (সাতসৰী অসম বুৰঞ্জীত ৫ লাখ বুলি আছে) স্বৰ্গদেৱৰ জী, মোমাই তামুলীৰ জী-নাতিনী নংচং গাভৰুক সেইমতে দিয়াটো হ'ল। ১৫৮৪ শকৰ মাঘ মাহত তিপামৰ ঘিলাধাৰী ঘাটত মোগলৰ লগত হোৱা সন্ধিমতে মাঘৰ ৪ তাৰিখ শনিবাৰে স্বৰ্গদেউৱে বন্দী-বেটী, আ-অলংকাৰেৰে নংচঙক উলিয়াই দিলে পাৎসাহৰ বেটালৈ। তেতিয়া তাই ছ-বছৰীয়া গাত কথা নলগা ছোৱালী। বিয়াৰ পাছত মোগল দৰবাৰত ৰমণীয়ে ৰহমত বান্নু নাম ল'লে।

চাৰি কুৰি পৃষ্ঠাৰ এই সৰু কিতাপখনত ভূঞা ডাঙৰীয়াই এফালে স্বদেশ প্ৰেমৰ মহান আদৰ্শ প্ৰতিষ্ঠা কৰিছে আৰু আনফাল আত্ম কলহ আৰু ক্ষমতাৰ খকে কেনেকৈ দেশ ধ্বংস কৰিব পাৰে তাৰো বৰ্ণনা দিছে। সেই কালত অসমৰ কাঁড়ী-পাইক আনকি পোহাৰীয়েও স্ব-দেশ প্ৰেমৰ দৃষ্টান্ত দাঙি ধৰে— 'স্বৰ্গদেউ তুমি ৰং আনন্দতহে মন দিলা' বুলি সাধাৰণ পোহাৰীৰ মুখত এই সত্য কথা শুনি স্বৰ্গদেৱে 'যাক ভাত খুৱালো তাৰ মুখত এই কথা নাপালো' বুলি দুখ কৰিলে। নিজৰ জীয়েকক বঙাললৈ দিব লগা হোৱাত স্বৰ্গদেৱে অসন্তোষ কৰা দেখি আতন বুঢ়াগোহাঁয় 'দেশস্থ প্ৰজা, গো-ব্ৰাহ্মণ, সাধু সকলো ৰক্ষা পৰক' বুলি সান্ত্বনা দিলে। চক্ৰধ্বজ সিংহৰ 'বঙালৰ অধীন হৈ থকাতকৈ মৰণেই যুগুত'। আকৌ লাচিতে গুৱাহাটী উদ্ধাৰ কৰাত 'মই এতিয়াহে সুখেৰে ভাত এগৰাহ খাব পাৰিছো' বোলা উক্তি দুটাত স্বদেশ প্ৰেমৰ চূড়ান্ত নিদৰ্শন আছে। ই অসমীয়াৰ বাবে বেদ বাণী। স্বদেশক বিক্ৰী কৰি নিজে ক্ষমতা লাভ কৰিব খোজা সকলৰ বাবেই আজি অসমৰ এই অৱস্থা। লালুক আৰু বদন এনে বিধৰ বিষয়া আছিল। আজমতাৰাই গুৱাহাটী ল'বলৈ চক্ৰান্ত কৰাত পাত্ৰ-মন্ত্ৰী সকলে 'আমি গুৱাহাটী এৰি নিদিওঁ' বুলি দৃঢ় হ'ল। কিন্তু দুষ্ট বুদ্ধিৰ লালুকে বিনাযুদ্ধে মোগলক গুৱাহাটী দি অসমৰ ৰজা হোৱাৰ লালসা কৰিলে 'মোক হ'লে মোগলে অসম ৰাজ্যৰ ৰজা পাতিব লাগিব' বুলি ককায়েক বাদুলিৰ জৰিয়তে কোৱালে।



দিল্লীৰ মুখাপেক্ষী হৈ নিজ দেশ বিদেশীক বিক্ৰী কৰা লালুকৰ কাৰ্যৰ পুনৰাবৃত্তি হ'ল। সিবাৰ লাচিতে হেৰোৱা ৰাজ্য ঘূৰাই আনিলে কিন্তু বদনে বিক্ৰী কৰা দেশ হ'লে ঘূৰি নাহিল। ১৮:৫ খৃঃত পূৰ্ণানন্দ সিংহৰ দিনত বদনে বগা বঙালক মাতি আনি বৰঘৰত সুমুৱালে। ৰমণী গাভৰুৰ দৰে পিজৌ গাভৰুৱেও পিতৃ বদনক দেশ বিক্ৰী নকৰাৰ পৰামৰ্শ দিছিল।

ক্ষমতাৰ খঁকে ব্যক্তি, দেশ, জাতিৰ সৰ্বনাশ কৰে। মানৰ দিনত চন্দ্ৰকান্তই কয় 'মই ৰজা হওঁ', পুৰন্দৰে কয় 'মইহে ৰজা হওঁ' ৰুচিনাথ বুঢ়াগোহাঁয়ে কলিকতালৈ গৈ কোম্পানীৰ চাহাবক ক'লেগৈ 'অসম ৰাজ্যৰ সৰ্ব নিয়ন্তা হৈছো মই', মালভোগ বৰগোহাঁয়েও চাহাবক জনালে 'বৰপাত্ৰ গোহাঁই আৰু বৰগোহাঁই ৰাজ্যৰ অধিকাৰী হ'ব নোৱাৰিলে কোন হ'ব পাৰে?' লালুকৰ ব্যক্তিস্বাৰ্থ আৰু বদনৰ প্ৰতিশোধ পৰায়ণতাৰ ফলত এশ পঁচিশ বছৰ অসম পৰাধীন হৈ আছিল। ৰমণী গাভৰু, পিজৌ গাভৰু, মূলা গাভৰু সতী জয়মতীয়ে দেশতকৈ স্বামী ডাঙৰ নহয় এই শিক্ষা দি গৈছে। যি দেশত পোহাৰীয়েও ৰাজনীতি জানে, ৰজাৰ অপকৰ্মক নিন্দা কৰিব পাৰে সেই দেশৰ আজি এই দুৰ্দশা। কালৰো কাল, বিপৰীত কাল। অসমীয়া গাভৰু ৰমণীৰ কাৰণেই অসমৰ যশস্যা, শৌৰ্য, বীৰ্য, পৰাক্ৰম আৰু দেশপ্ৰেমৰ কথা ভাৰতত বিদিত হ'ল।

গণ শত্ৰুক অসমে কোনো দিনেই ক্ষমা কৰা নাই। লালুক বদনকো নকৰিলে। কলিয়াবৰত লালুকে মহামন্ত্ৰী আতন বুঢ়াগোহাঁই আৰু ককায়েকক মৰোৱালে। জয়মতীকো অশেষ যাতনা দি মৰালে।

অসহ্য হৈ স্বদেশ প্ৰিয় ন-গঞা ভোটাই ডেকাই 'অসমৰ্থ ৰজাই দেশ ৰক্ষা কৰিব কেনেকৈ' বুলি লালুকক ঘৰতে মাৰিলে। বদনে মহা-মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইক আত্মহত্যা কৰিবলৈ বাধ্য কৰিলে। সেই বদনকো ৰূপ সিং বঙালে কাটিলে। ৰমণী গাভৰুত এনেবোৰ সোৱাদ লগা কথাই আছে।

লালুকে ককায়েক বাহুলিলৈ লিখিলে 'চাৰি লাখ টকা পালেই বিনাযুদ্ধে মোগলক গুৱাহাটী এৰি দিম'। ভায়েকৰ অদূৰদৰ্শিতাত বাহুলিয়ে আক্ষেপ কৰিলে— 'এই শৰাইঘাট দেৱৰো দুৰ্লভ। কি বুলি এৰিলি ? আপোনাৰ মৰ্যাদা আপুনি হেৰুৱালি।' ঘটনাৰ পৰিণতি আৰু অন্ধকাৰ ভৱিষ্যতৰ কথা উপলব্ধি কৰি লালুকৰ দুখ যেন শ্লোক হৈ ওলাল 'চুকাফাৰ দিনৰ পৰা এতিয়ালৈকে কোনেও নকৰা কাম কৰিলোঁ'।

গ্ৰন্থখনৰ সবাতোকৈ মহত্বপূৰ্ণ বিষয়টো হ'ল ৰমণীয়ে মোমায়েকলৈ লিখা চিঠিখন। ড° ভূঞাই ইয়াক ঐতিহাসিক দলিল বুলি কৈ এনে ঘটনা পৃথিৱীতে বিৰল বুলি মন্তব্য কৰিছে। ছ-বছৰীয়া ছোৱালী এজনী সুদূৰ মোগল দৰবাৰত গাভৰু হ'ল। ফাৰ্চী ভাষা শিকি সেই পৰিৱেশত মিলি স্বামী কুলৰ হিত চিন্তা কৰি ভৱিষ্যত পটেশ্বৰী হোৱাৰ আশা হ'ল। উনৈশ বছৰৰ ভিতৰত তাইৰ সৈতে পিতৃ পৰিয়াল, ইষ্ট কুটুম্ব আনকি অসমৰ কোনো লোকৰ সম্পৰ্ক নাছিল। চকুৰ আঁতৰ হ'লেও মনৰ আঁতৰ নোহোৱা ৰমণীয়ে জন্মভূমি অসমৰ প্ৰতি দেখুওৱা স্নেহৰ দ্বিতীয় উদাহৰণ দিবলৈ নাই। এফালে জননী জন্মভূমি, আনফালে স্বামীৰ সুখ-সমৃদ্ধি আৰু খ্যাতি। এই দুই কুল ৰক্ষা কৰি গাভৰুৱে যি কৌশল আৰু সাহসেৰে নিজ জন্মভূমি ৰক্ষা কৰাত গুৰুত্ব দিলে সিয়েই গ্ৰন্থখনৰ মূল্য বঢ়ালে। অসমৰ কটকী মাধৱ চৰণ আৰু যদুনন্দনক আজমতাৰাই বন্দী কৰা খবৰটো বিশ্বাসী লিগিৰা মইনাই দিয়াৰ লগে লগে তাইৰ অন্তৰত অসমীয়াত্ব ভাব জাগি উঠিল আৰু তেওঁলোকক মুক্তি দিয়াৰ বাবে স্বামীক মিনতি কৰিলে। ৰমণী



জীয়াই থাকোঁতে অসমৰ কটকীৰ এনে অৱস্থা সহ্য কৰিব নোৱাৰিলে।

মোমায়েক লালুকে বিনাযুদ্ধে গুৱাহাটী মোগলক দিব বুলি জানি ৰমণীয়ে তৎক্ষণাত জনালে 'মইনা গৈ নাপায় মানে এনে অশোভনীয় কাম কদাচিতো নকৰিবা'। এনে গৰ্হিত কাম কৰিবলৈ স্বৰ্গদেৱৰ জী আৰু লাচিতৰ ভাগিনীয়েকে দিয়ে কেনেকৈ ? চিঠিত গোপন কথা লিখাও সমস্যা। সেয়ে ঠাৰে-চিয়াঁৰে লিখি মইনাক পঠাই মুখেৰে সকলো কোৱালে 'সাৱধান মোমাই। মোগলী ফন্দিৰ তলা-নলাৰ সন্তেদ মইহে পাওঁ। অসম আইৰ বুকুৰ আগ মঙহ দুখৰি বঙালক দলিয়াই দিয়াৰ কথা সপোনতো নাভাবিবা। দেশখন ধোবাৰ পাট হ'ব। আমাৰ পৰিয়ালৰ কু-যশ চিৰকাললৈ ৰৈ যাব'। চিঠিখন ভূঞাদেৱে ফাৰ্চীৰ পৰা অনুবাদ কৰাইছে। এই গোপন চিঠিখন স্বামী আজমতাৰাই পোৱা হ'লে ৰমণীৰ এনে দুঃসাহসিক কাৰ্যৰ পৰা হ'ব পৰা পৰিণতি বুজাবৰ কাৰণে ভূঞাদেৱে কাল্পনিক কথোপকথনৰ অৱতাৰণা কৰিছে। ই পাঠকৰ মনত কৌতূহল জগাইছে।

এইবোৰৰ বাদেও ৰমণী গাভৰুত চিকাৰ, ৰজাঘৰীয়া কথা, কটকীৰ যাতায়াত, উপহাৰ সামগ্ৰী, ৰহস্য পত্ৰ, স্বৰ্গদেৱ, মন্ত্ৰী, বিষয়া আৰু অসমীয়া প্ৰজাৰ স্বাধীন মনোভাৱ, সন্ধি, যুদ্ধাদিৰ কথাও আছে। অসম জীয়ৰীৰ ৰূপ-গুণ, বিবেচনা, সু-বুদ্ধি, কৰ্তব্যনিষ্ঠা ভাষা জ্ঞান, ধৰ্ম আৰু পৰিৱেশৰ বৰ্ণনাও আছে।

ইত্যাদি কাৰণত সূৰ্যকুমাৰ ভূঞাৰ ৰমণী গাভৰুৰ বিশেষ মূল্য আছে। লেখকে নিজেও ইয়াক আদৰ কৰিছিল যেন লাগে। এই গৰাকী সু-বুদ্ধি সম্পন্না, দেশ-প্ৰেমী অসম জীয়াৰীৰ কথা পৃথিৱীৰ সকলো দেশৰ নাৰীৰ বাবে আদৰ্শ স্বৰূপ। সেয়ে ভূঞাদেৱে হিন্দী মাধ্যমেৰে ভাৰতৰ বাকী ৰাজ্যৰ লোককো ৰমণীৰ ৰমণীয় কথাবোৰ জনোৱাৰ অন্তিম ইচ্ছা পোষণ কৰিছিল।

# পত্নীৰ দৃষ্টিত স্বামী ঃ ডক্টৰ সূৰ্যকুমাৰ ভূঞা

লক্ষেশ্বৰী ভূঞা

সাতচল্লিশ বছৰীয়া বিবাহিত জীৱনৰ সুদীৰ্ঘ কালছোৱাৰ কথা সুঁৱৰিবলৈ চেষ্টা কৰাটো মোৰ পক্ষে অতি বেদনাদায়ক। লেখাৰ ধৰণ-কৰণত মই অনভিজ্ঞ, ভাৱৰ খেলি-মেলিত যে সকলো কথা খৰছি মাৰি প্ৰকাশ কৰিব পাৰিম সিও টান। তথাপি 'অসম বাতৰি'ৰ সম্পাদকৰ অনুৰোধত আজি হাতত কলম ল'লো—কঠোৰ দৃঢ়তাৰে জীৱনৰ গতি পৰিচালনা কৰা কৰ্মযোগী আৰু শিশু-সুলভ আলসুৱা মনৰ ভাৱপ্ৰৱণ কবি পণ্ডিত মোৰ স্বামী ড° ভূঞাৰ বিষয়ে লিখিবলৈ।

অসমৰ এচুকত থকা লক্ষীমপুৰত ১৯১৭ চনৰ ১৪ ফেব্ৰুৱাৰীত আমাৰ বিয়াৰ সময়ত মোৰ বয়স আছিল ১৫ বছৰ। স্বামীৰ পাণ্ডিত্যৰ প্ৰতিভা তেতিয়া প্ৰকাশ পাবলৈ আৰম্ভ হৈছিল। এইজনা মানুহৰ প্ৰতি মোৰ কৰ্তব্য কি, কেনেকৈ মোৰ জীৱন খাপ খুৱাই চলিব লাগিব তাকে ভাবিয়েই মোৰ ভয় লাগিছিল। কিন্তু তেখেতৰ মৰম চেনেহৰ আশ্ৰয়ত মোৰ মনৰ সকলো সংশয় দূৰ হৈছিল আৰু লাহে লাহে মোৰ দায়িত্ববোৰ সহজভাৱে ল'বলৈ শিকিছিলো। আমাৰ বিয়াৰ পিছদিনা এখন কবিতাৰ পুথি হাতত তুলি দি তেখেতে ক'লে, 'লোৱা, এইয়ে তোমাৰ সম্পত্তি।' ময়ো সাবোগত কৰি তাক মোৰ শিৰত তুলি লৈ ক'লো, 'এয়ে মোৰ জীৱনৰ প্ৰথম নিৰ্মালি।' সেয়ে কিতাপখনৰ নাম দিলে নিৰ্মালি। তাৰ উছৰ্গা কবিতাটি সেইদিনাই লেখি শেষ কৰি মোক ওচৰত বহুৱাই পঢ়ি শুনালে আৰু ক'লে, 'মোৰ মা নাই, যিমান মৰম পাব লাগিছিল সিমানখিনি আশা নকৰি চলিবা। এই সংসাৰত তুমি আৰু মইহে।' পৰিয়ালৰ সকলোৱে তেখেতক অন্তৰেৰে মৰম আৰু শ্ৰদ্ধা কৰিছিল, ময়ো সকলোৰে যথেষ্ট আদৰ পাইছিলো।



তথাপি যেন তেখেতে সদায় মন মাৰি আছিল। ভয় খালো কিজানিবা কিবা জগৰেই লগালো। সেইকাৰণে এদিন সুধিলো বিষাদৰ কাৰণ কি। চলচলীয়া চকুৰে তেখেতে ক'লে 'মোৰ যে মা নাই।' মই নিৰুত্তৰ হ'লো। সকলো ফালৰ পৰা কৃতকাৰ্য হোৱা স্বামীৰ মাতৃস্নেহ-বঞ্চিত মনৰ দুখেই হয়তো তেখেতক শিশুৰ দৰে মৰম-আকলুৱা কৰি ৰাখি-ছিল শেষলৈকে। সেয়েহে তেখেত অলপ মৰমতে আপ্লুত হৈছিল আৰু অলপ অনাদৰতে হৈছিল আহত। কোমল মনৰ মানুহৰ গতি-বিধি বুজা টান। তেখেতে নিজেই কৈছে 'কবিৰ অন্তৰখনি আলসুৱা অতি, তাত তুমি নিদিবা যাতনা' —আৰু সেয়ে আছিল মোৰ জীৱনৰ ব্ৰত।

মোৰ স্বামীৰ জীৱনৰ লক্ষ্য যেনেকৈ সুনিৰ্দিষ্ট আছিল তেনেকৈ দৈনন্দিন কামবোৰো আছিল সুপৰিচালিত। খোৱা-পিন্ধাত অকণো সময় নষ্ট কৰাটো পছন্দ নকৰিছিল। গা ধুবলৈ সোমালেই ভাত ঠিক কৰা, ভাত খাবলৈ লওঁতে বিচনাৰ ওপৰত ৰুমাল মোজাৰ পৰা ঘড়ী ফাউন্‌টেন্‌পেনলৈকে সকলো বস্তু সজাই থ'ব লাগিব। কামৰ পৰা উভতি আহিলেও এজনে সকলো সামৰিব লাগে, খোৱাত জুতি বিচাৰিছিল খুব। তৰকাৰীৰ জুতি নুঠিলে খং উঠিছিল ভালকৈয়ে। চৌখিন খোৱাত ৰাপ নাছিল, শাক মাছেই ভাল পাইছিল, কিন্তু তেখেতৰ মতে বন্ধা বঢ়া বা আন সকলো কামতে প্ৰাণ থাকিব লাগে। খোৱা-পিন্ধাৰ সময়ত মোক বা জীয়াৰী-বোৱাৰীহঁতক বিচৰাটো তেখে-তৰ আব্দাৰ আছিল, আৰু আমিও ইয়াৰ অন্যথা হ'ব নিদিছিলো। বহুত কাম তেখেতৰ ইঙ্গিত মতে কৰিব লাগিছিল, তেখেতে কোৱা কথাটো বুজি নাপালেও দুবাৰ সুধিবলৈ সাহ নহৈছিল। যি শুনো তাকে বুজিয়েই কাম কৰোঁ ঃ 'প' আখৰটো শুনি পানী, পাঞ্জাবী আৰু পাম্প চু আৰু 'ক' আখৰটো শুনি কলম, কটাৰী আৰু কামিজ লৈ যাওঁ।

কৰ্মৰত ড° ভূঞা এজন সম্পূৰ্ণ বেলেগ মানুহ। আমি সকলো সজাগ থাকিব লাগে, ল'ৰা-ছোৱালীয়ে গণ্ডগোল কৰিব নোৱাৰে.

সময় বুজি খোৱাৰ যোগান ধৰিব লাগে। খাবলৈ মাতিলেও খং উঠে, নামাতিলেও দুখ পায়। নিজৰ ভোক লাগিলেও গম ধৰিব নোৱৰা মানুহজনে কিন্তু তেখেতৰ কামত সহায় কৰা সকলৰ খোৱাৰ প্ৰতি বিশেষ চকু দিছিল। গৰম, মহৰ কামোৰ একোৱেই তেখেতক বিচলিত কৰিব নোৱাৰিছিল, অচল-অটল মন লৈ কাম কৰি যোৱাই তেখেতক দেখিলো আৰম্ভণিৰে পৰা শেষলৈকে।

হাতত যেতিয়া কাম অলপ কম থাকে তেতিয়া তেখেত একেবাৰে ল'ৰা মানুহৰ দৰে হয়। হয়তো হঠাতে মোক ক'ব, 'তুমি ফুৰিবলৈ নোযোৱানে?' বৰকৈ ঘূৰি ফুৰা ভাল নোপোৱা মানুহজন হঠাৎ বা সদয় হ'ল কিয়? মই ভাবোঁ আৰুময়ো ওলাই যাওঁ সুবিধা পাই। উভতি আহি দেখোঁ ঘৰ ওলট-পালট, আলমাৰী বিছনা টানি ইঠাইৰ পৰা সিঠাই কৰি থৈছে। নতুনত্ব প্ৰিয় আছিল তেখেতৰ মন। আমি কিবা ক'লে কয়, 'নতুন কিছু কৰ, নতুন কিছু কৰ, কিছুই যদি কৰতে না পাৰ বৌকে ধৰে মাৰ।' ছাবি বাহিৰত দেখিলেই লুকাই থ'ব। মই বিচাৰি ভাগৰি যাওঁ, খঙো উঠে। ৰাতি সকলোৱে শুনাকৈ কওঁ আজি বান্ধনি ঘৰ খোলা থাকিল। চোৰে সকলো বস্তু সৰকাব। তেতিয়াহে তেখেতে মাত দিব, 'মই দেখি আহিছো তোমাৰ ছাবি আঠুৱাৰ ওপৰত শুই আছে।'

তেখেতৰ হাস্যৰসৰ জ্ঞান আছিল অতি তীব্ৰ। কথাই কথাই ৰস লগোৱা, খুহুটীয়া কথা কোৱা তেখেতৰ অভ্যাস। নাতি কেইটিক মিছা কথা কৈ ধেমালি কৰি জোকাব, সিহঁতে যদি 'ক'ক (ককা-দেউতা) মিছলীয়া' বুলি কয় তেতিয়া ক'ব, 'ঈশ্বৰে মোক দিনে পাঁচোটা মিছা ক'বলৈ অনুমতি দিছে—মই ইমানপৰে তিনিটাহে কৈছো।' কথাটো যেতিয়া মিছাকৈ সাজি ক'ব তেতিয়া কিন্তু কোনেও ধৰিব নোৱাৰে, সকলোকে জোকাই যেতিয়া শিশুৰ দৰে হাঁহিটো মাৰিব তেতিয়াহে ধৰিব পাৰোঁ আচল কথাটো। এই সৰল আনন্দ-বোৱেই তেখেতৰ মনটো লঘু কৰি ৰাখিছিল। শাৰীৰিক আৰাম তেখেতৰ বৰ প্ৰিয় আছিল। ছোৱালী কেইটি বা সিহঁতৰ লগৰ



কোনোবা আহিলে ক'ব 'চাওঁ মা তোমাৰ হাতখন; তোমাৰ নখ-কেইটা বৰ ধুনীয়া, হাতখন বৰ কোমল। দিয়াচোন হাতখন ফুৰাই মোৰ মূৰটোত।' সেইখিনি সময়ত তেওঁলোকক পঢ়া-শুনা পৰিয়াল স্বজনৰ বিষয়ে সকলো সুধিব। কেতিয়াবা তেওঁলোকৰ বংশ পৰিয়ালৰ আঁতিগুৰি খৰছি মাৰি মোৰ স্বামীয়েহে বুজাই দিয়ে।

আমাৰ ঘৰৰ কামকৰা ল'ৰা কেইটাই আজৰি সময়ত তেখেতক বিছে বা ভৰি পিটিকি দিয়ে। তেতিয়া সুধি সুধি সিহঁতৰ সুখ-দুখ, ঘৰুৱা সমস্যা, পৰিয়ালবৰ্গৰ বিষয়ে সকলো জানি ল'ব আৰু পাৰিলে কিছু সমস্যা সমাধানত সহায়ো কৰিব। তেখেতৰ ব্যৱহাৰত ধনী-দুখীয়া উচ্চ-নীচ, ধৰ্ম-বিধৰ্মৰ বাচ-বিচাৰ নাছিল, কিয়নো তেখেতৰ মতে মানুহৰ শ্ৰেণী দুটাহে—ভাল মানুহ আৰু বেয়া মানুহ। আমাৰ ঘৰলৈ হাজিৰা কাম কৰিবলৈ অহা বোন্দাৰ ধনী ককাইক, পাচী খৰাহী বেচিবলৈ অহা গাড়ীগাঁৱৰ জাহাঙ্গীৰ ফকিৰক তেখেতে অকল মৰমেই নকৰিছিল, তেওঁলোকৰ গুণ আৰু জ্ঞানৰ বাবে সন্মানো কৰিছিল। তেখেতৰ গুৰুভক্তিও আছিল আদৰ্শনীয়। মঙ্গলদৈৰ ধনাই বৰা তেখেতৰ সৰু কালৰ শিক্ষক। এই শিক্ষকজনা আহিলে সেৱাটি কৰি, ভক্তিভাৱে যিহে সেৱা সৎকাৰ কৰিব সেই পৱিত্ৰ দৃশ্য মোৰ চকুত এতিয়াও ভাহি আছে।

ডেকা কালছোৱাত খোজকাঢ়ি পাহাৰ বগাই চিকাৰ কৰা তেখেতৰ বৰ প্ৰিয় আছিল। প্ৰতি দেওবাৰে ধলপুৱাতে উঠি বামুণীমৈদাম, বা বোন্দাৰ ফালে গৈ হাঁহ, মূৰ্গী চিকাৰ কৰি অনা বা চাইকেলত উঠি পিঠিত বন্দুক বান্ধি ছয়গাওঁ-বকোৰ ফালে গৈ বৰ ভাল পাইছিল। এই কামত তেখেতৰ সঙ্গী আছিল ব্যাৰিষ্টাৰ উপেন বেজবৰুৱা, স্বৰ্গীয় প্ৰফেচাৰ আৰ্. টমাছ আৰু স্বৰ্গীয় প্ৰিন্সিপাল ৰবাৰ্টচ্। ১৯২৩ চনত উত্তৰ গুৱাহাটীৰ ফালে গৈ তেখেতে এটা ৮ ফুট ৯ ইঞ্চিৰ বাঘ চিকাৰ কৰি লৈ আহিছিল। বন্ধ পালে ল'ৰা-ছোৱালীক লৈ ওলাই যায়। মুকলি পথাৰত বহি চাহ খাই বা কাষৰ গাঁৱত ঘূৰি-পকি, গাঁৱৰ মানুহৰ

লগত কথা পাতি তেখেতে বৰ সুখ পাইছিল। তেখেত সূক্ষ্ম অনুভূতি সম্পন্ন আছিল। ইমান ব্যস্ততাৰ মাজতো মানুহৰ সুখ-দুখ সহজে উপলব্ধি কৰিব পাৰিছিল। তেখেতক আনে কৰি দিয়া সামান্য সহায়, মৰম কৰি দিয়া সামান্য উপহাৰকণে ইমান আনন্দ দিছিল যে তাকে প্ৰায় সুৰঁৰি থাকিব। নিজে গুণী আছিল বুলিয়েই হয়তো তেখেতৰ ওচৰত গুণীয়ে সদায়ে সমাদৰ পাইছিল। মনত কোনো কঠোৰ কামৰ সংকল্প লৈ তেখেতৰ ওচৰত সহায়, উপদেশ বা উদ্‌গনিৰ কাৰণে অহা-সকলক বিমুখ কৰি নপঠিয়াইছিল। কলেজত কাম কৰা কালত মেধাবী ছাত্ৰসকলক ঘৰলৈ মাতি আনি মৰম কৰি পঢ়াশুনাত সহায় কৰিছিল। তেওঁলোকক পুত্ৰৰ দৰে চেনেহ কৰাটো মোৰ পৰাও বিচাৰিছিল। কাৰোবাৰ ভাল হাতৰ আখৰ দেখিলে মাতি আনি বুৰঞ্জী বা তেখেতৰ কিতাপ কপি কৰাই লৈছিল। এনেকৈয়ে যাক যেনেকৈ পাৰে মৰম আৰু সহায় কৰিছিল।

মোৰ স্বামীৰ জীৱনৰ দৃষ্টিভঙ্গী, আদৰ্শ আৰু গতি প্ৰভাৱান্বিত হৈছিল মাতৃভূমিৰ প্ৰতি থকা তেখেতৰ গভীৰ প্ৰেমৰ দ্বাৰা। অসম আৰু অসমীয়া অসমৰ ভাষা-বুৰঞ্জী, অসমৰ কৃষ্টি-সংস্কৃতিৰ পোহৰে যেন দেশজুৰি পোহৰাব, এয়ে আছিল তেখেতৰ জীৱনৰ ব্ৰত। এই অসম প্ৰেমত ঠিক সীমাৱদ্ধতা বা স্বাৰ্থ অভিলাষ নাছিল। হয়তো মাতৃহীন হৃদয়ৰ গভীৰ কোণত লুকাই থকা মাতৃস্নেহ বিলীন হৈ গৈছিল অসম-প্ৰেমত। এদিন জীয়েকে কৈছিল, 'দেউতা, তই যদি বুৰঞ্জী সোপা নাঘাটি কবিতাকে লেখি গলিহেঁতেন তেন্তে তোৰ খ্যাতি হয়তো বহুত বাঢ়িল-হেঁতেন।' কথাই কথাই কবিতা লেখা তেখেতৰ অভ্যাস কবিতা যেন তেখেতৰ মনৰ ভাৱবোৰৰ স্বতঃস্ফূৰ্ত প্ৰকাশ। তেখেতে উত্তৰত কৈছিল, 'হয়তো হ'লহেঁতেন, কিন্তু ঈশ্বৰে যেতিয়া মোক সুধিব মাতৃ-ভূমিৰ কি কৰিলো, তেতিয়া কি কৈফিয়ৎ দিম ?'

অসমৰ অতীতক উদ্ধাৰ কৰিবলৈ তেখেতৰ অনুসন্ধিৎসু মন সদায়ে সজাগ। বিয়াৰ পিছত এদিন তেখেতক কলো আমাৰ লক্ষীমপুৰত থকা হাতী-মাউতজনে গোৱা গীতবোৰৰ কথা। তাকে শুনি হাতী-মাউতজনক লগ ধৰি গীতবোৰ টুকি ৰাইজৰ আগত সজাই-পৰাই প্ৰকাশ কৰিলে 'বৰফুকনৰ গীত'ত। হিষ্টৰিকেল এণ্ড এন্টিকোৱাৰিয়ান বিভাগ-টোৰ আৰম্ভণিও অতি সামান্য আৰু নীৰৱ। শ্ৰীমাধৱ চন্দ্ৰ বৰুৱাক সহকাৰী হিচাপে লৈ আমাৰ থকা ঘৰৰ এটা সৰু কোঠাত বুৰঞ্জী সংগ্ৰহ আৰু সম্পাদনাৰ কাম আৰম্ভ কৰে। এই নীৰৱ প্ৰচেষ্টাই এদিন ফলৱতী হৈ আজিৰ পুৰাতত্ত্ব বিভাগৰ আকাৰ লাভ কৰিলে। নিজৰ কামৰ ঢোল কোবোৱাটো তেখেতে বেয়া পাইছিল। 'মই' শব্দটো বেছিকৈ ব্যৱহাৰ কৰিলে কৈছিল 'সকলো মই-ময় হ'ল।' মনত থকা আশা বা কল্পনা কাৰ্যকৰী ৰূপ নোলোৱাকৈ প্ৰকাশ নকৰিছিল। এবাৰ নিজৰ কিতাপ বহু পৰিশ্ৰম আৰু সাৱধানে বান্ধি ক'ৰবালৈ পাৰ্চেল কৰিছে। ইমান পৰিশ্ৰম কৰা দেখি মই বেয়া পাইছিলো। সোধাত ক'লে, শ্বিলঙলৈ পঠিয়াইছে হেনো। মই ক'লো ইমান কষ্ট কৰাতকৈ মানুহ এজনৰ হাতত পঠিয়াই দিলেই হয় দেখোন। উত্তৰত হাঁহি এটা মাৰিলে, হাঁহিটো দেখি মোৰ সন্দেহ হ'ল, কিন্তু একো নক'লো।

কিছুদিনৰ পিছত চিঞৰি চিঞৰি ৰান্ধনি ঘৰ সোমালহি। 'হেৰা। হেৰা, শুনিছানে ? লণ্ডন বিশ্ববিদ্যালয়ে ডি. লিট্. দিলে। সেই কিতাপ-বোৰ, তাৰ কাৰণেই পঠিয়াইছিলো।' ১৯৩৮ চনত যেতিয়া বিলাতত তেখেতে পি. এইচ্. ডি. পায়, তেতিয়া বহু সংখ্যক ছাত্ৰৰ মাজত মাত্ৰ এজনে পাইছিল ডি. লিট্.। আৰু তেতিয়াৰে পৰা সংকল্প কৰিছিল এই সন্মান এদিন নিজে লাভ কৰিব বুলি। ১৯৫১ চনত ৫৭ বছৰ বয়সত ইয়াৰ পৰাই নীৰৱে চেষ্টা কৰি তেখেতে সেই আশা পূৰণ কৰিলে।

শেষলৈকে যেতিয়া ভগ্নস্বাস্থ্য লৈয়ো লেখা-পঢ়া কামত ব্যস্ত থাকে তেতিয়া আমি বাধা দিলে কয়, 'বহুত কাম শেষ কৰিব লাগিব', 'কাম কৰা মোৰ অভ্যাস', 'কাম নকৰিলে জীয়াই থকাৰ কৈফিয়ৎ দিবলৈ নাথাকে।' হাতেৰে লেখিবলৈ টান পায় ; সেই কাৰণে দিনটো টাইপ

কৰে। ৪ জুলাই তাৰিখেও পাঁচ বজালৈকে টাইপ কৰি সকলো ঠিক কৰি থ'লে। টেবুলত কোনো আধা কৰা কামৰ, আধা লিখা কাগজৰ চিন নাপালো। পৰিপাটিকৈ সজাই থোৱা টেবুলখন, নম্বৰ লগোৱা ফাইলবোৰ, পঢ়ি পঢ়ি ৰঙা পেঞ্চিলেৰে দাগ দি থৈ যোৱা কিতাপবোৰ তেখেতৰ প্ৰতীক হিচাপে বৈ গ'ল আমাৰ মাজত।

তীক্ষ্ণবুদ্ধিৰ কৰ্মব্যস্ত মানুহৰ স্বভাৱৰ উগ্ৰতা স্বাভাৱিক। খং আছিল তেখেতৰ খুব, কিন্তু কোনোদিন বেয়া শব্দ বা ভাষা ব্যৱহাৰ নকৰিছিল। অতি খঙত পৰা তেখেতৰ গালি হ'ল — 'কানীয়া', কিয়নো এলাহ তেখেতে মনে প্ৰাণে ঘৃণা কৰিছিল। কোনো কাম পিছত কৰিম বুলি ক'লে ক'ব, 'কৰিমগঞ্জত গ'ল' নহ'লে 'গ্ৰেহেম বজাৰৰ লেহেম মানুহ'। তেখেতে নিজেই লেখি থৈ গৈছে, 'মোৰ বাবে মন্দিৰত ভগৱান নাই, য'ত কৰ্মৰ সৰ্বব্যাপী আহ্বান নাই।' তেখেতে কৰ্মকে ধৰ্ম হিচাপে গ্ৰহণ কৰিছিল।

বৌদ্ধ সাহিত্য চৰ্চা কৰিবলৈ লোৱাৰে পৰা তেখেতৰ জীৱনলৈ পৰিৱৰ্তন আহিল। স্বভাৱৰ উগ্ৰতা কমি সাম্য শান্ত ভাৱ প্ৰকাশ পালে। এই সময়ত শিক্ষাবিদ, বুৰঞ্জীবিদ, সাহিত্যপ্ৰেমী আৰু ছাত্ৰ-সকলৰ বাহিৰেও আমাৰ ঘৰলৈ বৌদ্ধ ভিক্ষুসকলৰ সমাগম আৰম্ভ হ'ল। ভিক্ষুসকলৰ প্ৰতি স্বামীৰ ভক্তি আৰু বিনয় দেখি আমিও তেখেতসকলক শ্ৰদ্ধা-ভক্তিৰে মান্য অতিথি ৰূপে ৰাখিবলৈ শিকিলো। এতিয়াও ভিক্ষুসকলে আমাৰ ঘৰখনক পৰম বন্ধু হিচাপে মৰম-চেনেহ কৰি আছে। মোৰ স্বামীয়ে নাম-ঘোষা শুনিও বৰ ভাল পাইছিল। পুৱা ৰেডিঅ'ৰ নাম প্ৰসঙ্গ শুনা, কোনোবা গাব জনা ভাল মানুহ আহিলে বহুৱাই নাম গাবলৈ দিয়া তেখেতৰ অভ্যাস। মোকো প্ৰায়ে গোপিনী-কীৰ্তন পাতিবলৈ কৈছিল।

কোনো কাম এৰা-ধৰাকৈ কৰাটো তেখেতে একেবাৰে পছন্দ নকৰিছিল। বেজীটো থোৱাৰে পৰা কিতাপ কপি কৰালৈকে সকলো কামৰ এটা প্ৰথা আছিল। এই প্ৰথা নিজে যেনেকৈ মানি চলিছিল,



আনে মানি চলাটোও বিচাৰিছিল। অন্যথা হ'লে ক'ব, 'ৰেল লাইনৰ পৰা বাগৰি পৰিল।' তেখেতে পঢ়ি যোৱা কিতাপবোৰ চাবলগীয়া। কথা-গুৰু-চৰিতৰ পৰা ইংৰাজী সাহিত্য, বুৰঞ্জীলৈকে কিতাপবোৰ মেলিলেই দেখা যায়, কাষত লেখা অৰ্থ, ৰঙা পেঞ্চিলৰ দাগ; পুৱা খবৰ কাগজখন পঢ়ি বিশেষ খবৰ পালে ৰঙা পেঞ্চিলেৰে দাগ দি আমাক দেখুৱাব, ভাল কিতাপ পালে আনি মোক দিবহি পঢ়িবলৈ। এবাৰ মই ক'লো 'চকুটোৱে আহুকাল কৰিছে। সৰু আখৰৰ কিতাপ পঢ়িবলৈ আমনি পাওঁ।' কেইদিনমানৰ পিছত প্ৰায় চল্লিশখনমান ডাঙৰ আখৰৰ ছপা পৌৰাণিক কিতাপ আনি দিলে মোক পঢ়িবলৈ।

মোৰ স্বামী নিজ কৰ্তব্য সাধনাতে ক্ৰমান্বয়ে ব্যস্ত হৈ পৰিল। তাৰ বাবে হয়তো ল'ৰা-ছোৱালী বা নিজ পৰিয়ালক কেতিয়াবা আও-কাণ কৰিছিল। কিন্তু তেখেতৰ কোমল অন্তৰে অন্যায় অধৰ্ম দেখিলে বৰ দুখ পাইছিল। গভীৰ বেদনাৰে কৈছিল, এইবোৰ চাবলৈ আমি নথকাই ভাল। মনত দুখ পালে লেখা-পঢ়াৰ কামত নিজকে ব্যস্ত ৰাখি কৈছিল, 'সুখ আৰু শান্তি ইয়াতে আছে, কিয়নো এই কামটো মই নিজে কৰিব পাৰোঁ; মোৰ এই কাম কৰিব পৰা শক্তি মই নিজে নেহেৰুৱালে মোৰ পৰা কোনেও কাঢ়ি নিব নোৱাৰে।'

মোৰ স্বামীৰ পাণ্ডিত্য বা অৱদানৰ সমালোচনা কৰিবলৈ মই অক্ষম। মই মাথো দেখিছিলো এখন কিতাপ প্ৰকাশ কৰিবলৈ তেখেতে কৰা অক্লান্ত পৰিশ্ৰম। ঘণ্টাৰ পিছত ঘণ্টা ধৰি কৰা অধ্যয়ন, টাইপ কৰা, প্ৰেছৰ প্ৰুফ চোৱা, সকলো কাম কৰোঁতে যেন তেখেতৰ মূৰৰ ওপৰেদি এটা প্ৰচণ্ড ধুমুহা বৈ গৈছিল। এই কামত যি কেইজনৰ পৰা সহায় পায় তেওঁলোকক সুঁৱৰি সুঁৱৰি আশীৰ্বাদ কৰে। তেখেতৰ কিতাপখনে যেতিয়া ৰাইজৰ সমাদৰ পায়, অসমৰ কথা প্ৰচাৰ কৰে বাহিৰত, তেতিয়া যেন মনত নতুন প্ৰেৰণা আৰু উৎসাহ পাইছিল। ক্ৰমান্বয়ে হ্ৰাস পাই অহা শাৰীৰিক শক্তি লৈয়ো ৰাইজৰ আদৰ আৰু উদগনিয়ে তেখেতক শক্তি যোগাইছিল, অসম চৰকাৰৰ হৈ

'অসম বুৰঞ্জী' সম্পাদনা' আৰু 'হিল ইউনিভাৰ্চিটি কমিচনৰ' সভ্য-পদৰ দায়িত্ব ল'বলৈ। পৰ্বত-ভৈয়ামৰ মৈত্ৰী স্থাপনৰ ভেটি সুদৃঢ় কৰাত অকণমান বৰঙণি দিব পাৰিব বুলিয়েই তেখেতে এই কমিচনত যোগ দিছিল।

৪ জুলাই। অতিপাত গৰম। মানুহজনৰ গাৰ জোল বৈ গৈছে তথাপিও কাম কৰিয়ে আছে সন্ধিয়া পাঁচ বজালৈ। শেষ কাম, শেষ চিঠি লেখিলে হিল ইউনিভাৰ্চিটিৰ বিষয়ে তেখেতৰ মতামত জনাই। তাৰ মাজতে শুঁৱৰি এবাৰ মোক ক'লে, 'আজি ৪ জুলাই। ১৯১৮ চনৰ ৪ জুলাইত মই কটন কলেজত সোমাইছিলো।' দিনটোৰ পৰিশ্ৰমৰ পিছত গধূলি ৰং-ধেমালি কৰিলে, জী-জোঁৱাই নাতি-পুতিক লৈ নগাঁৱলৈ যাবলৈ বুলি জোঁৱায়েকক গাড়ীখনো খুজিলে। কিন্তু সেই ৰাতিয়ে কালৰাতি হিচাপে আমাৰ যুটীয়া জীৱনৰ চাৰিটা যুগৰ সমাপ্তি ঘটিল।

৫ জুলাইৰ পুৱা মিশ্যন হস্পিতাললৈ যাবলৈ বিচাৰি মোক ক'লে, 'তুমিও মোৰ লগত থাকিবানে?' শেষ অৱস্থাতো তেখেতৰ বুদ্ধিৰ তীক্ষ্ণতা আৰু মনৰ সজাগতা যেন ম্লান হোৱা নাছিল। ওপৰত থকা সকলোকে মৰম আশীৰ্বাদ কৰিলে, দূৰত থকা ল'ৰাকেইটিৰ খবৰ ল'লে। ওচৰত লাগি থকা মিচ চুডাৰমেনক ক'লে, তোমাকে লৈ মোৰ ছোৱালী চাৰিজনী। 'হাউচবয়' দুজনকো গালে মুখে হাত ফুৰাই মৰম কৰিলে, এজনৰ ঘড়ীৰ সময় চালে, তাৰ পিছত প্ৰসন্নভাৱে পৰম শান্তিৰে বিদায় ল'লে। হয়তো তেখেতে সদায় মনত ৰাখি থোৱা আশাটোও পূৰণ হ'ল। তেখেতে তেখেতৰ মাতৃৰ প্ৰতি লেখি থৈ গৈছে ঃ 'আকাশলৈ যেতিয়া চাওঁ তেতিয়া উজ্জ্বল তৰাটিৰ মাজত তোমাক দেখা পাওঁ। মনত পৰে, অন্তিম সময়ত তুমি সুধিছিলা, পোনাকণে কান্দিছে নেকি, মন মাৰি আছে নেকি? হয়তো জীৱন যুদ্ধত কান্দিলো কেতিয়াবা কিন্তু যেতিয়া যাত্ৰাৰ শেষত তোমাৰ ওচৰলৈ যাম তেতিয়া মুখত হাঁহিটো লৈয়ে যাম।' *

* ১৯৬৫ চনৰ ১৫ চেপ্তেম্বৰ তাৰিখে 'অসম বাতৰি'ত প্ৰকাশিত।

# ডক্টৰ সূৰ্যকুমাৰ ভূঞা ঃ এবাৰ উভতি চাওঁ

**নকুল চন্দ্ৰ ভূঞা**

**অনুবাদিকা ঃ ড° দীপ্তি ফুকন পাটগিৰি**

সূৰ্যকুমাৰ ভূঞাৰ সৈতে মোৰ প্ৰথম পৰিচয় ঘটে 'উষা' আলোচনীত প্ৰকাশিত তেওঁৰ লিখনিৰ যোগেদি। সেই সময়ত তেওঁ কলেজীয়া ছাত্ৰ। সেই আলোচনীৰ পঞ্চম খণ্ডতহে (১৯১৫ চন তেওঁৰ নামৰ পাছত বি. এ. ডিগ্ৰী লিখা দেখিবলৈ পাওঁ।

'উষা'ত তৃতীয় খণ্ডৰ পৰা 'অসমীয়া ভাষাৰ উক্তি', 'নৱ ভাৱ', 'মাণিকচন্দ্ৰ বৰুৱা', 'মোৰ জন্মভূমি' আদি কবিতা আৰু দ্বিজেন্দ্ৰ লাল ৰয়, ৰবীন্দ্ৰনাথ ঠাকুৰ আদিৰ কিছু চুটি জীৱনী আৰু 'মাণিক বৰা' 'আনন্দৰামৰ উন্নতি কামনা' আদি দুই এটি বুৰঞ্জীমূলক লিখনি নিয়মীয়াকৈ ছপাপলৈ লয়। এই সকলোবোৰ লিখনিৰ দ্বাৰা মই অতিশয় আকৃষ্ট হওঁ। কিন্তু মই তাতোকৈ অধিক আনন্দ পাওঁ বিশেষ-কৈ তেওঁৰ 'অসমৰ পুৰণি বুৰঞ্জী', 'আহোম ৰজাৰ মৈদাম', 'জয়মতী কুঁৱৰী', 'তুংখুঙীয়া ফৈদৰ কলঙ্ক', 'স্বৰ্গদেউ গদাধৰ সিংহ' আদিৰ দৰে বুৰঞ্জীমূলক লিখনি পঢ়ি।

আমাৰ অতীতৰ বীৰত্বপূৰ্ণ কাহিনী আৰু আখ্যানবোৰে সৰুৰে পৰাই মোক বৰকৈ আকৰ্ষণ কৰিছিল। তেতিয়াৰ পৰাই মোৰ বুৰঞ্জী-মূলক লিখনিবোৰ পঢ়াৰ এটা অভ্যাস গঢ়ি উঠে। স্বভাৱতে, সেই কাৰণেই, ভূঞাৰ বুৰঞ্জীমূলক ৰচনাবোৰে বৰকৈ আকৰ্ষণ কৰিবলৈ ধৰে। তেতিয়াৰ পৰাই মই তেওঁক ব্যক্তিগত ভাৱে লগ ধৰি এই বিষয়টোৰ ওপৰত তেওঁৰ লগত মুক্তভাৱে সম্পূৰ্ণকৈ আলোচনা কৰাৰ এটা আশা পুহি ৰাখোঁ।

১৯১৬ চনত ভূঞাৰ দেউতাক ৰেভিনিউ চিৰস্তাদাৰ হিচাপে বদলি হৈ আহে। তেওঁ তেতিয়াৰ এখন সেবেঙা বসতিপূৰ্ণ কিন্তু উল্লেখযোগ্য অঞ্চল দহাবৰাচুকৰ ৰায়বাহাদুৰ প্ৰমদাকিশোৰ ৰায়ৰ ভাড়াঘৰ এটাত থাকিবলৈ লয়। আমাৰ ঘৰো সেইখিনিতে আছিল। সেই সময়ত যোৰহাট নগৰৰ মানুহখিনিৰ মাজত বৰ সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক আছিল। অতি কম সময়ৰ ভিতৰতে মোৰ দেউতা আৰু ভূঞাৰ দেউতাকৰ মাজত বন্ধুত্ব গঢ়ি উঠে। বিশেষকৈ উৎসৱ পাৰ্বণৰ সময়ত দুয়োখন ঘৰৰ মাজত অতি আন্তৰিকতাৰে অহা যোৱা চলিছিল।

সূৰ্যকুমাৰেও দেউতাকৰ লগত থাকিবলৈ যোৰহাটলৈ অহা হ'ল। মাত্ৰ অলপ দিনৰ আগতে তেওঁ এম্ এ পাছ কৰিলে আৰু প্ৰায় একে সময়তে বিয়াও কৰালে। এনেয়ে বহি নাথাকি ভূঞাই শিক্ষকতাৰ কামতে মনোযোগ দিলে। অস্থায়ীভাৱে কিছুদিন যোৰহাট ৰেজবৰুৱা হাইস্কুলত, আৰু পাছলৈ মিছন হাইস্কুলতো কিছুদিন চাকৰি কৰিছিল। ইতিমধ্যে ময়ো প্ৰৱেশিকা পৰীক্ষা পাছ কৰিলো। প্ৰায় এই সময়তেই মোৰ প্ৰথম পুথি 'বাৰভূঞা' ছপা হৈ ওলাইছিল। মই এই কিতাপ খনৰ এটা কপি ভূঞাৰ হাতত তুলি দিয়াত মই ভবাতকৈও তেওঁ বেছি আগ্ৰহেৰে কিতাপখন গ্ৰহণ কৰিছিল। ১৯১৬ চনৰ ১৯ মাৰ্চৰ 'The Times of Assam' নামৰ কাকতখনত তেওঁ এই ক্ষুদ্ৰ পুথিখনৰ এটি সমালোচনা লিখি প্ৰকাশ কৰিছিল। সেই সময়ত ভূঞাৰ বন্ধুৰ সংখ্যা সীমাবদ্ধ আছিল। সেই কাৰণেই বোধহয় তেওঁ মোক লিখনিৰ বন্ধু ৰূপে ল'বলৈ ভাল পাইছিল। সময়ত মই তেওঁৰ নিয়মীয়া বন্ধু আৰু সান্ধ্য ভ্ৰমণৰ সহযাত্ৰী হৈ পৰিছিলো। সেই দিনৰ অসমত এম্. এ. পাছ কৰা মানুহৰ সংখ্যা আঙুলিৰ মূৰত লিখিব পৰা ধৰণৰ আছিল। আমি সেয়ে এম্. এ. পাছ কৰা মানুহবোৰক বৰ সমীহ কৰি চলিছিলো। সেইবাবে ময়ো নতুনকৈ এম্ এ পাছ কৰি অহা ভূঞাৰ লগত কৰা আচাৰ-ব্যৱহাৰত বৰ সাবধান হৈ পৰিছিলো। কিন্তু মোৰ ক্ষেত্ৰত ভূঞাই নিজেই তেওঁৰ উচ্চাত্মিকা মনোভাৱৰ বাধা



ভাঙি চুৰমাৰ কৰিছিল। তেওঁ তেওঁৰ সৰলতা আৰু আত্মকেন্দ্ৰিকতা-মুক্ত ব্যৱহাৰেৰে আমাৰ দুয়োৰে মাজত থকা বয়স আৰু শিক্ষাগত অহৰ্তাৰ দূৰত্ব নাইকিয়া কৰি পেলালে। আমাৰ মাজৰ বন্ধুত্ব দিনে-দিনে বাঢ়িবলৈ লৈছিল আৰু তেওঁৰ জীৱনৰ শেষ মুহূৰ্তলৈকে অটুট আছিল। তেতিয়াৰ দিনত যোৰহাটত কোনো পাৰ্ক বা অৱসৰ বিনোদনৰ ঠাই নাছিল। আমি ভোগদৈ নদীৰ গোঁসানী উটুৱা ঘাটৰ ওচৰৰে এঠাইলৈ অহাযোৱা কৰিছিলো আৰু তাতেই ঘৰুৱা, ৰাজহুৱা সকলো ধৰণৰ কথা-বতৰা আলোচনা কৰি গধূলিটো কটাইছিলো। প্ৰকৃততে সেই সন্ধিয়াবোৰ আমাৰ কাৰণে অতি তাৎপৰ্যপূৰ্ণ হৈ পৰিছিল। সেই সন্ধিয়াবোৰৰ স্মৃতি মোৰ বাবে আজিও কিযে অপূৰ্ব হৈ আছে!

ক্ৰমে ক্ৰমে বেছি সঘনাই হ'ব ধৰা আমাৰ কথাবোৰৰ মাজতে তেওঁ মোক কৈছিল যে বুৰঞ্জী, বিশেষকৈ অসমৰ বুৰঞ্জী তেওঁৰ অতি প্ৰিয় বিষয় আছিল। ইতিমধ্যে তেওঁ 'উষা'ৰ বাবে বুৰঞ্জীমূলক প্ৰবন্ধ পঠোৱা আৰম্ভ কৰিছিলেই। ভূঞাই মোক কৈছিল যে এই কামৰূপ ৰাজ্য অৰ্থাৎ অসমখন এটা গৌৰৱময় অতীতৰ ভঁৰাল। তেওঁ আৰু কৈছিল যে নৰকাসুৰৰ দিনৰ পৰা ১৮২৬ চনত বৃটিছে অসম দখল কৰা সময়লৈকে অসমৰ বুৰঞ্জী ভাৰত বুৰঞ্জীৰেই এটা অতি গুৰুত্বপূৰ্ণ অধ্যায় হ'ব আৰু যদি আমি ইয়াক ৰাজ্যখনৰ বাহিৰত পৰিৱেশন কৰিব পাৰোঁ ই নিঃসন্দেহে অনা-অসমীয়া অন্য জনগোষ্ঠীৰ লোককো পতিয়ন নিয়াব পাৰিব যে, অসমীয়া মানুহবোৰ সাহস আৰু ৰণ কৌশলত মাৰাঠা আৰু ৰাজপুত যোদ্ধা সকলৰেই সমকক্ষ আছিল। এই চিন্তাধাৰাবোৰেই তেওঁৰ জীৱনৰ নীতি নিৰ্দেশক পথ আছিল। ভূঞাদেৱৰ অপৰিসীম যত্ন আৰু নেৰানেপেৰা তাগিদাৰ ফলস্বৰূপেই গুৱাহাটীত চৰকাৰে শেহান্তৰত বুৰঞ্জী আৰু পুৰাতত্ত্ব অধ্যয়ন বিভাগটো খুলিবলৈ বাধ্য হৈছিল। এই বিভাগটোৰ যোগেদিয়ে তেওঁ বহুসংখ্যক প্ৰবন্ধ সম্পাদনা আৰু প্ৰকাশ কৰিছিল। তেওঁ ছশ বছৰীয়া আহোম ৰাজত্বৰ সময়ছোৱাৰ ওপৰত বিশেষ গুৰুত্ব দিছিল।

এম্. এ. পৰীক্ষা পাছ কৰাৰ পাছতেই ভূঞাই দুটা চাকৰিৰ কাৰণে আবেদন কৰিছিল। এটা অতিৰিক্ত সহকাৰী আয়ুক্ত আৰু আনটো কটন কলেজৰ অধ্যাপকৰ চাকৰি। এদিন গধূলি তেওঁ মোক এনেদৰে কৈছিল 'যদি চৰকাৰে মোক দুয়োটা চাকৰি যাচে মই অধ্যাপকৰ চাকৰিটোহে গ্ৰহণ কৰিম। কাৰণ তেতিয়াহে মই সাহিত্য আৰু বুৰঞ্জী বিষয় দুটাৰ অধ্যয়নত মনোনিৱেশ কৰিব পাৰিম। হাকিমৰ চাকৰিটোৱে মোক কিছু পদমৰ্যাদা দিব পাৰে। কিন্তু মোৰ • দেশ সেৱা কৰা নহ'ব।' শেষত অৱশ্যে তেওঁ কটন কলেজৰ অধ্যাপকৰ চাকৰিটোকেই পাইছিল।

জীৱন প্ৰবাহৰ পৰৱৰ্তীকালত আমি দুয়ো বিভিন্ন দায়িত্ব মূৰ পাতি বহন কৰিব লগা হৈছিল। মই চাহ বাগিছাত কাম কৰিছিলো। ভুঞাই সেই কলেজতেই কাম কৰি আছিল। কিন্তু তেওঁ মোক মুঠেই পাহৰা নাছিল। নিয়মীয়াকৈ মোলৈ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে প্ৰকাশ কৰা বুলেটিনবোৰ পঠাই আছিল। কেতিয়াবা কিবা সুযোগত ক'ৰবাত দুয়ো লগালগি হ'লে আমি তৎক্ষণাৎ অতীতৰ দিনবোৰলৈ উভতি গৈছিলো।

১৯৩৬ চনত তেওঁ বিলাতলৈ গৈছিল আৰু পি. এইচ্. ডি. ডিগ্ৰী লৈ ১৯৩৮ চনত গুৱাহাটীলৈ ঘূৰি আছিল। মই নুমলিগড়ৰ পৰা এটা অভিনন্দন বাৰ্তা প্ৰেৰণ কৰিছিলো। উত্তৰত ভূঞাই তেওঁলোকৰ গুৱাহাটীৰ ঘৰত তেওঁৰ সৈতে কিছুদিন কটাই যাবলৈ নিমন্ত্ৰণ জনাইছিল। সেই সময়তে সৌভাগ্যক্ৰমে ময়ো মোৰ বছেৰেকীয়া চুটিটো উপভোগ কৰাৰ সুবিধা পাইছিলো। সেই সুযোগটোকে কামত খটুৱাবলৈ পাই ভূঞা পৰিয়ালৰ লগত কিছুদিন কটাবলৈ বুলি গুৱাহাটীলৈ আহিছিলো। কোৱা নিষ্প্ৰয়োজন যে মই ভূঞাৰ আতিথ্যত প্ৰকৃততে মুগ্ধ হৈছিলো। ভূঞাই বিলাতৰ সামাজিক জীৱনৰ বিষয়ে বহুত কথাই কৈছিল— তাৰ জীৱন-নিৰ্বাহৰ ধৰণ, শৃঙ্খলাবোধ আৰু নিয়মানুবৰ্তিতাৰ জ্ঞান, সামাজিক প্ৰথা, ভদ্ৰতাৰ প্ৰকাশ,



বিশ্ববিদ্যালয় সমূহৰ শিক্ষাৰ মান, শিক্ষক আৰু ছাত্ৰৰ সম্বন্ধ আৰু গ্ৰেট বৃটেইনৰ ৰাজহুৱা পুথিভঁৰালবোৰত সংৰক্ষিত অসমৰ পুৰণি তথ্যবোৰ, ইত্যাদি।

ইয়াৰ কেইমাহ মানৰ আগতে মাত্ৰ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা আহি অসমৰ আন এজন বিখ্যাত শিক্ষাবিদ বিৰিঞ্চি কুমাৰ বৰুৱা কটন কলেজৰ শিক্ষক গোষ্ঠীৰ অন্তৰ্ভুক্ত হৈছিল। এদিন মহাপুৰুষ মাধৱদেৱৰ তিৰোধান তিথিৰ দিনতে ৰাতিপুৱাতে অধ্যাপক বৰুৱা ড° ভূঞাক লগ ধৰিবলৈ আহিল। ড° ভূঞাই মোক বৰুৱাৰ লগত পৰিচয় কৰাই দিলে। বৰুৱাই মোক চুডমাৰ্চন হলত পতা ছাত্ৰ সভাৰ অধিৱেশনত সভাপতিত্ব কৰিবলৈ অনুৰোধ জনালে। মই হতভম্ব হ'লো। কাৰণ, মই তেতিয়ালৈকে ৰাজহুৱা বক্তৃতা দিয়া অভ্যাসটো আয়ত্ত কৰি ল'ব পৰা নাই। ৰাজহুৱা বক্তৃতা মঞ্চ মোৰ বাবে অপৰিচিত হৈয়ে আছে। মোৰ অসুবিধাৰ কথা তেওঁক ক'লো আৰু কেতবোৰ অন্যান্য কাৰণো আগবঢ়ালো। কিন্তু বৰুৱা একোতে সন্তুষ্ট নহ'ল। মোৰ অৱস্থা দেখি ড° ভূঞাই এটা মধ্যম পন্থা আবিষ্কাৰ কৰিলে। তেওঁ মোক নিমন্ত্ৰণটো গ্ৰহণ কৰিবলৈ ক'লে আৰু সভাপতিয়ে বেছি কথা নোকোৱাকৈয়ে কিদৰে সভাৰ কাম চলাই যাব পাৰে তাৰ ব্যৱসায়িক 'গোপনীয়তা'টো শিকাই দিলে। ভূঞাই আৰু কৈছিল যে মোৰ কামটো হ'ব সভাপতিৰ আসনখনত স্থিৰ হৈ বহি থকা। দুয়ো অধ্যাপকে তেওঁলোকৰ এই ষড়যন্ত্ৰ সুকলমে সমাধা কৰি মোক কোনো বিকল্পহীন অৱস্থা এটাত পেলাই দিলে। তেওঁলোকে প্ৰকৃততে মোক কটনিয়ানসকলৰ মাজত চিনাকি কৰি দিবলৈহে এই পৰিকল্পনাটো কৰিছিল, যাতে দূৰণিৰ এখন চাহ বাগিছাত কাম কৰি জীৱন অতিবাহিত কৰিও চুটিগল্প আৰু নাটক লিখা, কিন্তু তেতিয়ালৈকে দৃশ্যপটৰ আঁৰত লুকাই থকা মানুহজনক শাৰীৰিকভাৱে কটনিয়ান সকলে চিনি পায়। মই ড° ভূঞাৰ পৰাই এজোৰ চুৰিয়া চেলেং খুজি লৈ ২ মান বজাত গন্তব্য

স্থানলৈ যাত্ৰা কৰিছিলোঁ। তেওঁ দিয়া কিটিপটো সুন্দৰকৈ কামত আহিল। মই মাত্ৰ দায়িত্বটো বৰুৱালৈ স্থানান্তৰ কৰি দিলোঁ আৰু তেওঁয়েই সুখ্যাতিৰে দায়িত্বটো (বক্তৃতাৰ) সম্পন্ন কৰিলে।

মই চাহ বাগিছাৰ চাকৰিৰ পৰা ১৯৫৩ চনত অৱসৰ পাওঁ আৰু যোৰহাটতে ঘৰ কৰি থাকিবলৈ লওঁ। তেতিয়াৰ পৰাই যোৰহাটলৈ আহিলেই ডঃ ভূঞাই অনিবাৰ্যভাবে মোৰ ঘৰত এবাৰ পদাৰ্পণ কৰিছিল। ১৯৬৪ চনৰ ৫ জুলাইৰ দিনা আকস্মিকভাবে তেওঁ ইহলীলা সম্বৰণ কৰে। তাৰ এবছৰৰ আগতেই আমাৰ এবাৰ লগা-লগি হৈছিল। কিন্তু দুৰ্ভাগ্যবশতঃ মই বুজি পোৱা নাছিলো, যে সেয়াই আমাৰ শেষ দেখা দেখি আছিল।

এই মুহূৰ্তত তেওঁৰ লগত হোৱা কথাবতৰাৰ বস্তুত স্মৃতিয়ে মোৰ মনত দোলা দিছে। এই পণ্ডিত, শিক্ষাবিদ লোকজনক, তেওঁৰ নম্ৰতা আৰু সৰলতাক আমি আন্তৰিকতাৰে ভাল পাইছিলো। মই দৃঢ়ভাৱে আশাকৰোঁ যে অসমীয়া জাতিয়ে বুৰঞ্জীৰ, বিশেষকৈ উত্তৰ-পূব ভৰতৰ বুৰঞ্জীৰ অধ্যয়নলৈ তেওঁৰ বহুমূলীয়া অৱদানৰ কথা কেতিয়াও পাহৰিব নোৱাৰিব।*

---

* 'লুকিং বেক : উইথ ডক্টৰ ভূঞা' শীৰ্ষক নকুল চন্দ্ৰ ভূঞাৰ ইংৰাজী প্ৰবন্ধৰ অসমীয়া অনুবাদ।

# ডঃ সূৰ্যকুমাৰ ভূঞাৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি

শ্ৰীমান প্ৰফুল্ল গোস্বামী

ডঃ সূৰ্যকুমাৰ ভূঞা আছিল এগৰাকী ভাৰত বিখ্যাত শ্ৰেষ্ঠ শিক্ষাবিদ্, বুৰঞ্জীবিদ্ আৰু জ্ঞানী অধ্যাপক। তেওঁৰ চৰিত্ৰ গঢ়ি উঠি-ছিল—তেওঁৰ কঠোৰ সাধনা আৰু অক্লান্ত কৰ্মত। তেওঁ কটন কলেজত ইংৰাজীৰ অধ্যাপক থাকোঁতে আমিও তেওঁৰ পৰা শিক্ষা লাভ কৰিছিলো আৰু তদুপৰি তেওঁৰ ঘনিষ্ঠ সম্পৰ্কলৈ অহাৰ সুযোগ পাই-ছিলো। সেই সময়ত ছাত্ৰ তথা যুৱক সকলোৰে নিজ নিজ প্ৰতিভা বিকাশত তেওঁ আগ্ৰহেৰে সকলোকে অনুপ্ৰেৰণা দিছিল। পঢ়াত মেধাৱী ছাত্ৰসকলক, সাহিত্যিক যুৱকসকলক, খেলা আৰু সঙ্গীতত ৰাপ থকা সকলক তেওঁ অনুপ্ৰেৰণা দিছিল। যেয়ে তেওঁৰ ওচৰলৈ কিবা উপদেশ বিচাৰি গৈছিল তাকে তেওঁ আনন্দমনে দিছিল। অকল সেয়ে নহয়, আমাৰ নিচিনা বিদ্ৰোহী বিশেষকৈ ৰাজনৈতিক বিপ্লৱীসকলকো তেওঁ আদৰ কৰিছিল।

নগাৱঁৰ কলংপাৰৰ এটি সৰু খেৰীঘৰত ১৮৯২ খৃষ্টাব্দৰ ২৭ জানু-ৱাৰীত তেওঁৰ জন্ম হৈছিল। তেওঁৰ দেউতাক ৰবিলাল ভূঞা আৰু মাক ভুৱনেশ্বৰী ভূঞা— মধ্যবিত্ত পৰিয়ালৰ আছিল। সূৰ্যকুমাৰ ভূঞা পৰিয়ালৰ প্ৰথম সন্তান। নগাওঁ চহৰৰ তেতিয়াৰ অসমীয়া মজলীয়া স্কুলতে বাল্যকালত তেওঁৰ পঢ়া আৰম্ভ হয়। তেতিয়াৰ পৰা নানান অভাৱ, আলাই আথকালৰ মাজতে সূৰ্যকুমাৰে পঢ়াত মনোযোগ দি তেওঁৰ কৃতিত্ব দেখুৱাব পাৰিছিল আৰু এজন মেধাৱী ছাত্ৰ হিচাপে পৰি-গণিত হৈছিল।

১৯ শতিকাৰ শেষৰফালে সমগ্ৰ অসমতে মহামাৰী, কলাজ্বৰ আৰম্ভ হ'ল আৰু বহুতো গাঁৱতে অজস্ৰ নৰনাৰী মৰিল। এই মহামাৰী,

কলাজ্বৰতে ৰবিলালৰ পত্নী তথা সূৰ্যকুমাৰৰ মাতৃ ভুৱনেশ্বৰীৰ মৃত্যু হ'ল। ৰবিলালৰ পৰিয়ালৃত তেওঁৰ আন দুজন ডেকা ভাতৃৰো মৃত্যু হ'ল। সূৰ্যকুমাৰ মাতৃহাৰা হৈ বুঢ়ী আইতাকৰ লগতে থাকিব লগা হ'ল। নগাৱঁত কেইবছৰমান পঢ়াৰ পিছতে সূৰ্যকুমাৰৰ দেউতাক বদলি হৈ শ্বিলঙত চাকৰী কৰা বাবে তেওঁৰ লগত থাকি শ্বিলং গভৰ্ণমেণ্ট হাইস্কুলত নাম লগাই পঢ়িব লগা হ'ল। শ্বিলং হাইস্কুলত তেতিয়া তাৰ অধ্যক্ষ আছিল এজন ৰেভাৰেণ্ড চাহাব। অধ্যক্ষই ইংৰাজী পঢ়োৱাৰ উপৰিও সপ্তাহত এদিন বাইবেল পঢ়াইছিল। সেই সময়ত সেই স্কুলৰ বেছিভাগ ছাত্ৰই খ্ৰীষ্টান আছিল। সূৰ্যকুমাৰে নিজ ইচ্ছাৰেই বাইবেলৰ ক্লাছত উপস্থিত থাকি পঢ়িছিল। আনকি তেওঁ ওচৰতে থকা গীৰ্জাঘৰত ৰবিবাৰে হোৱা সমূহীয়া প্ৰাৰ্থনাতো যোগ দিছিল। স্কুলীয়া ছাত্ৰ জীৱনেৰে পৰা সূৰ্যকুমাৰৰ বিশেষত্ব আছিল এক সাৰ্বজনীন মানৱ প্ৰেম আৰু সৰ্বধৰ্মৰ প্ৰতি শ্ৰদ্ধা।

শ্বিলং চৰকাৰী হাইস্কুলৰ পৰা ১৯০৯ খৃঃত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি অসম উপত্যকাতে প্ৰথম হৈ তেওঁ মাহে পোন্ধৰ টকাকৈ উচ্চ শিক্ষাৰ বাবে বৃত্তি লাভ কৰে আৰু 'ভিক্টোৰীয়া সোণৰ পদক' পায়। শ্বিলং হাইস্কুলত পঢ়া কালতেই তেওঁ সাহিত্য চৰ্চা কৰি কিছুমান অসমীয়া কবিতা লিখিছিল আৰু সেইবিলাক পিছত তেওঁৰ 'নিৰ্মালি' নামৰ কবিতাৰ কিতাপখনত প্ৰকাশ কৰিছিল। এণ্ট্ৰেন্স পৰীক্ষা কৃতিত্বেৰে পাছ কৰি তেওঁ গুৱাহাটীত থকা কটন কলেজত পঢ়ে আৰু তাৰ পৰা আই. এ পাছ কৰি তেওঁ কলিকতাৰ বিখ্যাত প্ৰেছিডেন্সী কলেজত পঢ়ি তাৰ পৰাই বি. এ. আৰু এম্. এ. (ইংৰাজী সাহিত্যত) ডিগ্ৰী লাভ কৰে। সেই সময়তে তেওঁ বি. এল্. পাছ কৰি ওকালতি কৰাৰো যোগ্যতা অৰ্জন কৰে। কিন্তু তেওঁ ওকালতি কৰা নাছিল। ইয়াৰ পিছতে তেওঁ যোৰহাটত থাকি মিশ্যন হাইস্কুল আৰু বেজবৰুৱা হাইস্কুলত প্ৰায় ডেৰবছৰ কাল শিক্ষকতা কৰে। তাৰ পিছতহে তেওঁ কটন কলেজৰ অধ্যাপক হিচাপে নিযুক্তি পায়। ১৯৩৬ খৃঃত কটন কলেজত শিক্ষকতা কৰি থাকোঁতেই তেওঁ Study Leave লৈ বিলাতলৈ গৈ লণ্ডন বিশ্ববিদ্যালয়ত দুবছৰ কঠোৰ পৰিশ্ৰম কৰি গৱেষণা কৰিলে।



গৱেষণাৰ বিষয় আছিল 'A History of Assam in the East India Company from 1771-1826'। এই Thesis দি তেওঁ Ph. D. ডিগ্ৰী লাভ কৰে। এই সময়তে তেওঁ অসমত কাম কৰি অবসৰ লৈ যোৱা বহুতো বিখ্যাত ইংৰাজ লোকৰ সাক্ষাত লৈ আলোচনা কৰিছিল — যেনে বিখ্যাত বুৰঞ্জীবিদ চাৰ এডৱাৰ্ড গেইট, বিখ্যাত শাসক কৰ্ণেল পি আৰ্. টি. গৰ্ডন, কটন কলেজৰ বিখ্যাত প্ৰিন্সিপাল চুডমাৰ্চন, বিখ্যাত অধ্যাপক ব্ৰাউন আদি। ১৯৩৮ খৃঃৰ শেষত তেওঁ বিলাতৰ পৰা ঘূৰি আহি পুনৰ কটন কলেজত ইংৰাজী বিভাগৰ অধ্যাপকৰ পদত যোগ দিয়ে। কটন কলেজত প্ৰায় ৪০ বছৰ কাম কৰি তাৰ অধ্যক্ষ হয়। তদুপৰি অলপ দিনৰ বাবে যোৰহাটত অসম উপত্যকাৰ শিক্ষাবিভাগৰ পৰিদৰ্শক (Inspector of Schools, Assam Valley) হৈ সমগ্ৰ অসমৰে শিক্ষা বিভাগৰ মুৰব্বী (D.P.I.) হৈ শ্বিলঙত কাম কৰে।

শিক্ষা বিভাগত কাম কৰি থকাৰ সময়তে তেওঁ ভাৰতৰ বুৰঞ্জী বিষয়ৰ বহুতো ডাঙৰ সন্মিলনলৈ গৈ অংশ গ্ৰহণ কৰে আৰু তাত তত্ত্বমূলক ৰচনা পাঠ কৰি অসমৰ গৌৰৱ আৰু বিশেষত্ব প্ৰচাৰ কৰে। তেওঁৰ বুৰঞ্জী বিষয়ৰ মূল্যবান কিতাপ আৰু গৱেষণাৰ বাবে ১৯৫১ খৃঃত লণ্ডন বিশ্ববিদ্যালয়ে তেওঁক উচ্চতম উপাধি 'Doctor of Literature' (D. Lit.) প্ৰদান কৰে। এয়া শিক্ষাজগতত এটা ডাঙৰ সন্মান।

ভাৰতৰ স্বাধীনতাৰ পিছতে ১৯৪৭ খৃষ্টাব্দৰ আৰম্ভণিতে অসমৰ প্ৰধানমন্ত্ৰী (তেতিয়া মুখ্যমন্ত্ৰীকে প্ৰধানমন্ত্ৰী বুলিছিল — নতুন সংবিধানত পিছত মুখ্যমন্ত্ৰী কৰা হয়) লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে ড° ভূঞাক অসমত স্থাপন কৰিব লগা বিশ্ববিদ্যালয়ৰ বিশেষ বিষয়া (Special Officer) হিচাপে নিযুক্তি দিয়ে আৰু গুৱাহাটী বিশ্ববিদ্যালয় আইন গৃহীত কৰাই, গুৱাহাটীৰ কটন কলেজৰ ঘৰতে কাম আৰম্ভ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য হয় প্ৰাচ্যবিদ্যাৰ্ণৱ পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ। তেওঁ ক্ৰমান্বয়ে দুবাৰ উপাচাৰ্য হৈ অৱসৰ লোৱাৰ পিছত ১৯৫৭ খৃষ্টাব্দত ড° সূৰ্যকুমাৰ ভূঞা ২য় উপাচাৰ্য হয়। ড° ভূঞাৰ

কাৰণে এইটো সৰ্বশ্ৰেষ্ঠ সন্মান আৰু দায়িত্ব। ড° ভূঞাৰ দিনতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্থান গুৱাহাটী নগৰৰ পৰা জালুকবাৰীলৈ নি স্থায়ীভাৱে বিশ্ববিদ্যালয়ৰ কাম আৰম্ভ কৰে। তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্যৰ কাৰ্যকাল তিনি বছৰহে আছিল। পিছত আইন সংশোধন কৰি পাঁচ বছৰ কৰা হয়।

ড° ভূঞা অসমৰ আটাইতকৈ পুৰণি গৱেষণা প্ৰতিষ্ঠান কামৰূপ অনুসন্ধান সমিতিৰ আৰম্ভণিৰে পৰা তাৰ সদস্য আছিল আৰু কেইবছৰমান তাৰ সম্পাদকো আছিল। ১৯২৮ খৃঃত লাহোৰত বহা ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলন (৫ম অধিৱেশন) মহামহোপাধ্যায় ড° হৰপ্ৰসাদ শাস্ত্ৰীৰ সভাপতিত্বত বহে। এই সন্মিলনলৈ ড° ভূঞা কামৰূপ অনুসন্ধান সমিতিৰ তৰফৰ পৰা প্ৰতিনিধি হৈ 'অসমৰ বুৰঞ্জী সাহিত্য' (Assamese Historical Literature) শীৰ্ষক এখন গধুৰ আৰু মূল্যবান ৰচনা পাঠ কৰিছিল। ১৯৩০ খৃঃত পাটনাত বহা প্ৰাচ্যবিদ্যা সন্মিলনতো ড° ভূঞাই যোগ দিছিল। ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ লগতো তেওঁ ঘনিষ্ঠ সম্বন্ধ ৰাখি তাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য হৈছিল। এই সন্মিলনতো ড° ভূঞাই মহাবীৰ লাচিত বৰফুকনৰ বিষয়ে এটা মূল্যবান প্ৰবন্ধ পাঠ কৰিছিল। ১৯৫২ খৃঃত গোৱালিয়ৰত বহা বুৰঞ্জী কংগ্ৰেছৰ অধিৱেশনত আধুনিক বুৰঞ্জী শাখাৰ সভাপতি আছিল ডক্টৰ ভূঞা। ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ এখন অধিৱেশন ১৯৫৯ খৃঃত গুৱাহাটীত বহে। এই অধিৱেশনতো স্থানীয় বুৰঞ্জী শাখাৰ সভাপতি হৈছিল ড° ভূঞা। এই অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা। শিক্ষাবিদ, সাহিত্যিক শৰৎচন্দ্ৰ গোস্বামীৰ দানেৰে স্থাপিত হোৱা প্ৰতিভাদেৱী সোঁৱৰণী বক্তৃতা মালাৰো ১ম আৰু ২য় অধিৱেশনত ড° ভূঞাই সভাপতি হৈছিল আৰু ১৯৪১ খৃঃত ৩য় বক্তৃতা দিছিল ড° সূৰ্যকুমাৰ ভূঞাই। এই বক্তৃতাৰ বিষয় আছিল 'The Military System of the Assamese People'। ইয়াৰ উপৰিও নগাঁৱত বহা সাহিত্য সন্মিলনৰ লগতে ড° ভূঞাৰ উদ্যো-



গত বুৰঞ্জী শাখা সন্মিলন স্থাপিত হয়। ধুবুৰীত বহা অসম সাহিত্য সন্মিলনতো (১৯২৬) বুৰঞ্জী শাখাৰ সন্মিলনত ড° ভূঞাই সভাপতিত্ব কৰিছিল।

ড° ভূঞাৰ পত্নী লক্ষেশ্বৰী ভূঞা এগৰাকী আদৰ্শ পত্নী আছিল। তেওঁলোকৰ দাম্পত্য জীৱন মধুৰ আৰু গৌৰৱপূৰ্ণ আছিল। পত্নী হিচাপে লক্ষেশ্বৰী ভূঞাই ড° ভূঞাৰ সকলো কামতে সহায় কৰি তেওঁক প্ৰেৰণা আৰু শক্তি যোগাইছিল। ড° ভূঞা বিলাতলৈ গৈ গৱেষণা কৰাৰ মহৎ কামতো তেওঁ আগবঢ়াই দি, ল'ৰা-ছোৱালীৰে সৈতে ঘৰৰ দায়িত্ব লৈছিল। ড° ভূঞাৰ সকলো কাগজ-পত্ৰ, লিখা টেবিল, আলমাৰি চাফচিকুণকৈ ৰখা, ল'ৰা-ছোৱালীৰ যত্ন আৰু আলহী অতিথিকো অভ্যৰ্থনা কৰা কামো, পত্নী শ্ৰীমতী ভূঞাই নিয়াৰিকৈ পালন কৰিছিল। ড° ভূঞা ঢুকোৱাৰ পিছতো শ্ৰীমতী ভূঞা ষোল বছৰ জীয়াই থাকি ৭২ বছৰ বয়সত ঢুকায়। শ্ৰীমতী ভূঞা এগৰাকী আদৰ্শ মাতৃ হৈ পুত্ৰ-কন্যা সকলক উপযুক্ত কৰি গঢ়ি তুলিছিল। ময়ো তেওঁৰ মাতৃ স্নেহ আৰু আদৰ পাইছিলো।

১৯৫৩ খৃঃত ৮ নৱেম্বৰত বহা অসম সাহিত্য সন্মিলনৰ দ্বাবিংশতম অধিৱেশনৰ সভাপতি নিৰ্বাচিত হৈছিল ড° সূৰ্যকুমাৰ ভূঞা। শিলঙৰ এই অধিৱেশনৰ সভাপতিৰ ভাষণখন এখন সময়োপযোগী ভাষণ আছিল। এই অভিভাষণত পাহাৰ-ভৈয়ামৰ লোকসকলৰ ঐক্য-সংহতিৰ ওপৰত বিশেষ গুৰুত্ব দিছিল। অসমীয়া পঢ়িব নজনা অন্যান্য লোকৰ বাবে ড° ভূঞাই তেওঁৰ অভিভাষণৰ ইংৰাজী অনুবাদ এটাও ছপাই বিতৰণ কৰিছিল। এই সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল তেতিয়াৰ অসম চৰকাৰৰ বিত্তমন্ত্ৰী মতিৰাম বৰা। সন্মিলন উদ্বোধন কৰিছিল অসমৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে। তদুপৰি সন্মিলনৰ লগতে পতা প্ৰদৰ্শনী উদ্বোধন কৰিছিল অসমৰ ৰাজ্যপাল জয়ৰাম দাস দৌলত ৰামে। বুৰঞ্জী শাখাৰ সভাপতি আছিল বেণুধৰ শৰ্মা। তদুপৰি বিজ্ঞান শাখা এখনো হৈছিল আৰু তাৰ সভাপতি আছিল

বিজ্ঞানবিদ্ ৰেভাৰেণ্ড কে. বি. এম্ পিউ। অসম সাহিত্য সভাৰ এই সন্মিলন এক অপূৰ্ব আৰু বিৰাট সন্মিলন আছিল। এই সন্মিলনৰ বাবে এক বিৰাট সভাঘৰ সজা হৈছিল। বিষয় বাছনি সভা বহিছিল এচেম্বলি হোষ্টেলৰ এটা হলত। সেইসময়ত অসম সাহিত্য সভাৰ প্ৰতিনিধি হিচাপে যোগ দি নিয়মাৱলীৰ বহুতো সংশোধনী দাঙি ধৰি গৃহীত কৰাব মোৰো সৌভাগ্য হৈছিল। সেইদিনাখন গধূলি বিষয়-বাছনি সমিতি বহিছিল আৰু ৰাতিপুৱা চাৰে তিনি বজাতহে শেষ হৈছিল। বিষয়-বাছনি সভাত সভাপতি হ'বলৈ অতুলচন্দ্ৰ হাজৰিকাক ড° ভূঞাই মনোনীত কৰিছিল। ১৯৫১ খৃঃত ড° ভূঞাই লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা 'Doctor of Literature' সৰ্বোচ্চ উপাধি লাভ কৰাত তিনিচুকীয়াত ৰাজহুৱাভাৱে ১৯৫১ খৃঃত বহা সম্বৰ্দ্ধনা সভাত তেওঁ 'Some Literary Reminiscences' নামৰ এখন ভাষণ দি তাত জীৱনৰ বহুতো কথা আৰু কামৰ বিৱৰণ দাঙি ধৰিছিল। সেইয়া পিছত তেওঁ M.P. হৈ থাকোঁতে ছপাই উলিয়ায়। তাৰ পাতনি লিখিছিল বিখ্যাত পণ্ডিত ড° ৰাধা কুমুদ মুখাৰ্জী M. P. এ। ড° ভূঞাৰ বিখ্যাত গ্ৰন্থ 'আনন্দৰাম বৰুৱা' এখন গৱেষণামূলক জীৱনী। আন আন সকলো প্ৰকাশিত কিতাপৰ সম্পূৰ্ণ তালিকাও তেওঁ ছপা কৰি উলিয়াইছিল। ড° ভূঞাৰ এটা সাধনাৰ অনুষ্ঠান আছিল 'বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ'। এই অনুষ্ঠানটো ড° ভূঞাই নিজে সকলো প্ৰকাৰ চেষ্টাৰে গঢ়ি তুলিছিল আৰু তেওঁৰ মৃত্যুৰ আগলৈকে ইয়াৰ দায়িত্ব লৈ কাম চলাই আছিল। কটন কলেজৰ কম্পাউণ্ডৰে বিজ্ঞান গৃহৰ ওচৰৰ এডোখৰ মাটি চৰকাৰৰ পৰা লৈ দানবীৰ ৰাধাকান্ত সন্দিকৈৰ পৰা দান লৈ 'নাৰায়ণী সন্দিকৈ ভৱন' সাজি তাতে স্থায়ীভাৱে প্ৰতিষ্ঠা কৰে বহুতো প্ৰাচীন হাতেলিখা পুথি আৰু আন বুৰঞ্জী গ্ৰন্থেৰে পৰিপূৰ্ণ এই 'বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ' নামৰ অনুষ্ঠান। ইয়াত গবেষণাৰ সুবিধা গঢ়ি তুলিছিল আৰু ইয়াৰ কিতাপ-পত্ৰ ঘৰলৈ নিয়া নিষেধ আছিল ; তাতেই পঢ়িব লাগিছিল।

১৯৫২ খৃঃত ড° সূৰ্যকুমাৰ ভূঞাক পাৰ্লিয়ামেণ্টৰ—ৰাজ্যসভালৈ অসমৰ পৰা সদস্য নিৰ্বাচিত কৰি পঠায়। তেওঁৰ ৰাজ্যসভাৰ কাল দুবছৰ আছিল। কিন্তু এই দুবছৰতে ড° ভূঞাই কঠোৰ পৰিশ্ৰম আৰু অধ্যয়ন কৰি ৰাজ্যসভাত কেইবাটাও ভাষণ দি অসমৰ উন্নতিৰ কাৰণে দাবী জনাইছিল। সেই ভাষণ বিলাক ৰাজ্যসভাৰ ছপা বিৱৰণীত প্ৰকাশ পাইছিল আৰু সযত্নে ৰক্ষা কৰা আছে। ৰাজ্যসভাত তেওঁ ইচ্ছা কৰিলে পুনৰ নিৰ্বাচিত হ'ব পাৰিলেহেঁতেন, কিন্তু তেওঁ অসমতে থাকি তেওঁৰ প্ৰতিষ্ঠিত মৰমৰ অনুষ্ঠান 'বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ'ৰ সম্পূৰ্ণ দায়িত্ব লৈ কাম কৰি আছিল—মৃত্যুৰ আগলৈকে। বুৰঞ্জীৰ লগত সম্বন্ধ থকা ভাৰতৰ বিভিন্ন সন্মিলনবোৰলৈ গৈ তেওঁ ৰচনা পঢ়িছিল আৰু অসমৰ বুৰঞ্জীৰ কাহিনীৰে অসমৰ গৌৰৱ প্ৰচাৰ কৰিছিল। মাৰ্ঘেৰিটাত অনুষ্ঠিত বৌদ্ধ সন্মিলনতো তেওঁ সভাপতিত্ব কৰিছিল। অসমৰ আহোম বুৰঞ্জীৰ গৱেষণাৰ বাবে টাই ভাষাও শিকিবলৈ এজন শিক্ষক আনি কেইজনমান ছাত্ৰৰ পঢ়াৰ ব্যৱস্থা কৰিছিল।

১৯৬৪ খৃষ্টাব্দৰ ৫ জুলাই ৰবিবাৰে দুপৰীয়া ডক্টৰ ভূঞাৰ মৃত্যু হয়। তেওঁৰ মৃত্যুত অসম আৰু ভাৰতবৰ্ষই এজন মহান কৰ্মযোগী, জ্ঞানী আৰু শিক্ষাবিদ্, গৱেষক পণ্ডিত হেৰুৱালে। ডক্টৰ সূৰ্যকুমাৰ ভূঞা জাতীয় বুৰঞ্জীত সদায় জীয়াই থাকিব।

## ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ অৱদান

নাৰায়ণ বেজবৰুৱা

বিশ্ব বিশ্ৰুত ইংৰাজ জীৱনীকাৰ বছ্‌ৱেলে ড° জন্‌চনৰ সম্পূৰ্ণ জীৱনী লিখাৰ সমল গোটাওঁতা হিচাপে সদায় জন্‌চনৰ গাতে ছাঁটো হৈ লাগি থকাৰ দৰে ড° সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াও নিজেই নিজৰ গাতে সোমাই জীৱনী লেখাৰ সমল গোটোৱা বছ্‌ৱেলৰ ভূমিকাটোও নিজেই আয়ত্ব কৰাৰ কাৰণেই, নিজৰ কৰ্মময় জীৱনৰ সকলো খুটি-নাতি, এনেকৈ নিয়াৰিকৈ গোটাই-মেলি সজাই-পৰাই থৈ যাব পাৰিলে। সেয়ে তেখেতৰ সম্পূৰ্ণাঙ্গ জীৱনী লিখাৰ সমলৰ অভাৱতকৈও, সমলৰ অতিবিক্ততাইহে যি কোনো জীৱনীকাৰকে আহুকালত নেপেলোৱাকৈ নাথাকে।

সৰু-সুৱা জীৱনী লিখোঁতাই সমলৰ পৰ্বত-প্ৰমাণ দ'ম দেখি, দূৰতেই পলায়ন কৰাটো তেনেই স্বাভাৱিক। কিন্তু আজি, অসমৰ সাহিত্য প্ৰেমী তথা বুৰঞ্জী প্ৰেমী সকলোৱেই সুখী আৰু সকলোৱেই কম-বেছি পৰিমাণে স্বস্তিৰে উশাহ ল'ব পাৰিছোঁহক যে স্বনামধন্য জীৱনী প্ৰণেতা অধ্যাপক নন্দ তালুকদাৰে ড° ভূঞাৰ সুবৃহৎ জীৱনী এখনৰ ৰচনা সম্পূৰ্ণ কৰি, আন কি ছপাশালৰ কাম পৰ্যন্ত প্ৰায় শেষ হোৱাতহে দুৰ্ভাগ্যক্ৰমে অকালতে শেষ নিশ্বাস ত্যাগ কৰিব লগীয়া হ'ল।

এনে অৱস্থাত হৰিষ-বিষাদ একোৰেই স্থান নাথাকে। তথাপিও, 'সূৰ্য্যকুমাৰ ভূঞা' নামৰ ড° নন্দ তালুকদাৰ ৰচিত জীৱনী পুথিখন অসমীয়া জীৱনী সাহিত্যলৈ এটি আপুৰুগীয়া দান বুলি চিৰকাললৈ স্বীকৃত হৈ, নিজগুণে বৰ্ত্তি থাকিবই।

ড° ভূঞাই পণ্ডিত প্ৰৱৰ আনন্দৰাম বৰুৱাৰ জীৱনীখনৰ সমল ভূঞাৰ এম্. এ. পঢ়াৰ সময়তে কলিকতা মহানগৰীতে অশেষ পৰি-



শ্ৰমেৰে গোটাই মেলি এনে এখন বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে ৰচনা কৰা জীৱনী অসমীয়া সাহিত্যলৈ দান দি, এই বিষয়ত বাট-কটীয়া হৈ নোলোৱা হ'লে, আনন্দৰাম বৰুৱাক আমি ভালকৈ চিনি পোৱাৰ থল হিচাপে আনকি বৰুৱাৰ লিখনী সমূহৰো প্ৰথম প্ৰকাশ হোৱাৰ এশ বছৰৰ পিছৰ দ্বিতীয় সংস্কৰণৰ পুথিখিনিও অসম প্ৰকাশন পৰিষদৰ দ্বাৰা পুনঃ প্ৰকাশিত হোৱাটোও হয়তো দেখা নাপালোহেঁতেন। ড° ভূঞাই ইং ১৯১৬ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী সাহিত্যত উত্তীৰ্ণ হৈ, সেই বিশ্ববিদ্যালয়তে আইন পঢ়ি থকাৰ সময়ত, পণ্ডিতপ্ৰৱৰ ভাৰতৰ পঞ্চমজন আই. চি. এচ্. আনন্দৰামৰ ব্যক্তিগত বিশিষ্ট বন্ধু ছাৰ তাৰক নাথ পালিত, আনন্দৰামৰ শিক্ষা গুৰু চাৰ গুৰুদাস বানাৰ্জী, আনন্দৰামৰ অন্তৰঙ্গ বন্ধু-ত্ৰয়, আই. চি. এচ্. ৰমেশ চন্দ্ৰ দত্ত বিহাৰীলাল গুপ্ত, সুৰেন্দ্ৰ নাথ বানাৰ্জী আদিৰ পৰা বিভিন্ন সমল গোটাই, সেইবোৰ যথোপযুক্তভাবে জুকিয়াই মেলি যি কঠোৰ পৰিশ্ৰম কৰি ড° ভূঞাই 'আনন্দৰাম বৰুৱা' নামৰ জীৱনীখনি লিখি এক অভাৱনীয় কৃতিত্ব অৰ্জন কৰি ভৱিষ্যত জীৱনী-কাৰ সকলৰ সম্মুখত জীৱনীৰ বিজ্ঞানসম্মত ৰূপৰ প্ৰত্যক্ষ উদাহৰণ দাঙি ধৰিলে, সেয়ে আটাইকে বুজাই দিলে যে 'যি মূলা বাঢ়িব তাৰ দুপতীয়াতেই চিন।'

'আনন্দৰাম বৰুৱা' কিতাপখন হাতত ল'লেই বাৰে বাৰে তাৰ ৰচয়িতা গৰাকীলৈ মনত পৰে— কেনে সুন্দৰকৈ কিতাপখনৰ ৰচনাৰ বিভিন্ন তথ্যবোৰ সজাইছে। যেন এখন সু-শৃঙ্খলিত আৰু সু-ৰুচি সম্পন্ন বিজ্ঞানসম্মত দৃষ্টিভঙ্গীৰে নিৰ্মাণ কৰা আপুৰুগীয়া পুষ্পৰাজিৰে পৰিপূৰ্ণ ফুলৰ বাগিচাহে। এই খিনিতে, কিতাপখনৰ 'ভূমিকা'ত হেমচন্দ্ৰ গোস্বামীদেৱে কোৱা কেইটিমান কথাৰ উদ্ধৃতি দিয়াৰ লোভ সামৰিব নোৱাৰিলো।

গোস্বামী ডাঙৰীয়াই কৈছে— "ভূমিকা লিখকৰ প্ৰধান কাম হৈছে পাঠকৰ সৈতে গ্ৰন্থখনিৰ পৰিচয় কৰি দিয়া, কিন্তু বৰ্তমান ক্ষেত্ৰত এই

গ্ৰন্থখনি নিজেই নিজৰ উৎকৃষ্ট পৰিচয়। এই পুথিখন যি জন মহা-পুৰুষৰ জীৱন-চৰিত, তেওঁৰ নাম অসমত নালাগে ভাৰতবৰ্ষতো সীমাবদ্ধ নহয়। তেওঁ অসমৰ নহয় ভাৰতৰো নহয়, বিশ্বজগতৰ ভিতৰত এজন। সেই গুণে তেওঁৰ বিশেষ পৰিচয়ৰ কোনো আৱশ্যক নাই আৰু এই কিতাপৰ ৰচয়িতা যি জন তেৱোঁ উঠি অহা ডেকা লেখাৰু সকলৰ ভিতৰত এজন স্বনামধন্য প্ৰসিদ্ধ লিখক, তেওঁৰো বিশেষ পৰিচয়ৰ আৱশ্যক নাই। তেওঁ কালিকতা বিশ্ববিদ্যালয়ৰ এজন প্ৰতিভাশালী ছাত্ৰ আৰু তেওঁ ছাত্ৰ জীৱনতে অসমীয়া সাহিত্যৰ নিভাঁজ সেৱকৰ অশেষ নিদৰ্শন দেখুৱাইছে আৰু এতিয়া তেওঁ কঠোৰ কৰ্মক্ষেত্ৰত প্ৰৱেশ কৰিও সেই পথৰ পৰা অলপো বিচলিত নহৈ বৰং অতুলনীয় অনুৰাগেৰে জাতীয় সাহিত্যৰ উন্নতিৰ বাটত ককালত টঙালি বান্ধি অদম্য উৎসাহেৰে আগবাঢ়ি গৈ আছে। ৰাইজে তেওঁৰ পৰা বহুতো আশা কৰিছে। - - - - - অসমীয়া সাহিত্য আকাশত ভূঞাদেৱে আনন্দৰাম বৰুৱাৰ জীৱন-চৰিত লিখি যি আশাৰ বিজুলী সঞ্চাৰ কৰিছে, আশা কৰিছোঁ, তাৰ জেউতীতে অনেক পথভ্ৰান্ত বাটৰুৱাই ঘোপমৰা এন্ধাৰতো নিজ নিজ বাট দেখিবলৈ পাব।"

হেমচন্দ্ৰ গোস্বামীদেৱে আকৌ কৈছে— "এনেহেন এজন কৰ্মবীৰৰ জীৱন-চৰিত ভূঞাদেৱে অসমীয়া মানুহৰ হাতত দি আজি দেশৰ যি অশেষ কল্যাণ সাধন কৰিলে আৰু অসমীয়া সাহিত্য ভঁৰালত এখন মৌলিক গৱেষণাৰ গ্ৰন্থ স্থাপন কৰি জাতীয় সাহিত্যৰ যি সম্পদ বঢ়ালে তাৰ নিমিত্তে তেওঁ আমাৰ অশেষ ধন্যবাদৰ পাত্ৰ। এই পুথিখনি ভূঞাদেৱৰ অনেক সাধনাৰ ফল। তপস্যা নহ'লে জগতত কোনো ডাঙৰ কামেই সাধিত হ'ব নোৱাৰে। এই পুথিখনি লেখোঁতে তেওঁ কিমান অনুসন্ধান কৰিব লগা হৈছিল তাক পুথিখনি মন দি পঢ়িলেই সকলোৱে দেখিবলৈ পাব। তেওঁৰ এই পুথি পঢ়ি, এই পুথি যি বিজ্ঞানসম্মত প্ৰণালীত লিখা হৈছে তাক দেখি, অনেক অসমীয়া লিখকৰ যে চকু মুকলি হ'ব সেই বিষয়ত কোনো সন্দেহ নাই।"



ড° সূৰ্যকুমাৰ ভূঞাদেৱে 'আনন্দৰাম বৰুৱা' নামৰ তেখেতৰ বিজ্ঞান সম্মত ভাবে লিখা জীৱনীখন লিখি পোনপ্ৰথম প্ৰকাশ কৰে ১৯২০ চনৰ মাজভাগত। তেখেতৰ বয়স তেতিয়া আছিল সোঁৱৰণী মতে ২৮ বছৰ। ( ইং ১৮৯২ চনৰ ২৭ জানুৱাৰীত ভূঞাৰ জন্ম )। ইমান কম বয়সতে এনে এখন সুস্থ, সু-পৰিকল্পিত আৰু সু-পৰিপক্ক মেধাৰে ৰচিত অসমীয়া জীৱনী সাহিত্য অসমীয়া জাতিক দি তেওঁ নিজকেই নিজে ধন্য কৰিলে।

ইয়াৰ পিছত হ'বলৈ ধৰিলে ইখনৰ পিছত সিখনকৈ কি জীৱনী সাহিত্য, কি বুৰঞ্জী সাহিত্যৰ গ্ৰন্থাৱলী, কি মৌলিক বুৰঞ্জী প্ৰণয়ন, কি অসম বুৰঞ্জী, দেওধাই বুৰঞ্জী, তুংখুঙীয়া বুৰঞ্জী, ত্ৰিপুৰা বুৰঞ্জী, জয়ন্তীয়া বুৰঞ্জী, কামৰূপ বুৰঞ্জী, সাতসৰী অসম বুৰঞ্জী, পদ্য বুৰঞ্জী, পাট্‌শ্যাহ বুৰঞ্জী, কছাৰী বুৰঞ্জী আদিৰ সম্পাদিত ৰূপৰ প্ৰকাশ।

ভাবিলে তবধ মানিব লাগে যে অসংখ্য হাতেলিখা সাঁচিপতীয়া বুৰঞ্জী পুথি পঢ়ি-মেলি, গৱেষণা কৰি, সেইবোৰৰ সম্পাদনা আৰু পুনৰ্নিৰ্মাণত ব্যস্ত থাকিও, কেনেকৈ তেওঁ ইমানবোৰ অধ্যয়নপুষ্ট আৰু সু-চিন্তিত মৌলিক গ্ৰন্থ ৰচনা কৰিবলৈ সময় উলিয়াব পাৰিলে।

অসমৰ বুৰঞ্জী সাহিত্যৰ উদ্ধাৰ, সংকলন, সংগ্ৰহ, সম্পাদনা, গৱেষণা আৰু মৌলিক ৰচনা - এই আটাইবোৰ কাম নিজে কান্ধ পাতি লৈ, অসমক তেওঁ দি গ'ল এনে এটি প্ৰতিষ্ঠান যিটোৰ নাম হ'ল 'বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ'। প্ৰকৃতাৰ্থত, অসম চৰকাৰৰ এই বিভাগটোৰ গৃহনিৰ্মাণৰ পৰা আৰম্ভ কৰি পুথি-পাজি আদিৰ সংগ্ৰহ আৰু সংৰক্ষণৰ দায়িত্বত আৰু সঞ্চালকৰ দায়িত্বত থাকিয়েই ড° ভূঞাই নিজৰ জীৱনৰ যথাৰ্থতা আৰু সাৰ্থকতাত নিজে নিজেই ধন্য হ'ল। তেওঁৰ সাহিত্য আৰু বুৰঞ্জী প্ৰেমী মেধাৰ সমুদায় অৱদান আগ বঢ়াই অসমক কৃতাৰ্থ কৰিলে। কোৱা বাহুল্য, অসম আৰু অসমীয়াক তেওঁ মনে-প্ৰাণে ভাল পাইছিল কাৰণেই সেইটো সম্ভৱ হৈছিল।

'ড° ভূঞাৰ গ্ৰন্থপঞ্জী' নামৰ ইংৰাজী পুথিখনত কৰ্মবীৰ, সু-সাহিত্যিক আৰু গৱেষক-বুৰঞ্জীবিদ' ৰূপে ড° ভূঞাৰ আন্তৰ্জাতিক প্ৰতিভা সম্পন্ন ব্যক্তিত্বটো স্পষ্টকৈ ফুটি উঠে ; আৰু সেইখন পঢ়োতা

বা চকু-ফুৰাওঁতা আটাইৰে মূৰ শ্ৰদ্ধাত দোঁ খাই পৰে। ড° বাণীকান্ত কাকতিৰ পাতনিয়ে ড° ভূঞাৰ 'গ্ৰন্থপঞ্জী' খনৰ সোণত সুৰগা চৰাইছে। ড° বাণীকান্ত কাকতিৰ মাধ্যমেৰে ড° সূৰ্যকুমাৰ ভূঞাক বুজিবলৈ হ'লে ইয়াৰ পাতনিখন আটায়ে পঢ়া দৰ্কাৰ।

ড° ভূঞাৰ দ্বাৰা ৰচিত আৰু প্ৰকাশিত মৌলিক অসমীয়া আৰু ইংৰাজী পুথিৰ সংখ্যা আঢ়ৈকুৰি খনতকৈও বেছি। ইং ১২২৮ চনত চুকাফাৰ অসমত পদাৰ্পণ কৰাৰ দিনৰে পৰা ইং ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ সময়লৈকে এই সুদীৰ্ঘ ছশ বছৰীয়া আহোম ৰাজত্বৰ দিনত বিভিন্ন ৰজা, বিষয়া বা ডা-ডাঙৰীয়া আদিৰ বিশেষ উদগনি আৰু পৃষ্ঠপোষকতাত শ শ সাঁচিপতীয়া বুৰঞ্জী পুথি সৃষ্টি হ'ল— অসমীয়া ভাষাত আৰু কিছু সংখ্যক টাই-আহোম ভাষাতো। কিন্তু অসমত বিভিন্ন সময়ত বিভিন্ন দুৰ্যোগৰ খেলিমেলি অৱস্থাত যিবোৰ সাঁচিপতীয়া বুৰঞ্জী আৰু ধৰ্ম, সাহিত্য, নিদান সম্পৰ্কীয় আৰু হাতী-ঘোঁৰা আদিৰ ৰোগ-চিকিৎসাৰ পুথি-পাঁজি কাৰ ঘৰত ক'ত কেতিয়া কেনেকৈ কিমান সোমাল বা, কোনো অনুষ্ঠান-প্ৰতিষ্ঠান আদিয়ে তাক আপদাল কৰি ৰাখিলে —সেই বিষয়ে ভু ল'বলৈ বৃটিছ ৰাজত্ব আৰম্ভ হোৱাৰ পিছতে সেইবোৰৰ অনুসন্ধান চলাই বহুতো পুথি, বিশেষকৈ আহোম বুৰঞ্জীৰ সাঁচিপতীয়া পুথিবোৰ উদ্ধাৰ কৰা হ'ল। অনুসন্ধান অব্যাহত থাকিলে আৰু কিমান মাটিয়ে বালিয়ে পোত খাই থকা পুথিয়ে বাহিৰ হ'ব কোনে জানে?

অসমত ১৯১২ চনতে স্থাপিত হোৱা 'কমৰূপ অনুসন্ধান সমিতি'ৰ জৰিয়তে, ইংৰাজ চৰকাৰৰ পৃষ্ঠপোষকতাত কামকৰা ব্যক্তি, বিষয়া বা প্ৰতিষ্ঠানৰ নাম ল'বলৈ গ'লেই, কেইজন মান বিশেষ ব্যক্তিৰ যেনে, হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা, কালিৰাম মেধি, সৰ্বেশ্বৰ কটকী, বিশেষকৈ আটাইতকৈ সৰু আৰু উদ্যোগী ডেকা সাহিত্যিক অনুসন্ধিৎসু বুৰঞ্জীবিদ ডক্টৰ সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াৰ কথা মনলৈ আহিবই।

ড° ভূঞাৰ 'গ্ৰন্থপঞ্জী' খনত চকু ফুৰালেই গম পোৱা যাব যে



ড° ভূঞাই লিখা মৌলিক আৰু সংকলিত-সম্পাদিত গ্ৰন্থৰ সংখ্যা, ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাতে হৈছে

ক) প্ৰকাশিত ইংৰাজী মৌলিক পুথি ১৬ খন;
খ) প্ৰকাশিত অসমীয়া মৌলিক পুথি ২০ খন;
গ) প্ৰকাশিত ইংৰাজী পাতনি সম্বলিত আৰু সম্পাদিত বুৰঞ্জী —১১ খন।
ঘ) প্ৰকাশৰ বাবে প্ৰস্তুত হৈ থকা অসমীয়া পুথি – ১০ খন।
ঙ) প্ৰকাশৰ বাবে প্ৰস্তুত হৈ থকা ইংৰাজী পুথি —২০ খন।

ইয়াৰ বাহিৰেও অন্যান্য প্ৰবন্ধাৱলী, আৰু বিবিধ ৰচনাৱলী আছেই। প্ৰায় ১০০ খন পুথিৰ গ্ৰন্থকাৰ ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ ৰচনা-ৱলীয়ে সূৰ্যৰ দৰেই উজ্জ্বল পোহৰ বিকীৰণ কৰিছে আৰু কৰি থাকিব।

অসমৰ বুৰঞ্জী সম্পৰ্কে ড° ভূঞাৰ গৱেষণা, সম্পাদনা আৰু মৌলিক বুৰঞ্জী ৰচনাৰ বিভিন্ন গ্ৰন্থাৱলীৰ সমাদৰ তথা চাহিদা, ভাৰতততে নেলাগে, সুদূৰ ইউৰোপ আমেৰিকাৰ বহুতো বিশ্ববিদ্যালয়ত ক্ৰমে বাঢ়িব ধৰিছে।

একাধাৰে কবি, সাহিত্যিক, জীৱনীকাৰ, গল্পকাৰ, প্ৰবন্ধকাৰ, বুৰঞ্জীবিদ, গৱেষক আৰু বুৰঞ্জী সম্পাদনাৰ প্ৰাঞ্জল আৰু তথ্যপূৰ্ণ ইংৰাজী আৰু অসমীয়া পাতনি লিখোঁতা আৰু অসংখ্য সভা-সমিতিৰ অধ্যক্ষৰ আসন শুৱনী কৰোঁতা আৰু বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ নিৰ্মাতা আৰু উপদেষ্টা হিচাপে ড° সূৰ্যকুমাৰ ভূঞাৰ অৱদানৰ কথা কৈ অন্ত কৰিব নোৱাৰি।

নিজৰ জীৱন কালতে কিম্বদন্তি বা লিজেণ্ড হৈ পৰা ড° সূৰ্যকুমাৰ ভূঞাৰ দৰে এনে এজন প্ৰতিভাবান, বিদ্যানুৰাগী, অনুসন্ধিৎসু সাহিত্যিক আৰু বুৰঞ্জীবিদ, গৱেষক, গ্ৰন্থকাৰ যাৰ অসমীয়া আৰু ইংৰাজী দুয়োটা ভাষাতে সমান অধিকাৰ আৰু আধিপত্য, তেনে এজন লোকৰ জ্ঞানৰ গভীৰত প্ৰৱেশ কৰি তলী পোৱাটো মোৰ বাবে অতি টান কথা। সেয়ে, এই খিনি কথাৰেই এইগৰাকী ক্ষণজন্মা পুৰুষৰ জন্ম-শতবাৰ্ষিকী উপলক্ষ্যে মোৰ শ্ৰদ্ধাঞ্জলি আগ বঢ়ালো।

# ড° সূৰ্যকুমাৰ ভূঞাৰ চমু জীৱন-পঞ্জী আৰু গ্ৰন্থ-পঞ্জী

ড° ভৃগুমোহন গোস্বামী

## জীৱন-পঞ্জী

১৮৯২ খৃ:, ২৭ জানুৱাৰী (বুধবাৰ)—নগাঁৱৰ ফৌজদাৰী পট্টিত ( জন্ম-পত্ৰিকা মতে ) দুপৰীয়া জন্ম। পিতৃৰ নাম ৰবিলাল ভূঞা আৰু মাতৃৰ নাম ভুবনেশ্বৰী ভূঞা।

১৮৯৪ খৃ:, ১৩ জানুৱাৰী—ড° ভূঞাৰ চাৰ্টিফিকেটৰ জন্ম দিন।

১৯০১-০৪—নগাঁও চৰকাৰী হাইস্কুলত অধ্যয়ন।

১৯০৪-০৯—শ্বিলং চৰকাৰী হাইস্কুলত অধ্যয়ন।

১৯০৭—উষাত লিখা ( ২য় বছৰ, সপ্তম সংখ্যা ) 'সু আৰু কু' তেওঁৰ প্ৰকাশিত প্ৰথম কবিতা। তেতিয়া তৃতীয় মানৰ (বৰ্তমানৰ ৮ম মানৰ) ছাত্ৰ।

১৯০৮ আগষ্ট—'প্ৰিন্সেচ জয়মতী এণ্ড লাঙ্গি গদাপানী' ইংৰাজী কবিতা 'দি টাইমচ্ অৱ আচাম'ত প্ৰকাশ পায়।

১৯০৯ মাৰ্চ—এণ্ট্ৰেন্স পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ৰপৰা অসম উপত্যকাত প্ৰথম স্থান। লগতে ১৫ টকীয়া বৃত্তি লাভ আৰু ভিক্টোৰিয়া মেমোৰিয়াল স্বৰ্ণপদক লাভ।

১৯০৯-১১ কলিকতা বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্ত কটন কলেজত আই. এ. পঢ়ে আৰু উত্তীৰ্ণ হয়।

১৯১১-১৩—প্ৰেচিডেন্সী কলেজৰ ছাত্ৰ। বি. এ. ইংৰাজীত অনাৰ্চ আৰু সংস্কৃত আৰু অৰ্থনীতি লৈ পাচ কৰে।

১৯১৩-১৬—প্ৰেচিডেন্সী কলেজৰ এম্. এ.ৰ ছাত্ৰ। ইংৰাজীৰ 'এ' গ্ৰুপত পৰীক্ষা দি দ্বিতীয় শ্ৰেণীৰ ৫ম স্থান লাভ। কলিকতা ইউনিভাৰচিটিৰ ল কলেজত বি. এল্. পাঠ্য গ্ৰহণ।



১৯১৬, চেপ্টেম্বৰ—যোৰহাটৰ বেজবৰুৱা হাইস্কুলত শিক্ষক।

১৯১৭, ১৪ ফেব্ৰুৱাৰী—উত্তৰ লক্ষীমপুৰৰ গৰেহাগা গাঁৱৰ বিনোদচন্দ্ৰ ভূঞাৰ তৃতীয়া কন্যা লক্ষেশ্বৰী ভূঞানীৰ লগত বিয়া।

১৯১৮ মাৰ্চ—যোৰহাট মিছন স্কুলত শিক্ষক।

১৯১৮, ৪ জুলাই—কটন কলেজৰ ইংৰাজীৰ প্ৰথম অসমীয়া অধ্যাপক।

১৯১৮—কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক।

১৯১৯—কটন কলেজৰ পৰিচালনা সমিতিৰ সদস্য।

১৯২১-২২—কটন কলেজৰ হিন্দু হোষ্টেলৰ (ওল্ড ব্লক) চুপাৰিনটেণ্ডেণ্ট নিযুক্ত।

১৯২১-২৩—কটন কলেজৰ ঐক্য সমিতিৰ উপ-সভাপতি।

১৯২২—কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক।

১৯২৩—গুৱাহাটীত হোৱা কামৰূপ ইণ্ডাষ্ট্ৰিয়েল আৰু এগ্ৰিকালচাৰেল প্ৰদৰ্শনীৰ যুটীয়া সম্পাদক।

১৯২৩-২৪—কটন কলেজৰ ছাত্ৰ ইউনিয়নৰ সাধাৰণ সম্পাদক।

১৯২৪—Indian Armyৰ Sandhurst Entrance Examinationৰ পৰীক্ষক হিচাপে চিমলালৈ গমন।

১৯২৪—বি. এল্. ডিগ্ৰী লাভ।

১৯২৪-২৭—গুৱাহাটী পৌৰ-সভাৰ চৰকাৰ মনোনীত সদস্য।

১৯২৫, ২৭ ডিচেম্বৰ অসম সাহিত্য সভাৰ আদৰণি সভাৰ সভাপতি।

১৯২৬-২৯—কামৰূপ অনুসন্ধান সমিতিৰ দ্বিতীয়বাৰৰ কাৰণে সম্পাদক।

১৯২৬—অসম সাহিত্য সভাৰ ধুবুৰী অধিৱেশনৰ বুৰঞ্জী শাখাৰ সভাপতি।

১৯২৮-২৯—প্ৰথমবাৰৰ কাৰণে কটন কলেজ মেগাজিনৰ সম্পাদক।

১৯২৮—অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ প্ৰতিষ্ঠাপক। ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰথম অবৈতনিক সহকাৰী ডাইৰেক্টৰ।

১৯২৮-৪৭—ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড কমিচনৰ সদস্য।

১৯২৯—গোৱালিয়ৰত Indian Historical Records Commissionৰ দ্বাদশ অধিৱেশনত Dr. John Peter Wadeৰ ওপৰত ৰচনা পাঠ।

১৯৩০, এপ্ৰিল— কলিকতাত 'Imperial Records Department'ত অসমৰ নথিপত্ৰ অধ্যয়ন।

১৯৩৩—নগাঁও ছাত্ৰ সন্মিলনৰ সভাপতি।

১৯৩৩-৩৪—দ্বিতীয়বাৰৰ বাবে কটন কলেজ মেগাজিনৰ সম্পাদক।

১৯৩৩-২২ আগষ্ট—মিঃ বেন্টিঙ্কৰ অনুপস্থিতিত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ভাৰপ্ৰাপ্ত সঞ্চালক।

১৯৩৩, ৬ ডিচেম্বৰ—বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অবৈতনিক সঞ্চালক।

১৯৩৪ কামৰূপ মহিলা সমিতিৰ দ্বাৰা আয়োজিত জয়মতী কুঁৱৰীৰ বাৰ্ষিকীত সভাপতি।

১৯৩৪—'Royal Asiatic Society of Bengal'ৰ নিৰ্বাচিত সদস্য।

১৯৩৫, ৮ জুন—পুনা চহৰত আধুনিক ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ জন্ম। তেতিয়াৰপৰা বুৰঞ্জী কংগ্ৰেছৰ লগত জড়িত। তাত লাচিত বৰফুকনৰ ওপৰত ৰচনা পাঠ।

১৯৩৬—ভাৰত চৰকাৰৰ দ্বাৰা ১ জানুৱাৰীৰ দিনা ৰায়বাহাদুৰ উপাধি প্ৰদান।

১৯৩৬, ১ চেপ্টেম্বৰ—গৱেষণাৰ বাবে লণ্ডন যাত্ৰা।

১৯৩৬-৩৮—দি স্কুল অব্‌ অৰিয়েন্টল ষ্টাডিজত 'A History of Assam's Relations with the East India Company from 1771 to 1826' বিষয়ত গৱেষণা।

১৯৩৬—ৰয়েল এচিয়াটিক চোছাইটি অব্‌ গ্ৰেট ব্ৰিটেইন এণ্ড আয়াৰলেণ্ডৰ সদস্য নিৰ্বাচিত।

১৯৩৭, এপ্ৰিল ১৬-২২—অসমৰ সংস্কৃতি আৰু সভ্যতাৰ ওপৰত ৰোম নগৰত এলানি বক্তৃতা প্ৰদান।

১৯৩৮, ২৭ জুলাই—ডক্টৰেট ডিগ্ৰী লাভ।

১৯৩৮, জুলাই-আগষ্ট—বাৰ্লিন, ভিয়েনা, ভেনিচ আদি চহৰ দৰ্শন।

১৯৩৯—ড° ভূঞাৰ পিতৃ ৰবিলালৰ মৃত্যু।

১৯৩৯, চেপ্টেম্বৰ—ঢাকাৰ The Board of Intermediate or Secondary Educationৰ সদস্য।



১৯৩৯, ডিচেম্বৰ—কটনিয়ানসকলৰ উচ্চশিক্ষাৰ বাবে নিধি গঠন আৰু ইয়াৰ বাবে নিয়মাৱলী ৰচনা।

১৯৪০—অসম ৰাজ্যিক সংগ্ৰহালয় ন্যাস সমিতিৰ সভাপতি।

১৯৪০-৪১—অসম চৰকাৰৰ প্ৰভিন্সিয়েল ইউনিভাৰচিটি অফিচাৰ।

১৯৪১-৪২ অসম উপত্যকাৰ ভাৰপ্ৰাপ্ত স্কুল পৰিদৰ্শক।

১৯৪৩-৪৫ প্ৰভিন্সিয়েল পাব্লিচিটি আৰু ৰিক্ৰুটিং অফিচাৰ।

১৯৪৬, জুলাই-আগষ্ট—কটন কলেজৰ প্ৰথম ভাৰপ্ৰাপ্ত অসমীয়া অধ্যক্ষ।

১৯৪৭—কটন কলেজৰ অধ্যক্ষ নিযুক্তি আৰু প্ৰত্যাখ্যান।

১৯৪৭, জানুৱাৰী—অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পূৰ্ণ পৰ্যায়ৰ সঞ্চালক।

১৯৪৮, ১ মে—অসমৰ শিক্ষাধিকাৰ।

১৯৪৯—গৱেষণা গ্ৰন্থ 'Anglo-Assamese Relations' নামেৰে প্ৰকাশ।

১৯৪৯, ৩১ মাৰ্চ—চৰকাৰী চাকৰিৰ পৰা অৱসৰ।

১৯৪৯, ১ এপ্ৰিল—অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক নিযুক্ত।

১৯৫১, জুলাই—লণ্ডন বিশ্ববিদ্যালয়ৰপৰা ডি. লিট্‌. উপাধি প্ৰদান।

১৯৫২-৫৪—দুবছৰৰ বাবে ৰাজ্যসভাৰ সদস্য নিৰ্বাচিত।

১৯৫২, ডিচেম্বৰ—গোৱালিয়ৰত অনুষ্ঠিত ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ আধুনিক বুৰঞ্জী শাখাৰ সভাপতি।

১৯৫৩, ৮ নবেম্বৰ—শ্বিলঙত অনুষ্ঠিত অসম সাহিত্য সভাৰ দ্বাবিংশ অধিবেশনৰ সভাপতি।

১৯৫৬, ২৬ জানুৱাৰী—ভাৰত চৰকাৰৰপৰা 'পদ্মশ্ৰী' উপাধি লাভ।

১৯৫৭-৬০—গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য।

১৯৬২, ৪ এপ্ৰিল—অসম প্ৰকাশন পৰিষদৰ কাৰ্য-নিৰ্বাহক ব'ৰ্ডৰ সদস্য নিৰ্বাচিত।

১৯৬২-৬৪—পাৰ্বত্য বিশ্ববিদ্যালয় স্থাপনৰ বাবে বিশ্ববিদ্যালয় অনুদান আয়োগৰ প্ৰতিবেদন প্ৰকাশ।

১৯৬৪, ৫ জুলাই—ৰবিবাৰে দুপৰীয়া ১২-৩০ বজাত ড° ভূঞাৰ মৃত্যু।

## গ্ৰন্থ-পঞ্জী

### (ক) প্ৰকাশিত ইংৰাজী গ্ৰন্থ :

(i) মৌলিক গ্ৰন্থ :

১. An Assamese Nurjahan

শিৱসিংহ ৰজাৰ ৰাণী ফুলেশ্বৰী দেৱীৰ জীৱন পৰিচিতি, গুৱাহাটী, ১৯২৬

২. Early British Relations with Assam

ইষ্ট ইণ্ডিয়া কোম্পানীৰ অসম তথ্যৰ অধ্যয়ন। শ্বিলং, ১৯২৮, ১৯৪৯

৩. Tungkhungiya Buranji

শ্ৰীনাথ দুৱৰা বৰবৰুৱা সংকলিত বুৰঞ্জীৰ অনুবাদৰ লগত ১৮২৬ চনত আহোম শাসনৰ অন্ত পৰা সময়লৈ তথ্য সংযোজিত। অসম গৱৰ্ণমেণ্টৰ দ্বাৰা প্ৰতিষ্ঠিত হিষ্টৰিকেল এণ্ড এন্‌টিকোৱেৰিয়ান ষ্টাডিজৰ হৈ অক্সফোৰ্ড ইউনিভাৰচিটি প্ৰেছৰ দ্বাৰা প্ৰকাশিত। গুৱাহাটী, ১৯৩৩

৪. Assamese Historical Literature

১৯২৮ চনৰ নবেম্বৰত বহা পঞ্চম সৰ্ব-ভাৰতীয় ওৰিয়েণ্টেল কনফাৰেন্সৰ প্ৰচিডিংচত প্ৰথম প্ৰকাশিত। পাছত 'ষ্টাডিজ ইন দি লিটাৰেচাৰ অৱ আসাম'ত সংযোজিত।

৫. Assamese Literature : Ancient and Modern

'ষ্টাডিজ ইন দি লিটাৰেচাৰ অৱ আসাম'ত সংযোজিত। অসম চৰকাৰৰ দ্বাৰা প্ৰকাশিত। ১৯৩৬

৬. An Account of Assam

১৮০৭-১৪ চনত ফ্ৰেনচিচ্‌ বুকাননৰ দ্বাৰা সংকলিত। গুৱাহাটী, ১৯৪০

৭. Preliminary Report on the old Records at the Assam Secretariat

অফিচৰ ব্যৱহাৰৰ কাৰণে প্ৰকাশিত। শ্বিলং, ১৯৩১, ১৯৫৩

৮. Lachit Barphukan and His Times

১৬৬৭-৭১ চনৰ অসম মোগলৰ সংঘৰ্ষ, আৰু সেনাপতি লাচিত বৰফুকনৰ নেতৃত্বৰ বুৰঞ্জী। গুৱাহাটী, ১৯৪৭



৯. Annals of the Delhi Badshahate

পাতনি আৰু টোকাসহ পাদ্‌শ্যাহ অসম বুৰঞ্জীৰ ইংৰাজী অনুবাদ। গুৱাহাটী, ১৯৪৭

১০. Anglo Assamese Relations, 1771-1826

১৯৩৭ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ দ্বাৰা ডক্টৰেট ডিগ্ৰীৰ বাবে মনোনীত গৱেষণা গ্ৰন্থ (থিচিচ্‌)। গুৱাহাটী, ১৯৪৯

১১. The Seven Hindrances

গুৱাহাটী, ১৯৫৩। পাছত 'চাম লিটাৰেৰি ৰেমিনিচেন্স'ত সংযোজিত।

১২. Bibliography of the Works of Dr. S. K. Bhuyan

ড° বাণীকান্ত কাকতিৰ পাতনি সংযোজিত। গুৱাহাটী, ১৯৫১

১৩. Some Literary Reminiscences

ড° ৰাধাকুমুদ মুখাৰ্জীৰ আগকথা সংযোজিত। নতুন দিল্লী, ১৯৫৪

১৪. Studies in the Literature of Assam

শ্ৰী শ্ৰীপ্ৰকাশৰ আগকথা সংযোজিত। গুৱাহাটী, ১৯৫৬, ১৯৬২

১৫. Atan Buragohain and His Times

নবাব মীৰজুমলাৰ ১৬৬২-৬৩ চনত অসম আক্ৰমণৰপৰা ১৬৮২ চনৰ অসম-মোগলৰ বিবাদৰ পৰিসমাপ্তি বুৰঞ্জী। গুৱাহাটী, ১৯৫৭

১৬. Men I Have Met

ড° ভূঞাৰ সংস্পৰ্শলৈ অহা সকৱৰ ১৫২ জন লোকৰ চমু সোঁৱৰণ। গুৱাহাটী, ১৯৬২

(ii) ৰিপৰ্ট আৰু বুলেটিন :

১. Report and Conspectus of the Kamrupa Anusandhan Samiti, or the Assam Research Society for 1925-1927

১৯২৭ চনত গুৱাহাটীত প্ৰকাশিত।

২. Bulletin I of the Department of Historical and Antiquarian Studies in Assam

অসমৰ গৱৰ্ণৰ চাৰ লৰি হেমণ্ডৰ (Sir Laurie Hammand) ভূমিকা সংযুক্ত। গুৱাহাটী, ১৯৭২

৩. Bulletin II of the D.H.A.S.

অসমৰ গৱৰ্ণৰ চাৰ মাইকেল কিনৰ (Sir Michael Keane) ভূমিকা সংযুক্ত। গুৱাহাটী, ১৯৩৪

৪. Bulletin III of the D H.A.S.

নাৰায়ণী সন্দিকৈ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ নতুনকৈ সজা ভৱনৰ মুকলি উৎসৱৰ সোঁৱৰণী সংখ্যা। গুৱাহাটী, ১৯৩৬

৫. Bulletin V of the D.H.A.S.

গুৱাহাটী, ১৯৫১

## (খ) ছপাবৰ বাবে প্ৰস্তুত কৰি থৈ যোৱা ইংৰাজী গ্ৰন্থ :

১. Studies in the History of Assam

১৯২৬ আৰু ১৯৬১ চনৰ ভিতৰত লিখা তেইশটা প্ৰবন্ধ সংযুক্ত। তেওঁৰ পত্নী লক্ষেশ্বৰী ভূঞাই ১৯৬৫ চনত প্ৰকাশ কৰে। ড° মহেশ্বৰ নেওগৰ আগকথা সংযুক্ত।

২. London Memories

১৯৩৬-৩৮ চনৰ ইংলণ্ডত গবেষণা কৰা সময়ছোৱাৰ কথা। অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত।

৩. Recollection and Reflection

১৯৫৩-৬৪ চনৰ ভিতৰত লিখা ড° ভূঞাৰ জীৱন দৰ্শন আৰু অভিজ্ঞতা সংযুক্ত।

৪. An Educational Miscellany

১৯৭ আৰু ১৯৩৩ চনৰ ভিতৰত লিখা সাতাইশটা প্ৰবন্ধ আৰু ভাষণ সংযুক্ত।

৫. Assam in the Eighteenth Century

ড° জে. পি. ওৱেডৰ 'জিওগ্ৰাফিকেল স্কেটচ্ অৱ আসাম', ভূমিকা আৰু টীকাৰে সম্পাদিত।

৬. Report of the Manuscript in the American Baptist Mission at Gauhati

১৯২৫ চনৰ জুনত সংকলিত।



৭. Copperplate and Stone Inscriptions of Assam

১৯২৯ চনত সংকলিত।

৮. Academic Verses

১৯১২-১৯২৯ চনৰ ভিতৰত লিখা ইংৰাজী কবিতা।

৯. Two Years in Parliament

১৯৫২-৫৪ চনৰ ভিতৰত ৰাজ্যসভাৰ সদস্য (Member of the Council of States) হৈ থকা সময়ছোৱাত দিয়া সদনৰ ভাষণাৱলী।

১০. The Story of My Life

(ল'ৰাকাল আৰু শিক্ষা) লিখকৰ ল'ৰাকালৰ লগতে স্কুলীয়া আৰু কলেজীয়া জীৱনৰ আত্মপৰিচয়।

১১. A Book of Appreciations

১৯১১-১৯৬৪ চনৰ ভিতৰত সমসাময়িক বিশিষ্ট ব্যক্তিয়ে ড° সূৰ্য-কুমাৰ ভূঞাৰ সাহিত্যকৃতি আৰু কাৰ্যাৱলীৰ ওপৰত দিয়া মন্তব্য আৰু অভিমতৰ ক্ৰমিক সংকলন।

## (গ) ছপাশাললৈ যুগুত কৰি থোৱা ইংৰাজী গ্ৰন্থ :

১. The Military System of the Assamese People

চতুৰ্থ লানি প্ৰতিভা দেৱী মেমৰিয়েল বক্তৃতা। ১৯৪১

২. An Assamese Miscellany

১৯১৮ আৰু ১৯৬১ চনৰ ভিতৰত লিখা এশ বাইশটা সাহিত্য আৰু বুৰঞ্জী বিষয়ক প্ৰবন্ধ।

৩. Assam-Khasi Relations

প্ৰথমে খাচী সাময়িকী 'উ লুৰশাই'ত (U. Lurshai) ১৯২৬ চনৰ জুলাইৰপৰা নৱেম্বৰলৈ প্ৰকাশিত।

৪. Quintessence of Experience

অনুভূতি আৰু অভিজ্ঞতাৰ সংক্ষিপ্ত সূত্ৰ। ১৯৩৪ চনত আৰম্ভ।

৫. Occasionals and Abstracts

১৯২৫ চনলৈ সংকলিত ভাষণাৱলী, সাহিত্য, বুৰঞ্জী আৰু অন্যান্য বিষয়ক টোকা আৰু সংক্ষিপ্তসাৰ।

৬. Historical Research in Assam
১৯২৬ চনতে আৰম্ভ কৰা ১৮ অধ্যায়ৰ গ্ৰন্থ।

৭. Mir Jumla's Invasion of Asaam

১৯৩১ চনত সংকলিত। তেওঁৰ ১৯৫৬ চনত প্ৰকাশিত 'মিৰজুমলাৰ অসম আক্ৰমণ' অসমীয়া গ্ৰন্থৰ ভেটিত যুগুতোৱা।

৮. A Note on Assamese Language and Literature

১৯০৭ চনত পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু পদ্মনাথ গোঁহাইবৰুৱাই 'নোটচ. অন দি আচামিজ লেংগুৱেজ আৰু লিটাৰেচাৰ'ৰ লিখক (১৯০৮) মিঃ এফ্. ডবলিউ চুডমাৰচনৰ বাবে যুগুতোৱা গ্ৰন্থৰ সম্পাদনা।

**ইংৰাজী ভাষাত কৰিবলৈ লোৱা সংকলনৰ আঁচনি:**

১. Assam Records of the East India Company 1771 to 1826

অসমৰ ৰজা আৰু উচ্চপদস্থ বিষয়া, গৱৰ্ণৰ জেনেৰেল আৰু ই. আই. চি.ৰ (E.I C.) বিষয়াৰ মাজত লিখা-লিখি।

২. Petitions and Memorials of Assamese Kings and Nobles, 1826 to 1856

৩. Proceedings of the Trial of Prince Gomadhar Konwar and Piali Phukan, 1830

৪. Papers connected with the commotions in Assam during the Sepoy Mutiny of 1857-58

৫. Correspondence of Captain Thomas Welsh, Officer Commanding in charge of the Assam Expedition of 1792-1794

লণ্ডনৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰ পৰা সংগৃহীত ৰেকৰ্ড।

৬. Assam and the Assamese

ত্ৰিশটা অধ্যায়ত বিশেষজ্ঞৰ দ্বাৰা লিখিবলৈ লোৱা এই গ্ৰন্থৰ পৰিকল্পনা। ১৯১৯ চন।

৭. Historical Letters

আহোম, বঙ্গদেশ, কোচবিহাৰ, জয়ন্তীয়া, কাছাৰ, ত্ৰিপুৰা, ছিলেট



আৰু দিল্লীৰ মোগল শাসককে ধৰি অন্যান্য ধৰ্মৰ মাজৰ আৰু বুৰঞ্জী-মূলক বিনিময় পত্ৰ।

৮. Dr. John Peter Wade's letters to Mr. Francis Fowke

৯. Press-list of the letters exchanged between the Assam Government and the authorities of the East India Company (১৭৭১-১৮২৬ আৰু ১৮২৬-১৮৫৮ চনৰ ভিতৰত,

১০. Memories of David Scott
কৰ্নেল আডাম হোৱাইট প্ৰণীত। ১৮৩২

১১. Diary of a Tour in Upper Assam
১৮৩৮ চনত অসমৰ কমিচনাৰ কৰ্নেল ফ্ৰেনচিচ্ জেনকিনচ্ প্ৰণীত।

১২. German Articles on Assam

## অসমীয়া

**প্ৰকাশিত অসমীয়া গ্ৰন্থ:**

(i) মৌলিক গ্ৰন্থ:

১. মহাত্মা গোপালকৃষ্ণ গোখলে : জীৱন পৰিচয়। কলিকতা, ১৯১৬, গুৱাহাটী, ১৯৩৭

২. নিৰ্মালি : ১৯০৭ আৰু ১৯১৭ চনৰ ভিতৰত লিখা কবিতা সংগ্ৰহ। যোৰহাট, ১৯১৮, গুৱাহাটী ১৯৫১

৩. আহোমৰ দিন : যোৰহাট, ১৯১৮

৪. জয়মতী উপাখ্যান: পুৰণি অসমীয়া ছন্দত ৰচিত জয়মতী কুঁৱৰীৰ জীৱন আখ্যানৰ দীঘলীয়া বৰ্ণনাত্মক কবিতা। গুৱাহাটী, ১৯২০ ১৯৩৪

৫. ৰবীন্দ্ৰনাথ ঠাকুৰ : চমু জীৱনী। নগাঁও, ১৯২০, ৩য় সংখ্যা 'জোনাকী'ত প্ৰকাশিত।

৬. আনন্দৰাম বৰুৱা : বিশ্ববিখ্যাত সংস্কৃত পণ্ডিত আনন্দৰাম

বৰুৱাৰ দুষ্প্ৰাপ্য তথ্যৰে সমৃদ্ধ সমালোচনামূলক জীৱনী। গুৱাহাটী, ১৯২০, ১৯২৪, ১৯৫৬

৭. বৰফুকনৰ গীত : বদনচন্দ্ৰ বৰফুকন আৰু মানৰ আক্ৰমণৰ ভিত্তিত প্ৰচলিত বুৰঞ্জীমূলক মালিতাৰ পুথি। গুৱাহাটী, ১৯২৪, ১৯৩০, ১৯৫১, ১৯৫৪

৮. পঞ্চমী : পাঁচটা চুটি গল্পৰ সংকলন। (১৯০৯—১৯১৩ চনৰ ভিতৰত লিখা) প্ৰথম প্ৰকাশ iii + ৫৮, কলিকতা, ১৯২৭ ; দ্বিতীয় প্ৰকাশ vi + ৬৯, প্ৰাগজ্যোতিষ গ্ৰন্থমালা, গুৱাহাটী. ১৯৫০ ইয়াত আছে 'মাণিক বৰা' (উষা, Vol. V) 'শীলা নহয় ফুল' (উষা Vol. IV) 'আমিনা' (উষা, Vol. V) 'তেতিয়া আৰু এতিয়া' (বাঁহী Vol. VI)আৰু 'বিজুলী' (বাঁহী Vol. VI)।

৯. জোনাকী : অগ্ৰণী ব্যক্তিৰ জীৱন পৰিচিতি। প্ৰথম প্ৰকাশ, পৃষ্ঠা Vol. vii + ১০৫, যোৰহাট, ১৯২৮। ইয়াত আছে স্বৰ্গদেউ গদাধৰ সিংহ প্ৰথম উষাত প্ৰকাশিত Vol. III), হাজী মহম্মদ মহসীন (ইচলামী আখবাৰ Vol. I), আনন্দৰাম ঢেকিয়াল ফুকন, আনন্দৰাম বৰুৱা, জগন্নাথ বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা, হৰিনাথ দে (উষা Vol. IV), দ্বিজেন্দ্ৰলাল ৰয় (উষা Vol. V), গোপালকৃষ্ণ গোখলে, গুৰুদাস বন্দোপাধ্যায় (আলোচনী Vol. IX), হেমচন্দ্ৰ গোস্বামী (মিলন Vol. VI), মোমাই তামুলী বৰবৰুৱা (অৰুণ Vol. I), ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু চাৰ এডৱাৰ্ড গেইট (দৈনিক অসমীয়া, গুৱাহাটী, ১৯ আৰু ২০ মাৰ্চ. ১৯৫০ চন।

১০. চানেকি : অগ্ৰণী মহিলাৰ জীৱন পৰিচিতি, পৃষ্ঠা viii + ১০০ প্ৰথম প্ৰকাশ. যোৰহাট, ১৯২৮। অসমীয়া তিৰোতা, (জন্মভূমি, গুৱাহাটী Vol. I); তপস্বিনী (ইচলামী আখবাৰ, Vol. I); জয়মতী কুঁৱৰী ; ডক্টৰ আনন্দিবাই জোশী. (বাঁহী Vol. VII); ফ্লোৰেন্স নাইটিংগেল; পণ্ডিতা ৰমাবাই সৰস্বতী; আগৰ দিনৰ অসমীয়া তিৰোতা, (মিলন, গুৱাহাটী Vol. V)।

১১ অসম জীয়ৰী : (প্ৰথম খণ্ড) পুৰণি অসমীয়া তিৰোতাৰ প্ৰতি দৃষ্টি; (২য় খণ্ড) তথ্য সম্বলিত জয়মতী ; গুৱাহাটী, ১৯৫৫



১২. কোঁৱৰ বিদ্ৰোহ : স্বৰ্গদেউ লক্ষ্মীনাথ সিংহৰ দিনত কোঁৱৰসকলৰ বিদ্ৰোহৰ (১৭৬৯-৮০) প্ৰাসঙ্গিক বুৰঞ্জী। পৃ. vi + ৮৯, গুৱাহাটী ১৯৪৮

১৩. বুৰঞ্জীৰ বাণী : অসম বুৰঞ্জীৰ বিভিন্ন দিশত ৰেখাপাত কৰা যোল্লটা প্ৰবন্ধ পুথি। গুৱাহাটী, ১৯৫১, ১৯৫৫, ১৯৬৬, ১৯৭১

১৪. ৰমণী গাভৰু : স্বৰ্গদেউ জয়ধ্বজ সিংহৰ জীয়ৰী ৰমণী গাভৰু আৰু সম্ৰাট ঔৰঙ্গজেবৰ তৃতীয় পুত্ৰ চুলতান আজমতৰাৰ পত্নীৰ জীৱন পৰিচিতি। গুৱাহাটী, ১৯৫১

১৫. বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা : 'অৰুনোদই'ৰ কালৰপৰা অসমীয়া আলোচনীত প্ৰকাশিত বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা। গুৱাহাটী, ১৯৫৫

১৬. মীৰজুমলাৰ অসম আক্ৰমণ : ১৬৬২-৬৩ চনত নবাৰ মীৰজুমলাৰ অধীনত মোগলৰ অসম আক্ৰমণৰ বুৰঞ্জী। ইয়াত গ্ৰন্থপঞ্জীও আছে। গুৱাহাটী, ১৯৫৬

১৭. ত্ৰিপদী : অসমীয়া সাহিত্যৰ বুৰঞ্জী আৰু সংহতিবিষয়ক তিনিটা প্ৰবন্ধ। গুৱাহাটী. ১৯৫৯

১৮. হৰিহৰ আতা : বৈষ্ণৱ সাধু হৰিহৰ আতাৰ জীৱন পৰিচিতি। গুৱাহাটী, ১৯৬০

১৯. শৰাইঘাটৰ সুবচনী : শৰাইঘাটৰ যুদ্ধৰ কালত অসমৰ স্বৰ্গদেউ, ডাঙৰীয়া. সেনাপতি আৰু বিষয়া আদিৰ মুখৰপৰা ওলোৱা বাণী। গুৱাহাটী. ১৯৬৩

২০. স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ : ৰাজেশ্বৰ সিংহৰ কালৰ (১৭৫১-৬৯) শাসনৰ বুৰঞ্জী, অসম প্ৰকাশন পৰিষদে ১৯৭৫ মাৰ্চত প্ৰকাশ কৰি উলিয়ায়।

(ii) সংক্ষিপ্ত বিৱৰণীৰ সৈতে ইংৰাজী আৰু অসমীয়া পাতনিসহ সম্পাদনা কৰা পুৰণি অসম বুৰঞ্জী :

১. অসম বুৰঞ্জী : কাশীনাথ তামুলীফুকন আৰু ৰাধানাথ বৰবৰুৱাৰ

(১২২৮–১৩২৬) প্ৰণীত হৰকান্ত শৰ্মা বৰুৱা সদৰামিনৰ দ্বাৰা পৰিবৰ্ধিত সংস্কৰণ, ইংৰাজী পাতনিৰে সম্পাদিত পৃ. xxii+১৫২, অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, গুৱাহাটী, মাৰ্চ, ১৯৩০

২. কামৰূপৰ বুৰঞ্জী : প্ৰাচীন কামৰূপৰ ইতিহাস, আৰু মোগলৰ লগত অসম আৰু কোঁচবিহাৰৰ সংঘৰ্ষৰ বুৰঞ্জী। পুৰণি হাতে-লিখা অসমীয়া বুৰঞ্জী পুথিৰপৰা সংগৃহীত ড° ফ্ৰেন্সিচ বুকাননৰ General View of the History of Kamarupa এই মন্তব্যটিও (Appendix) সংযোগ কৰি দিয়া আছে। D.H.A.S. পৃ. xvii+১৫২। প্ৰথম প্ৰকাশ অক্টোবৰ, ১৯৩০

৩. তুংখুঙীয়া বুৰঞ্জী : শ্ৰীনাথ দুৱৰা বৰবৰুৱা সঙ্কলিত 'শ্ৰীশ্ৰীতুংখুঙীয়া ৮ৰ বংশাৱলী'ৰ পৰিবৰ্ধিত সংস্কৰণ (১৬৮১–১৮২৬)। পৃ xxvii +১৮৮, D.H.A.S. সুৰদানী ১৯৩২

৪. দেওধাই অসম বুৰঞ্জী : হাতে-লিখা সাঁচিপতীয়া পুথিৰপৰা বিবিধ চমু বুৰঞ্জীবে সৈতে সংগৃহীত। পৃ. xx+222, D.H.A.S. গুৱাহাটী, ৯৩৩

৫. অসমৰ পদ্য বুৰঞ্জী : দুতিৰাম হাজৰিকা বিৰচিত 'কলিভাৰত বুৰঞ্জী' আৰু বিশ্বেশ্বৰ বৈদ্যাধিপ বিৰচিত 'বেলিমাৰৰ বুৰঞ্জী' (১৬৭৯—১৮৫৯) দুখন পদ্যত লিখা বুৰঞ্জীৰ সংযোগ। পৃ. iv+৩০৮, D.H.A.S. গুৱাহাটী, ১৯৩৩

৬. পাদ্‌শ্যাহ বুৰঞ্জী : সম্ৰাট ঔৰঙ্গজেবৰ সময়লৈ লিখা মুছলমান শাসনৰ অসম বুৰঞ্জী। পৃ. xi+১০৪ কামৰূপ অনুসন্ধান সমিতি, গুৱাহাটী ১৯৩৩

৭. কছাৰী বুৰঞ্জী : কছাৰী ৰজা তাম্ৰধ্বজ নাৰায়ণ আৰু আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহৰ সময়ৰ কাছাৰৰ পুৰণি অসম বুৰঞ্জী। প্ৰথম প্ৰকাশ পৃ. xxxiv+১২৪ D.H.A.S. গুৱাহাটী, ১৯৩৬

৮. জয়ন্তীয়া বুৰঞ্জী : আহোম জয়ন্তীয়া ৰাজ্যৰ ৰাজনৈতিক ইতিহাস ওচৰ চুবুৰীয়া ৰাজ্যৰ চমু বিবৰণ সমন্বিতে। ইয়াত শৰৎকুমাৰ দত্তৰ



নিবেদনো সংযোগ আছে। পৃ. xxiv+১৯০ D. H. A. S. গুৱাহাটী ১৯৩৭

৯. ত্ৰিপুৰা বুৰঞ্জী : ৰত্নকন্দলী আৰু অৰ্জুন দাস কটকী প্ৰণীত পুৰণি অসম বুৰঞ্জীৰ ফটোষ্টেট কপি বৃটিশ মিউজিয়ামৰ পৰা ১৯৩৬ চনত সংগৃহীত। পৃ xx+১০৩, D.H.A.S. গুৱাহাটী, ১৯৩৮

১০ অসম বুৰঞ্জী : গদাধৰ সিংহৰ শাসনকালৰ আৰম্ভণিৰ পৰা উত্তৰ গুৱাহাটীৰ সুকুমাৰ মহন্তৰ পৰিয়ালৰপৰা সংগৃহীত। গুৱাহাটী ১৯৪৫, ১৯৬২

১১. সাতসৰী অসম বুৰঞ্জী : সাতখন পুৰণি অসম বুৰঞ্জী লগ লগাই কৰা সম্পাদনা। গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৬০।

### ছপাশালৰ বাবে প্ৰস্তুত গ্ৰন্থ :

১ নৱ নিৰ্মালি : ১৯৫৪ চনৰ ভিতৰত লিখা শেহতীয়া কবিতাৰ সংগ্ৰহ।

২. অনাদৰী : নৱ নিৰ্মালি আৰু নিৰ্মালিৰ অন্তৰ্ভুক্ত নোহোৱা কবিতা সংগ্ৰহ।

৩. লাচিত বৰফুকন : ড° ভূঞাৰ 'লাচিত বৰফুকন এণ্ড হিজ টাইম্‌চ'ৰ অসমীয়ালৈ তেওঁৰ দ্বাৰা ৰূপান্তৰ। শান্তি ভাতনগৰৰ দ্বাৰা হিন্দীলৈ ৰূপান্তৰ। নেচনেল বুক ট্ৰাষ্ট অব ইণ্ডিয়াৰ দ্বাৰা ১৯৬২ চনৰ ডিচেম্বৰত প্ৰকাশিত।

৪. সপ্ত ব্যৱধান : ড° ভূঞাৰ 'The Seven Hindrances'ৰ ৰাজেশ্বৰ প্ৰসাদ নাৰায়ণৰ দ্বাৰা হিন্দী অনুবাদ।

৫. পঞ্চকলি : ড° ভূঞা কলেজত থাকোঁতে লিখা বঙলা কবিতাৰ সংগ্ৰহ।

### ছপাশালৰ উপযোগী কৰি ৰখা পুথি :

১: অসম বুৰঞ্জীৰ কথা :

১৯০৮ আৰু ১৯50 চনৰ ভিতৰত লিখা ২৫টা বুৰঞ্জীমূলক প্ৰবন্ধ।

২ অসমীয়া সাহিত্য সম্পৰ্কীয় প্ৰবন্ধাৱলী :

ড° ভূঞাই ১৯০৮ আৰু ১৯৬০ চনৰ ভিতৰত লিখা প্ৰধানকৈ আধুনিক কালত অসমীয়াত লিখা ২৮০টা প্ৰবন্ধ আৰু টোকাৰ সংগ্ৰহ।

৩. কিতাপৰ কথা :

১৯১৬ আৰু ১৯৬১ চনৰ ভিতৰত লিখা কিতাপৰ ভূমিকা আৰু সমালোচনা।

৪. বিবিধ প্ৰবন্ধ :

১৯০৮ আৰু ১৯৬২ চনৰ ভিতৰত লিখা ৬৮টা বিবিধ বিষয়ৰ বুৰঞ্জী আৰু সাহিত্যবিষয়ক প্ৰবন্ধৰ সংকলন।

৫. বিলাতত ২২ মাহ :

ড° ভূঞাই গৱেষণাৰ সময়ত ইউৰোপত থকা কালছোৱাত তেওঁৰ সংগৃহীত তথ্য আৰু অভিজ্ঞতাৰ পুথি।

**সংকলনৰ আঁচনি :**

১. লৌহিত্যৰ অবদান

২. কাবেঙৰ কামদেৱ

৩. ৰজাঘৰীয়া চিঠি

৪. অসম বুৰঞ্জী - ড° ভূঞাৰ দ্বাৰা ইতিমধ্যে সম্পাদিত আৰু প্ৰকাশিত এযাবৎ বুৰঞ্জীৰ নিচিনা কেইখনমান অপ্ৰকাশিত পুৰণা বুৰঞ্জী সম্পাদনাৰ আঁচনি।

**সানমিহলি অৱদান :**

১. ছাত্ৰলৈ গোহাৰি : ছাত্ৰসকললৈ সাহিত্যিক চেষ্টাৰ প্ৰতি অসমীয়াত দিয়া গোহাৰি। (আসাম বন্তি তেজপুৰ, ২০ জুলাই, ১৯০৮ আৰু ১১ জানুৱাৰী ১৯০৯)

২. প্ৰিন্সেচ জয়মতী : দি টাইম্‌চ অৱ আচাম, ১৫ আগষ্ট ১৯০৮ চনত প্ৰকাশিত ইংৰাজী কবিতা।

৩. সু আৰু কু উষাত (তেজপুৰত Vol. II) প্ৰকাশিত অসমীয়া কবিতা।

৪. মোৰ জন্মভূমি—অসমীয়া কবিতা (উষা, Vol. III)



৫. আহোম ৰজাৰ মৈদাম—(উষা, Vol. III)

৬. পুৰণি অসম বুৰঞ্জী—উষাত (Vol. III) প্ৰকাশিত দুখণ্ড পুৰণি অসম বুৰঞ্জী।

৭. তুংখুঙ্গীয়া ফৈদৰ কলঙ্ক—গদাপাণি আৰু তেওঁৰ ভায়েকৰ কাল্পনিক গল্প। উষা, Vol. III.

৮. প্ৰণয়ৰ পৰিণাম প্ৰভাত কুমাৰ মুখাৰ্জীৰ 'ষোড়শী'ৰ অসমীয়া ৰূপান্তৰ : (উষা, Vol. IV)

৯. ৰবীন্দ্ৰনাথ ঠাকুৰ—উষা, Vol. V.

১০. অনিৰুদ্ধৰ প্ৰতি উষা—অসমীয়া চনেট, আসাম বান্ধৱ Vol. I

১১. সপ্তম এডৱাৰ্ডৰ স্বৰ্গাৰোহণ—আসাম বান্ধৱ Vol. I. (সপ্তম সংখ্যা)

১২. আনন্দৰাম বৰুৱা আসাম বান্ধৱ, (২য় বছৰ, ৩য় সংখ্যা) (২য় সংস্কৰণ আনন্দৰাম বৰুৱাৰ জীৱনীত সংযোজিত)।

১৩. ডালিয়া—লক্ষ্মীনাথ ফুকনৰ লগত মিলি অসমীয়ালৈ ৰূপান্তৰ কৰা ৰবীন্দ্ৰনাথ ঠাকুৰৰ গল্পগুচ্ছত থকা এটা গল্প। আলোচনী, (Vol. VII)।

১৪. আনন্দৰাম বৰুৱা—'আনন্দৰাম বৰুৱাৰ জীৱনী'ৰ নিবেদনৰ অংশ বিশেষ। (Vol. VIII)

১৫. লুকুৱা নাম প্ৰভাতকুমাৰ মুখাৰ্জীৰ 'ষোড়শী'ৰ এটা গল্পৰ অসমীয়া ৰূপান্তৰ, বাঁহী, ৩য় বছৰ।

১৬. জীৱনৰ চৈধ্যটি ভুল—Justice Rentoul-ৰ ইংৰাজীৰ পৰা অসমীয়া ৰূপান্তৰ। বাঁহী, ৬ষ্ঠ বছৰ।

১৭. চিন্তাৰ ঢৌ—অধ্যাপক S. Khuda Buksh-ৰ Maxims and Reflections-ৰ অংশ বিশেষৰ অসমীয়া ৰূপান্তৰ।

১৮. ৰাজেশ্বৰ সিংহ—স্বৰ্গদেৱৰ কিচক বধ নাটক—বাঁহী চতুৰ্দশ বছৰ।

১৯. ড° আনন্দিবাই জোসী—চমু জীৱনী ; অৰুণ (কলিকতা) প্ৰথম বছৰ, ৩য় সংখ্যা।

২০ অসম দেশ শত্ৰুৱে আক্ৰমণ কৰাৰ কথা আনন্দৰাম ঢেকিয়াল ফুকনে 'অৰুণোদই'ত চেপ্টেম্বৰ ১৮৫ প্ৰথমে প্ৰকাশ কৰা প্ৰবন্ধ; জন্মভূমিৰ ১ম বছৰত পুনৰ মুদ্ৰিত।

২১. অসম দেশৰ উপকাৰ—গুণাভিৰাম বৰুৱাই 'অৰুনোদই'ত এপ্ৰিল, ১৮৫৮ প্ৰকাশ কৰা প্ৰবন্ধ, জন্মভূমিৰ প্ৰথম বছৰত মুদ্ৰিত।

২২. গুৱাহাটীৰ বিবৰণ ধৰ্মকান্ত বুঢ়াগোঁহাই 'অৰুনোদই'ত (জুন, ১৮৫৩) প্ৰকাশিত প্ৰবন্ধ, ১৯২৯ চনৰ কটন কলেজ মেগাজিনত পুনৰ মুদ্ৰিত।

২৩. এড্বকেছন ইন আসাম ইন ১৮৫০ -কটন কলেজ মেগাজিনত পুনৰ মুদ্ৰিত (অক্টোৱৰ, ১৯২৮)।

২৪. আসামে আহোম ৰাজত্ব—প্ৰৱাসী (Vol, XXIV) প্ৰথম খণ্ড ৪ৰ্থ সংখ্যাত প্ৰকাশিত।

২৫. বাংলা ভাষায় আসামেৰ ইতিহাস—হলিৰাম ঢেকিয়াল ফুকনৰ বঙলা ভাষাত লিখা (১৮২৯) অসম বুৰঞ্জী পৰ্যবেক্ষণ, বঙ্গীয় সাহিত্য পৰিষদ পত্ৰিকা (Vol. XXXIII No. 1)

২৬. অন্তিম জননী—বঙলা ভাষাত লিখা ছনেট, প্ৰেচিডেন্সী কলেজত থাকোতে ছনেট প্ৰতিযোগিতাত পুৰস্কাৰ পোৱা (১৯১ )।

২৭. কাব্যৰসিক বৈজ্ঞানিকৰ আত্মচৰিত—হাস্যৰসাত্মক কবিতা (১৯১৪ চেপ্টেম্বৰত ৰচিত)

২৮. বঞ্চিত—স্কটৰ মাৰমিঅনৰ (Marmion) Eleu Lara গীতি-কবিতাৰ বঙলা অনুবাদ। মাৰ্চ, ১৯১০

২৯. সন্ধ্যা—১৯১২ চেপ্টেম্বৰত ৰচিত অসমীয়া কবিতাৰ বঙলা অনুবাদ।

৩০. প্ৰীতি উপহাৰ—১৯২২ চনৰ ফেব্ৰুৱাৰীত বন্ধু এজনৰ বিয়া উপলক্ষ্যে লিখা বঙলা কবিতা।

৩১. এ ৰিভিউ অৱ দি আসাম ৰিভিউ—দি টাইমছ অৱ আচাম। ১৯২৮, ১৯ মে



৩২. কৰতোয়া (Karatoya)-ইংৰাজীত লিখা পুৰণি অসমৰ পশ্চিম সীমান্তৰ বিচাৰ। দি আসাম ট্ৰিবিউন, ১৯৪৭, ১৫ আগষ্ট

৩৩. লিষ্ট অৱ মডাৰ্ণ আচামিজ বুকচ্ ৰিটেন ডিউৰিং দি ব্ৰিটিছ পিৰিয়ড (১৯১৮ চনৰপৰা আৰম্ভ)। বিষয়বস্তু অনুসৰি শ্ৰেণীবিভাগ কৰা আছে।

৩৪. য়ুৰোপত অসমৰ জ্যোতিষ সূত্ৰ—বাঁহী, ১৮৪৭ শক,পঞ্চদশ বছৰ ৩০ তম সংখ্যা, মাঘ।

৩৫. বৈষ্ণৱ-পীড়ন : আসাম-বান্ধৱ—১ বছৰ, ১৯০৯

**আচাম এণ্ড আচামিজ :**

১৯১৯ খৃংত ড° সূৰ্যকুমাৰ ভূঞাই ইংৰাজী ভাষাত নিপুণ লোকৰ দ্বাৰা অসমৰ বিভিন্ন দিশৰ প্ৰতি চকু ৰাখি যুগুত কৰিবলৈ 'আসাম এণ্ড আচামিজ' গ্ৰন্থৰ আঁচনি কৰে। প্ৰতিজন নিপুণ ব্যক্তিৰপৰা প্ৰবন্ধ বিচাৰি ইংৰাজীতে দিয়া চিঠিত এনেধৰণে লিখিছিল—

'With a view to place before the world an authoritative account of the Assamese people and their country, with a history of their past achievements in all branches of human activity, we propose to compile a book in English to be named 'Assam and the Assamese', which will be beautifully printed, illustrated and bound, and circulated as widely as possible.'

এই গ্ৰন্থত অন্তৰ্ভুক্ত কৰিবলৈ লোৱা বিষয়সমূহ আছিল এনেধৰণৰ

1. Geographic and climatic condition of Assam.

2. The fauna and flora of Assam ; botanical aspects of the country ; elephant-catching in Assam.

The mineralogical and geological features of the country.

4. The Assamese : their racial characteristics, habitat and affinities.

5. Aryan migration into Assam : Pragjyotisha.

6. Assam in the Epics, Classics, Puranas, Tantras, etc.

7. Buddhist influence in Assam.

8. Assam from the first century A.D. to the thirteenth.

9. The Ahoms in Assam : Short history of their rule ; Wars with the Moghuls.

10. The fusion of Shan and Assamese culture.

11. The Ahom System of Government ; state of the country during Ahom rule.

12. The Bara-Bhuyans of Assam.

13. The Koch, Chutia, Jayantia, Cachari and Manipur kingdoms ; Short history of each.

14. The Muhammadans in Assam ; their customs and usages, etc.

15. Foreigners' accounts af Assam.

16. Archaeological remains in Assam.

17. Assamese language and literature.

18. Assamese art, music, painting, sculpture, pottery, weaving, wicker-work, etc.

19. Extinct and existing Assam industries.

20. Religious institutions ; Satras, *Buri-Gosanir thans* or shrines, etc.

21. Assamese social customs, pastimes, recreations, marriages, Bihus, etc.

22. Assamese village life : *Namghar*, *Bhawana*, *Khel*, *Mel*, *Panchayat*, etc.

23. Agriculture, crops, eattle, etc.

24. Great men and women of Assam.

25. Specimens of Assamese folklore.



26. The economic condition of the Assamese people.

27. The border tribes of Assam.

28. Christian Missionary work in Assam.

29. Tea industry in Assam.

30. History of education in Assam.

অসমৰ সকলোকেইটা দিশ সামৰি যুগুতাবলৈ লোৱা এই কাম ১৯২৫ চনলৈ হৈ নুঠাত তেওঁ আক্ষেপ কৰি সেই বছৰৰ ১ জানুৱাৰীৰ দিনা এখন গোহাৰি লেখি ইয়াক সম্পূৰ্ণ কৰিবলৈ আকৌ প্ৰচেষ্টা হাতত লৈছিল, তাত তেওঁ সময় আৰু সুবিধাৰ কাৰণে ছখো প্ৰকাশ কৰিছিল। ড° ভূঞাৰ এই মনৰ কামনা এতিয়াও সুনিপুণ লেখকসকলে পূৰ্ণ কৰিব পাৰে।*

* ড° নন্দ তালুকদাৰৰ 'সূৰ্য্যকুমাৰ ভূঞা' গ্ৰন্থৰ পৰা পুনৰ মুদ্ৰিত।

## ড° ভূঞাৰ বংশ পৰিচয়

কৌনৰ সিংহ (জন্ম, ১৭০৯ খৃঃ বিহাৰৰ পূৰ্ণিয়া জিলা)

সহদেউ সিংহ

মঙ্গল সিংহ (জন্ম ১৭৬৩ খৃঃ, বিহাৰৰপৰা অসম আগমন)
( পত্নী শনিয়ানী )

এজনী কন্যা

শিৱচৰণ (জন্ম, ১৮১০ খৃঃ)
(দুগৰাকী পত্নী, পাহিতা আৰু লবিতা, দুয়ো বাই ভনী)

দুৰলী (কন্যা)

ৰবিলাল (জন্ম, ১৮৭০ খৃঃ)
(মাতৃ লবিতা; ১ম পত্নী ভুৱনেশ্বৰী; ২য় পত্নী মইনা ভূঞা; ৩য় পত্নী মাইচানা ভূঞা)

সূৰ্যকুমাৰ ভূঞা (মাতৃ, ভুৱনেশ্বৰী, পত্নী লক্ষেশ্বৰী ভূঞা)
(জন্ম ১৮৯২ খৃঃ ২৭ জানুৱাৰী)

দুৰ্গাপ্ৰসাদ ভূঞা
(মাতৃ—মাইচানা)

তাৰাপ্ৰসাদ ভূঞা
(মাতৃ — মাইচানা)

পাৰ্বতীকুমাৰ (জ. ১৯২০ খৃঃ)

ভৱানীকুমাৰ (জ. ১৯২১ খৃঃ)

শুক্লা হাজৰিকা (জ ১৯২৩ খৃঃ)

অম্বিকাকুমাৰ (জ. ১৯২৬ খৃঃ)

শীতলা দাস (জ. ১৯২৮ খৃঃ)

কমলী চৌধুৰী (জ. ১৯৩০ খৃঃ)

বিজয় কুমাৰ (জ. ১৯৩২ খৃঃ)